# দীন-দুখী

( ভিক্টৰ হুগোৰ "লা মিজাৰেবল"ৰ অসমীয়া ভাঙনি )

থানেশ্বৰ হাজৰিকা

অসম প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত প্ৰকাশিত

**'DIN-DUKHI'** :—Assamese Version of Victor Hugo's Les Miserables by late Thaneswar Hazarika and published by Shrimati Sudhalata Hazarika with the financial assistance of the Publication Board, Assam. First publication, August, 1962. Price Rs. 3·00.

প্ৰকাশিকা :—
শ্ৰীমতী সুধালতা হাজৰিকা
গুৱাহাটী

প্ৰথম সংস্কৰণ

বেচ তিন টকা

মুদ্ৰক ঃ
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড
৭৫, বৈঠকখানা ৰোড
কলিকতা-৯



থানেশ্বৰ হাজৰিকা

# আগ-কথা

যি বিলাক জগতবিখ্যাত গ্ৰন্থ অসমীয়া ভাষালৈ অনূদিত হৈছে তাৰ ভিতৰত 'দীন-দুখী' অন্যতম। এই গ্ৰন্থৰ মূল লেখক ভিক্টৰ হুগো ফৰাচী কৱি আৰু ঔপন্যাসিক। তেওঁ ৬০ বছৰ বয়সত ১৮৬২ চনত Les Miserables নামৰ উপন্যাসখন লিখে। তেওঁ ৰাজনৈতিক কাৰণত নিৰ্ব্বাসিত হৈ আছিল ভালেমান কাল। হুগোৰ এই উপন্যাসখনিয়ে আজি এশ বছৰে পৃথিৱীৰ সকলো দেশতে সমাদৰ লাভ কৰিছে। বিশ্বসাহিত্যৰ এই অমূল্য পুথিখনিকে ৺থানেশ্বৰ হাজৰিকাই "বাঁহী" কাকতত ছোৱা ছোৱাকৈ অনুবাদ কৰি উলিয়ায়। ৰচনাৰ শালীনতাৰ ফালে চাবলৈ গলে অনুবাদ সুখপাঠ্য হৈছে।

ইয়াৰ আগতে 'লা মিজাৰেবল'ৰ সংক্ষিপ্ত সংস্কৰণ এটাৰ অসমীয়া ভাঙনি দীন-দুখী নামেৰে প্ৰকাশ হৈ গৈছে।

এই পুথিখন প্ৰকাশৰ বাবে শ্ৰীমতী সুধালতা হাজৰিকাক প্ৰকাশন পৰিষদে অৰ্থ-সাহায্য দান কৰি তেওঁৰ পৰলোকগত স্বামীৰ সাহিত্য-চৰ্চ্চাৰ চিন ৰাইজৰ আগত দাঙি ধৰিবলৈ সুযোগ দিছে।

ফৰাচী ঔপন্যাসিকৰ চিন্তাধাৰাৰ সৈতে পৰিচয় ঘটাই পুথিখনে সকলোৰে মনোৰঞ্জন কৰিব বুলি আশা কৰোঁ।

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ, অসম

গুৱাহাটী
৩০।৭।৬২

# উছৰ্গা

পৰম শ্ৰদ্ধাস্পদ

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ

কৰকমলত—

সুধালতা হাজৰিকা

আৰু

কুমুদেশ্বৰ হাজৰিকা

বিভবেশ্বৰ হাজৰিকা

ফণী তালুকদাৰ, ডলী তালুকদাৰ

উপেন হাজৰিকা, লিলি হাজৰিকা

জলী হাজৰিকা

কৃতজ্ঞতা স্বীকাৰ—

এই পুথিখনি প্ৰকাশ কৰাত সকলোধৰণে উছাহ উদগনি দি সহায় সহযোগ কৰা বাবে শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মা, আৰু স্নেহাস্পদ শ্ৰীমান ডিম্বেশ্বৰ নেওগলৈ কৃতজ্ঞতা জনালো। তদুপৰি পুথিখনি ছপা কৰিবলৈ আৰ্থিক সাহায্য আগবঢ়োৱাৰ বাবে অসম প্ৰকাশন পৰিষদলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

বিনীতা,
সুধালতা হাজৰিকা
গুৱাহাটী।

## THANESWAR HAZARIKA

By

Dr. S. K. Bhuyan

From the author's forthcoming book "From a Historian's Haversack", Chapter XIII, entitled *Men I have Met.*

---

THANESWAR HAZARIKA: It was sometime towards the end of 1938. I was attending a meeting at the Assam Club, Shillong. When the meeting was over, Thaneswar accosted me saying,—"Sir, you must live with me for a few days. I have a car ready." Then he drove me to Upper Shillong Farm of which he was Manager at that time. Oh, the attention and care with which he looked after me during the days I was with him! He belonged to the first batch of my students at the Cotton College, which I joined in July 1918. I was attracted towards him for his genial manners and literary talents. He graduated with Honours in Philosophy, but he took to Animal Husbandry and Dairy Farming as his career. We used to meet frequently when he was in charge of the Cattle Farm at Khanapara near Gauhati. He possessed a library of choice classics which I used to borrow from time to time. He wrote verses, and translated into Assamese prose Victor Hugo's famous fiction *Les Miserables.* But unfortunately he died after a protracted illness when he was only forty-four.

---

With compliments to:—
**Sriman Phani Talukdar,** M. A.,
and **Srimati Dolly Talukdar,** B. A.,

Company Bagan Road,
Gauhati, Assam.

**S. K. Bhuyan**
September 27, 1961.

# চিনাকি

"দীন-দুখী" লেখক থানেশ্বৰ হাজৰিকা আজি আমাৰ মাজত নাই ; জীৱন আৰু যশস্যাৰ ভৰ দুপৰতে তেওঁ কেতিয়াবাই ইহ-জগতৰ পৰা মেলানি মাগিলে। আজি তিনি কুৰি বছৰ বয়সৰ ইফালে সিফালে থকা কৰবাৰ দুই এজন সহপাঠী, সহকৰ্ম্মী আৰু সাহিত্য সেৱাৰ সতীৰ্থৰ বাহিৰে তেওঁৰ নাম লওঁতা নাই !

তেজৰ সম্বন্ধত থানেশ্বৰ মোৰ পূজনীয়া মাতৃৰ সাদৰৰ স্নেহলীয়া সোদৰ ; বয়সত অগ্ৰজ, সাহিত্যত মোক হাতত ধৰি আগুৱাই নিওঁতা। মনত পৰাত ১৮২০ শকৰ বহাগ মাহত, শিৱসাগৰ নগৰৰ কাষৰ দিখৌৰ প্ৰতিপাৰে থকা বনগাঁও মৌজাৰ দিছিয়াল গাঁৱত তেওঁৰ জন্ম। আজি-কালিৰ শিক্ষাৰ জোখ-কাঠীত নহলেও সেই কালৰ জোখত তেওঁৰ পিতাক লম্বোদৰ জ্যোতিষ আৰু ভক্তিশাস্ত্ৰত নামজলা পণ্ডিত আছিল। সুখ্যাতিৰে থানেশ্বৰে গাৱঁলীয়া পঢ়াশালিত উত্তীৰ্ণ হৈ শিৱসাগৰ ৰাজ্যপালন ইংৰাজী বিদ্যালয়ত নাম লগায় ১৯০৮ ত।

বয়স তাকৰ বুলি ১৯১৬ ত পৰীক্ষা দিবলৈ নিদিয়াত তেওঁ ১৯১৭ ত মেট্ৰিকুলেশ্যন্ প্ৰথম বিভাগত, ১৯১৯ ত ইণ্টাৰমিডিয়েট্ প্ৰথম বিভাগত, আৰু ১৯২১ ত দৰ্শন শাস্ত্ৰত অনাৰ্ছ ৰাখি বি, এ পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত জীৱিকাৰ বাবে যত্ন কৰি ১৯২৫-২৬ ত ইম্পিৰিয়েল ডেইৰী ডিপ্লমা কৰ্ছৰ অধ্যয়নৰ বাবে গৱৰ্ণমেণ্টৰ বৃত্তি ধৰি দক্ষিণ ভাৰতৰ বেঙ্গালোৰলৈ যায় আৰু তাতো অনাৰ্ছ ৰাখি আই, ডি, ডি পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত গুৱাহাটীৰ খানাপাৰা ফাৰ্ম্ম, আপাৰ শ্বিলং ফাৰ্ম্ম আদিত অতি দক্ষতাৰে মেনেজাৰৰ কাম চলাই শেষত কৃষি বিভাগৰ ডেপুটি-ডাইৰেক্টৰ পদলৈ উন্নীত হয়। এনেতেই কোমল বাঁহত ঘূণে বিন্ধে, আৰু সৰুৰে পৰা আলসুৱা হৈ উঠা শৰীৰত এনে পৰিশ্ৰমো সহ্য নোহোৱাত প্ৰায় ৪৫ বছৰ বয়সত মৃত্যু মুখত পতিত হয়।

সহপাঠী, সহকৰ্ম্মী আৰু সতীৰ্থ আদিৰ বাহিৰেও যেয়ে এদিন এবেলালৈ থানেশ্বৰৰ লগত চিনাকি হৈছিল—সেয়ে তেওঁৰ তীক্ষ্ণ বুদ্ধি, ধুনীয়া হাঁহি মুখ, সদয় ব্যৱহাৰ আৰু উদাৰ হৃদয়ৰ কথা পাহৰিব পৰা নাই বুলি ডাঠি কব পাৰোঁ। এটি উন্নত মধ্যবিত্ত পৰিয়ালৰ স্নেহলীয়া তীক্ষ্ণ-বুদ্ধি সম্পন্ন পুত্ৰৰূপে থানেশ্বৰ অতি লাহ-বিলাহৰ মাজত ডাঙৰ দীঘল হৈছিল। বিষয়া জীৱনতো তেওঁ যি উপাৰ্জ্জন

কৰিছিল ঘৰ সম্পত্তি, মাটি বাৰী, লৰা-তিৰোতাৰ ভৱিষ্যতৰ চিন্তা নকৰি তেওঁ সেই ধন খোৱা-পিন্ধা, সুখ-স্বচ্ছন্দতাৰে থকাত মুকলি হাতেৰে ব্যয় কৰিছিল। কোনো সামাজিক পৰ্ব উপলক্ষে ছাহাবানি এৰিব লগা হলেও তেওঁ পাটৰ চেলেং, পাটৰ পঞ্জাবী আৰু পাটৰ চুৰিয়াহে ব্যৱহাৰ কৰা দেখা মনত আছে।

ফুৰা-চকা বিষয়েও থানেশ্বৰ হাজৰিকাই যেনে তেনে উচ্চসমাজৰ লগতহে সদায় সম্পৰ্ক ৰাখিছিল আৰু তাৰ মাজতো বৰ সৰবৰহী হব পাৰিছিল।—বেঙ্গালোৰলৈ যোৱাৰ আগতে তেওঁ "দীন-দুখী" লিখিছিল, আৰু ফৰাছী নামবোৰৰ উচ্চাৰণ আৰু ফৰাচী আচাৰ-ব্যৱহাৰৰ কথা সঠিক ভাৱে জানিবৰ বাবে তেওঁ এগৰাকী উচ্চ শিক্ষিতা মহিলাৰ সহায় লৈছিল। ইমান পুৰুষাৰ্থ কৰি সেই উপন্যাসৰ ভাঙনি লিখি "লে মিজাৰাব্লা্" নামেৰেই প্ৰথম কেইটামান অধ্যায় মোলৈ পঠিয়ায় মোৰ মতামত জানিবৰ বাবে। মই তেতিয়া গুৱাহাটীৰ খাৰঘূলিত নিউ প্ৰেছত থাকি লক্ষ্মীনাথ বেজবৰুৱাৰ নামত "বাঁহী" সম্পাদন কৰোঁ। অধ্যায় কেইটি মোৰ বৰ ভাল লাগিলত মই "প্ৰতিমাৰ" খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাক দেখুৱাওঁ। তেখেতেও বৰ ভাল পাই তাক "বাঁহী"ত উলিয়াবলৈ কলে। নামটো লৈ আলোচনা হল আগৰৱালা আৰু মোৰ মাজত। "দীন-দুখী" নামটো থিৰ হল আৰু পাছত লেখকেও তাতে সমৰ্থন জনালে।

ধাৰাবাহিক ভাৱে প্ৰায় দুবছৰ কাল 'বাঁহী'ত 'দীন-দুখী' ওলাল ; লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে সকলো শ্ৰেষ্ঠ সাহিত্যিকে তাৰ উচ্চ প্ৰশংসা কৰিলে। তাৰ পাচত উপন্যাসখন কিতাপৰ আকাৰত উলিয়াবলৈ মই একাধিক বাৰ তেওঁক কলো ; উত্তৰত মাত্ৰ তেওঁ আধুনিক উচ্চ ইংৰাজী উপন্যাসবোৰ যেনে ধুনীয়াকৈ ছপায় তেনে ধুনীয়াকৈ উলিয়াব—এনে কথাকেই কয়, কামত একো নকৰে। ১৯৩৬ মানত মই এবাৰ বৰকৈ টানি ধৰাত তেওঁ কিতাপখন প্ৰেছৰ বাবে সাজু কৰিবৰ দিহা কৰে, আৰু তাৰ কেবছৰমানৰ পাছতেই নিষ্ঠুৰ কালে তেওঁক অকালতে হৰি নিলে।

'দীন-দুখী' থানেশ্বৰ হাজৰিকাৰ অলপ শেহতীয়া প্ৰচেষ্টাহে ; ইয়াৰ আগত তেওঁ ভালেখিনি গল্প-পদ্য আৰু নাট ৰচনা কৰিছিল। ১৯১১ ত ইংৰাজী বিদ্যালয়ৰ তেওঁ তেতিয়াৰ পঞ্চম শ্ৰেণীৰ (ষষ্ঠমান) আৰু মই সপ্তম শ্ৰেণীৰ (চতুৰ্থ মান) ছাত্ৰ থাকোতে হাতেলিখা 'ভূমুকি' সম্পাদন কৰিবলৈ আমি নানা গল্প-পদ্যৰ চেষ্টা কৰোঁইক। সেই সময়তে তেওঁ বাণ-বধ নে এনে এখন নাটক লিখিছিল ;



তাৰ চিন চাব এতিয়া নিশ্চয় নাই। কিন্তু তাৰ পিছত লিখা 'বভ্ৰুবাহন'—অমিত্ৰাক্ষৰী নাটকৰ এছোৱা মই ১৯২৯ মানত বাঁহী'ত উলিয়াইছিলো, নাটক স্বৰূপে যেনেই হওক, কাব্য স্বৰূপে সি অতি বিতোপন আছিল, সন্দেহ নাই।

সম্পূৰ্ণ বুলিবলৈ মই 'মিলন'ৰ সম্পাদক থাকোতে ওলোৱা দুৰ্গাপূজা বিষয়ৰ চুটি সাধুটো আৰু 'চেতনা'ত তাৰ আগতে ওলোৱা 'গোহাঞি গাভৰু' কবিতাইহে ; কিন্তু অকল এই দুটিয়েও নিপুণসকলৰ বাবে থানেশ্বৰ হাজৰিকাৰ অসমীয়া গদ্য পদ্যত পৈণত হাত থকাৰ সাক্ষ্য সদায় দিব। তেওঁৰ 'বিহুৱান' কবিতাৰ ফাকিবোৰ তেওঁৰ নাম নিদিয়াকৈ বা নজনাকৈ বহুতেই ব্যৱহাৰ কৰিছে, যেন বনঘোষা বা বিহুনামৰ দৰেই সেইবোৰ কোনোবা স্বভাৱ কবিৰ হে ৰচনা !

"মৰমৰ দীঘ দি, চেনেহৰ বানি বই,
হেপাঁহৰ আঁচুৰে বোৱা।
সপোনৰ ফুলেৰে ফুলাম মোৰ বিহুৱান,
মন দি এবেলি লোৱা ॥
কেতকীৰ তিল, নাহৰৰ ঘিলা,
সাজিছোঁ বিহুৰে পিঠা।
তগৰৰ চিৰা, চেনেহৰ দৈ,
কু-উ-উ মাতেৰে মিঠা ॥
মনে পাঁজি কটা চেলেং-ছকঠীয়া,
বুকত পাতিছোঁ কাঁহী।
মোৰ ই বিহুৱান যায় তোমালই
বতাহৰ বোকোচাত ভাহি ॥"

"গোহাঞি গাভৰু"—Lord Ullin's Daughter—ইংৰাজী কবিতাৰ ভাঙনি ; থানেশ্বৰ হাজৰিকাৰ বাহিৰৰ ছাহাবানিক তেওঁৰ ভিতৰৰ অসমীয়াত্বই হাড়ে-হিমজুৰে অসমীয়া কৰিছিল, 'গোহাঞি গাভৰু' ইংলণ্ডৰ পৰা আহিও তেনেকৈয়ে হাড়ে হিমুজুৰে তেওঁৰ হাতত অসমীয়া (পেষ্টবেল) বন-গীত-স্বৰীয়া হৈ পৰিছিল :

"উত্তৰ পাৰৰ মদন বৰুৱা
লগত লীলাক লই ;
দিখৌৰ মুখৰ ঘাটৰ আগত
কলে ভাৰত্তিৰে গই :

"ঘাটে ককাই,                নকৰিবা বেলি,
মাতিছো ভৰিত ধৰি ;
আমা দুইটিকে                যেনে তেনে মতে
থোৱা হেৰা পাৰ কৰি।
কাণৰ লং-কেৰু,                হাতৰ গাম খাৰু,
সোলোকাই দি থৈ যাওঁ।
লোৱা বঠা-ছটি                কৰিছো কাকুতি
মেলি দিয়া হেৰা নাও।" ইত্যাদি ॥

থানেশ্বৰ হাজৰিকাৰ হৃদয়ৰ উদাৰতা সৰুবেপৰা সকলো কামতে প্ৰকাশ পাইছিল। সাহিত্য সেৱাত যদিও তেৱেঁই মোক পোনতে হাতত ধৰি আগুৱাই আনিছিল, তথাপি অলপ আগবঢ়াৰ পাছত তেওঁ দুখেৰে নহয়, গৌৰৱেৰে কৈছিল, 'তুমি মোক চেব পেলাই গৈছা।' ১৯১৯ ত যেতিয়া মই জয়ে জয়ে কটন কলেজলৈ আহোঁ, তেতিয়া কবিৰূপে থানেশ্বৰ হাজৰিকাৰ নাম বৈ-বৈ যোৱা। তেওঁৰ তেতিয়াৰ কিছুমান গান আৰু কবিতা পুৰণি হাতে-লিখা 'সেউতী'ৰ পাতত থাকিব পায়, ৰবীন্দ্ৰনাথ ঠাকুৰক কটন কলেজত অভ্যৰ্থনা কৰিবলৈ লিখা গানৰ—

'ভাৰতী ৰতন,                গৌৰৱ তপন তুমি'

বোলা প্ৰথম শাৰী প্ৰায়ে মনত পৰে। ইমানতো মই অহাৰ লগে লগে তেওঁ গান কবিতা লিখিবলৈ এৰি দিলে ; আন বন্ধু বান্ধৱৰ আগতো কয়, 'বাপু আহিল যেতিয়া মই আৰু নিলিখোঁ।' ( তেওঁ মোক মৰমেৰে সদায়—'বাপু' বুলি মাতিছিল। )

সাহিত্যৰ অন্ততঃ এটা গুণত থানেশ্বৰ হাজৰিকাক মই কিয়, বহুতেই চেব পেলোৱাহে নেলাগে—লগকে ধৰিব নোৱাৰে বুলি মোৰ বিশ্বাস ; সেইটো তেওঁৰ লিখাৰ—(racy colloqualism) জতুৱা ঠাঁচো সিমান নহয়, সেইটো হৈছে ঘাইকৈ তেওঁৰ ঘৰুৱা তাৰুৱীয়া কথাৰে মানৱ অন্তৰৰ সূক্ষ্মতম অনুভূতিবোৰ জগাই তুলিব পৰা বিশেষ বৈশিষ্ট্য। পঢ়াশলীয়া কালত মই তেতিয়া সম্পাদন কৰা হাতে-লিখা 'ভূমুকি'লৈ তেওঁ "কব নোৱাৰোঁ নাৰু নকওঁ" বোলা এটি চুটি সাধু দিছিল। সেইটো পঢ়ি মই চকুৰ পানীৰে তেওঁৰ হাতৰ আখৰ বিয়পোৱা এতিয়াও মনত আছে। পিছৰ বয়সত আৰু এতিয়াও 'দীন-দুখী'ৰ তেনে কিছুমান বৰ্ণনা পঢ়ি



মোৰ চকু সেমেকি যায়, লৰাৰ দৰে উচুপিবলৈ ধৰোঁ। মই যত্ন কৰিও কেতিয়াও আজিলৈকে তেনে এখন ছবি নিজে আঁকিব পৰা নাই বুলি মোৰ বিশ্বাস। বিশ্বপ মেৰিয়েল, তাতোকৈ জ' ভেলজ'ৰ শ্ৰেষ্ঠ মানৱত্ব তথা দেৱত্বৰ বিকাশ দেখুওৱাত থানেশ্বৰ হাজৰিকাই যিদৰে ৰচনাৰ ৰহন সানিছে মোৰ বা মোৰ দৰে বহুতৰ তেনে কৰা সম্ভৱ নহলহেঁতেন বুলি মই ভাবো। সি নিপুণ চিত্ৰকৰৰ হাতৰ সুকোমল আঁচোৰৰ দৰেই বিচিত্ৰ।

থানেশ্বৰ হাজৰিকাই আমা-ডিমা বয়সতে মাক বাপেক দুইকো হেৰুৱায় ; পিতৃ-মাতৃ উভয়ৰ স্নেহৰপৰা ইমান সোনকালে বঞ্চিত হোৱাত তেওঁৰ অন্তৰত যি করুণ ৰসৰ তল-সুঁতি বৈছিল—সাহিত্যত সেয়ে সহজ ভাৱে আত্ম প্ৰকাশ লভিছে। গোটেই উপন্যাস খনৰ মানৱীয় পৰিস্থিতি উপলব্ধি কৰি তেওঁ ইয়াক তেনেদৰে নিজা ভাব-ভঙ্গীৰে লিখিছে যে তাৰ নাম-বাচক আৰু স্থান-বাচক শব্দ কেইটা সলাই দিয়া হলেই ইয়াক ফৰাছী উপন্যাসৰ ভাঙনি বুলি নকলে ধৰা কঠিন হলহেঁতেন। এয়ে ভাঙনিৰ সাৰ্থকতাৰ সাক্ষী।

ভিক্টৰ হিউগো স্বয়ং সকলো যুগৰ সকলো দেশৰ এজন মহামনীষী আৰু 'দীন-দুখী' মানৱতাৰ এখন বেদ স্বৰূপ। বৰ্ত্তমান যুগৰ এজন ফৰাছী মনীষীৰ লগত চিঠি পত্ৰৰ যোগে এটা ধাৰণা হৈছে যেন ইংলণ্ড বা তেনে কিছুমান দেশতকৈ ফ্ৰান্সৰ লগত ভাৰতৰ আন্তৰিকতা বা আত্মীয়তা অধিক স্বাভাৱিক।

হৃদয়হীন বা আত্মাহীন শাসন-যন্ত্ৰৰ পিহনি-শিল সমাজৰ তথা ব্যক্তি হৃদয়ৰ ওপৰত চিৰকাল নিষ্ঠুৰ ভাৱে যন্ত্ৰৰ দৰেই ঘূৰি তাক ভাঙি ছিঙি কেনেকৈ চুৰমাৰ কৰিব লাগিছে,—ন্যায় নীতি বা পাপ দূৰীকৰণৰ নামত এই শাসন যন্ত্ৰই নিষ্পাপ মানুহকো কেনেকৈ পাপৰ পলসুৱা আঠুৱনীয়া বোকাত সুমুৱাই মাৰিছে তাক ভিক্টৰ হিউগোই এই উপন্যাসৰ ভিতৰেদি চিত্ৰিত কৰি, তাৰ বিপৰীতে অকল এজন মহাত্মা মেৰিয়েলৰ পুণ্য আত্মাৰ স্পৰ্শমণিৰ নিচিনা পৰশে এটা দগধা চোৰৰ হিয়াও কেনে সুন্দৰ কৰিব পাৰে তাক জল-জল পট-পটকৈ দেখুৱাইছে।

এই জন মনীষীয়েই আন এঠাইত কৈছে, "কিছুমানে লিখনিৰে নৰ্ক-কুণ্ড খান্দে, আৰু কিছুমানে তাৰে স্বৰ্গ ৰচনা কৰে।" লিখনিৰে স্বৰ্গ ৰচনা কৰোতা অমৰসকলৰ ভিতৰত নিৰৱধি কাল আৰু বিপুলা পৃথিৱীৰ মাজত ভিক্টৰ হিউগোও এজন, সন্দেহ নাই। অসম প্ৰকাশন পৰিষদে তেনে এজন মনস্বীৰ পুথিৰ এই বিতোপন ভাঙনিটি প্ৰকাশ কৰি এটি লেখৰ কাম কৰিছে নিশ্চয়।

সুদীৰ্ঘ তিনিকুৰি বছৰ জুৰি ভিক্টৰ হিউগো ( ১০২৮—৮৫ ) ফৰাছী নৱন্যাস সাহিত্যৰ সৰ্বে সৰ্বা আছিল। ১৮২৭ ত এৰেঁই 'প্ৰিফেছ্ ডে ক্ৰমৱেল'ত সাহিত্যৰ প্ৰাচীন পদ্ধতিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। দেৱৰ যুগত গীতি-কাব্য, দৈত্যৰ যুগত মহাকাব্য আৰু মানুহৰ যুগত নাটক, এইদৰে তেওঁ মানৱ জাতিৰ যুগ নিৰ্ণয় কৰে। শক্তিশালিতা আৰু মানৱীয়তাই হিউগোৰ কবিতাৰ দৰেই তেওঁৰ নাটক উপন্যাসৰ ঘাই গুণ। সমাজৰ অন্যায় উৎপীড়ণৰ বিৰুদ্ধে তীব্ৰ নিন্দা, দুখ দাৰিদ্ৰ্যৰ প্ৰতি গভীৰ সহানুভূতি, মানৱ জাতিৰ ভৱিষ্যত কল্যাণ চিন্তা আৰু মৃত্যুৰ সিপাৰৰ জীৱন কল্পনা—এইখিনিয়েই তেওঁৰ সাহিত্যৰ প্ৰধান উপজীব্য। স্বৰূপতে হিউগোৱে নিজকেই মানৱতাৰ এজন গুৰু বুলি ভাবিছিল, আৰু তেওঁৰ সেই দাবী নিশ্চয় যুক্তিসঙ্গত।

স্বৰ্গীয় থানেশ্বৰ হাজৰিকাই তেওঁৰ মৌ-বৰষা লিখনিৰ ভিতৰেদি ফৰাছী সাহিত্যৰপৰা বোৱাই আনিছে ফটিকৰ ধাৰ যেন স্নিগ্ধ পবিত্ৰ ক্ষীৰৰ সুতি এটি,—যত পাপ পঙ্কিলতাৰ লেশমাত্ৰও ছিটিকি পৰিব পৰা নাই আৰু যাক চেকি...... নোলোৱাকৈয়ে আমি পৰম বিশুদ্ধ জানি পান কৰি মানৱ আত্মাক পৰিতৃপ্ত আৰু সাৰ্থক কৰিব পাৰোহঁক। লৰা কালতে স্বৰ্গীয় হাজৰিকাই এটি সপোনৰ কাহিনী আমাক কৈছিল বোলে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰই তেওঁৰ ডিঙিত হেনো এধাৰি ফুলৰ মালা পিন্ধাই দিছিল; আমি ভাবিছো তেওঁ সেই ধাৰি মালাকে সাদৰী মাতৃ-ভাষাৰ পদপ্ৰান্তৰ বাবে ৰাখি গৈছে। নিশ্চয় মালাধাৰি তলসৰা ফুলৰ হলেও সি সতকাই মৰহি নগৈ মাতৃৰ চৰণ জিলিকাই আৰু আমোলমোলাই ৰাখিব চিৰকাললৈ।

ডিম্বেশ্বৰ নেওগ

( "আজলীতৰা"—দিশপুৰ গুৱাহাটী
শঙ্কৰদেৱৰ তিথি ১৮৮৩ )

## প্ৰথম অধ্যায়

ঊনৈশ শতিকাত 'ডি' ফৰাছী দেশত এখন প্ৰসিদ্ধ চহৰ। তেতিয়া চাৰ্লছ্ ফ্ৰাঙ্কোৱা বিয়েঁভেঁ মেৰিয়েল 'ডি' চহৰৰ বিশ্বপ্।

মেৰিয়েল ১০৮৬ খৃষ্টাব্দত 'ডি' ছহৰৰ বিশ্বপ হয়। তেখেতৰ পিতাক পাৰ্লিয়ামেণ্ট সভাৰ সভ্য আছিল। ধনী পিতাকে তেখেতক ওঠৰ বছৰ বয়সতে সুন্দৰী কন্যা এটী বিয়া কৰাই দিছিল। কিন্তু ভাগ্যৰ বিড়ম্বনাত তেখেতে এই নতুন জীৱনৰ সোৱাদ লবলৈ সৰহ দিন আজৰি উলিয়াব নোৱাৰিলে। ৰাষ্ট্ৰ-বিপ্লৱৰ বানপানীত ৰাজ-তান্ত্ৰিকসকলৰ ধন-সম্পত্তি, ক্ষমতা-প্ৰতিপত্তি সকলো উটি যোৱাৰ লগে লগে মেৰিয়েলো সৰ্ব্বস্বান্ত হৈছিল। আন কি মূৰ সুমুৱাবলৈ বুলি তেখেতে এডুখৰি পঁজাও নোপোৱাত পৰিছিল। নিৰুপায় হৈ ঘৈণীয়েকেৰে সৈতে তেখেতে ইটালী দেশলৈ উঠি যায়। কিন্তু এটা ধুমুহাৰ প্ৰকোপ নৌ চম্ভালোঁতেই মেৰিয়েলৰ মূৰৰ ওপৰেদি আকৌ এটা ধুমুহা বৈ গ'ল। ইটালীলৈ আহি থান-থিত লওঁতে-নৌ-লওঁতেই তেখেতৰ দুখৰ ভাগী, বিপদৰ শেহ লগৰীয়া, প্ৰিয়তমা পত্নীগৰাকীও বুকৰ বেমাৰ হৈ মৃত্যুৰ মুখত পৰিল। এই জাউৰিত মেৰিয়েল তেনেই জুৰুলা হ'ল। ইয়াৰ পাছৰ পৰা বহুত দিন তেখেতৰ বা-বাৰ্তাৰ কোনেও একো কব নোৱাৰিছিল। বছৰ চাৰেকৰ মূৰত বিশ্বপৰ বাব লৈ আচম্বিতে আহি দেশত ওলোৱাত তেখেতক দেখি গঞা-ভূঞা লগা-ভগা আটাইবিলাক আচৰিত হৈছিল।

'ডি' চহৰৰ বিশ্বপৰ ৰজা-ঘৰীয়া বৃত্তি আছিল বছৰে পোন্ধৰ হেজাৰ ফ্ৰাঁ। এই বৃত্তি দিয়া হৈছিল বিশ্বপৰ ঘৰুৱা খৰচ আৰু সুখ-সুবিধাৰ

অৰ্থে। থাকিবলৈ এটা ডাঙৰ কাৰেং দিছিল। এই কাৰেঙৰ কাৰণে কোনো ভেৰোণ দিব নেলাগিছিল।

মেৰিয়েলে বৃত্তিৰ ধন, পঢ়াশালি চলোৱা, নৰিয়াশালি পতা, ধৰ্ম্ম প্ৰচাৰ কৰা, মন্দিৰ সজা কামত আৰু দুখীয়া-নিছলাক সহায় আৰু বেমাৰী-এজাৰীক শুশ্ৰূষা কৰিবলৈ স্থাপন কৰা পুঁজি আদিত নিগাজিকৈ চৈধ্য হেজাৰ বাটি দি নিজলৈ ৰাখিছিল এহেজাৰহে। তেখেতক থাকিবলৈ দিয়া কাৰেঙটোৰ কাষতে এটা সৰু ঘৰ আছিল। আগৰ বিশ্বপসকলে এই ঘৰটোত নৰিয়া মানুহক পতি কৰিবলৈ নৰিয়াশালি এখন পাতিছিল। মেৰিয়েল বিশ্বপ হৈ আহিয়েই নিজে এই সৰু ঘৰটোত থাকিবলৈ ল'লে আৰু তেখেতক থাকিবলৈ দিয়া ডাঙৰ ঘৰটোলৈ নৰিয়াশালিখন তুলি নিলে। আগৰ বিশ্বপসকলৰ লগুৱা লিকুচৌ, বাগী ঘোৰা, বহা-মেলা খোৰা-শোৱা আৰু পিন্ধা-উৰাৰ আসন-বসন আহিলা-পাতিৰ বৰ আড়ম্বৰ-পয়োভৰ আছিল। মেৰিয়েলে সেই আটাইবোৰ অলাগতিয়াল বিবেচনা কৰি এৰি দিছিল। ইয়াৰ পৰা যি ধন ৰাহি হৈছিল তাক দুখীয়া-নিছলাৰ মাজত বিলাই দিছিল। অসুখে-বিসুখে দূৰৰ শিষ্য-সেৱকৰ ছহৰত ফুৰিবলৈ বুলি নোৱৰাতহে এটা ঘোৰা ৰাখিছিল। তেখেতৰ শিষ্য-সেৱকৰ ভিতৰত বহুত ধনী আৰু ডাঙৰ বিষয়াও আছিল। সেইসকলে বিশ্বপৰ এনে সামান্য মানুহৰ নিচিনা চাল-চলনত মনে মনে বৰ লাজ পাইছিল। বিশ্বপৰ ঘৰত বেটী-বন্দী বুলিবলৈ মুঠেই আছিল এজনী বুঢ়ী। মেৰিয়েলে বিশ্বপ হোৱা দিন ধৰি এই ঘৰখনত যি এটা ধৰণ-কৰণ আৰু খৰচ-পাতিৰ গঢ় লগালে তাৰ ওলট-পালট আৰু তেখেত থকা কালত নহল।

তেখেতৰ লগতে তেখেতৰ ভনীয়েক কুমাৰী বেটিষ্টিনেও থাকিবলৈ লৈাছল। বেটিষ্টিনৰ অলপমান কম্পেনীৰ কাগজ আছিল। তাৰ-পৰা তেওঁ বাঢ়ি পাইছিল বছৰে পাঁচ শ ফ্ৰাঁ। এই পাঁচ শ আৰু বিশ্বপৰ এহেজাৰ ধনেৰেই ককায়েক ভনীয়েকৰ সৰলজীৱনৰ দৈনন্দিন সংসাৰ ক'তো অকণো খুন্দা-খুন্দলি নোখোৱাকৈ স্বচ্ছন্দে চলি গৈছিল।



পুৱাতে উঠি প্ৰাতঃকৃত্য সমাপন কৰি তেখেত উপাসনাত বহিছিল। উপাসনাৰ অন্তত গীৰ্জ্জাঘৰলৈ গৈ সমূহ ৰাইজেৰে নামপ্ৰসঙ্গাদি কৰিছিল। নাম-প্ৰসঙ্গাদিৰ শেহত শাস্ত্ৰ-পাঠ কৰি তাৰ ব্যাখ্যা কৰিছিল, জনমণ্ডলীক শাস্ত্ৰ-সম্বন্ধীয় উপদেশ দিছিল। গীৰ্জ্জাৰ পৰা ঘৰলৈ আহি অতি সাধাৰণ প্ৰাতৰ্ভোজন কৰি কেতিয়াবা ধৰ্ম্ম-সম্বন্ধীয় ৰচনা আদি লিখিছিল, কেতিয়াবা বাৰীত ফুল-বন খুচৰি ফুৰিছিল। তাৰ পাছত ৰোগীৰ শুশ্ৰূষা, বিপন্নৰ সহায়, নিছলাক পুতৌ কৰা বা দীন-দুখীৰ সাহায্যৰ কাৰণে সভা-সমিতি অনুষ্ঠান কৰা ইত্যাদি লোক-হিতকৰ কামেই তেখেতৰ দিনবিলাক বেলি উঠাৰ পৰা টোপনিয়ে কোলা নপতালৈকে ছানি থৈছিল। ৰোগীক পতি কৰিবলৈ বা মৰা মানুহৰ অন্তিমক্ৰিয়াৰ কাৰণে তেখেতৰ সময় অসময় নাছিল। বিপদত তেখেতৰ ওচৰত হাত পাতি কোনো বিমুখ হব লগা নহৈছিল।

এই দৰেই ভক্তিৰ ভৰত শত-সহস্ৰ শিৰ দোঁ-খুৱাই ধৰ্ম্মপ্ৰাণ ব'ৰাগী-সংসাৰী মেৰিয়েলে বিমল আনন্দত জীৱনযাপন কৰিছিল। 'ডি' নগৰো যেন তেখেতক পাই পৰম কৃতাৰ্থ হৈছিল।

---

## দ্বিতীয় অধ্যায়

১৮১৫ খৃষ্টাব্দৰ অক্ট'বৰ মাহৰ কেইদিন মানহে গৈছিল। এদিনাখন আবেলি বেলিকা এটা অচিনাকি মানুহ আহি এই 'ডি' নগৰত ওলাল। তাৰ পিন্ধা কাপোৰৰ ভিতৰত আছিল—মূৰত এটা পুৰণা টুপী, ককালত মলিয়ন ফটা পতলুং, গাত হালধীয়া ৰঙৰ কামিজ, তাৰ ওপৰতে এটা নীলা ৰঙৰ কোট ছোলা। কোট কামিজ এটাতো বুটাম নাই। বুকুখন তেনেই উদং। ছোলাৰ মাজেদি বুকুখনৰ নোমবোৰ জিলিকি আছিল। কাপোৰেৰে মেৰিওৱা টোপোলা এটা টাঙোন এডালত আঁৰি কান্ধত পেলাই লৈ ফুৰিছিল। গঢ় দেখি বয়স আঠৈ কুৰি যেন অনুমান হয়। কিন্তু তাৰ খোজ-কাতল, হাত-ভৰি দেখি ডেৰ কুৰি বছৰীয়া ডেকাৰ দৰেহে লাগিছিল। মানুহটো বৰ ওখও নহয়, বৰ চাপৰো নহয়; মজলীয়া তৰপৰ। মানুহটো দেখি ভোকে-লঘোনে বহুত দূৰৰ পৰা বাট কুৰি বাই অহা যেন লাগিছিল। ভৰিত আঠুৰ ওপৰলৈকে ধূলি। মুখখন শুকান। কপালৰ পৰা টোপা-টোপে ঘাম বাগৰি পৰিছিল। তাৰ আকৃতি-প্ৰকৃতি, গঢ়-গতি আৰু কাপোৰ-কানি দেখি বাটৰ কাষত ধেমালি কৰি থকা লৰাবিলাকে দল বান্ধি হাত চপৰিয়াই, কিৰিলিয়াই, তাৰ পাছে পাছে যাবলৈ ধৰিছিল। মানুহটোৱে সেইবোৰলৈ ভ্ৰূক্ষেপকে নকৰিলে। আপোন মনেৰে গৈ থাকিল। বাটে-পথে তাক লগ পোৱা মানুহবিলাকে ইটোৱে-সিটোৱে কাণে কাণে কিবা কোৱা-কুই কৰিলে। কোনোৱে আকৌ তাক দেখা পাই আঁতৰতে গা-ঢকা দিলে। কোনোৱেবা থানালৈকে খোজ ললে। চাওঁতে চাওঁতে গোটেই নগৰত মানুহটো অহাৰ বাতৰি বিয়পি পৰিল আৰু নগৰ জুৰি এটা ভয়ৰ ভাব ফুটি উঠিল।

ৰাতি ন-মান বজাৰ সময়ত এই অচিনাকি মানুহটোক হেলাই-হেঁপাই আহি নগৰৰ এচুকত থকা এৰা-ঘৰ এটাৰ পিৰালিত বহি পৰা দেখা



গ'ল। অলপ সময় আমনে-জিমনে নিতাল মাৰি একেথৰে বহি থাকি সি ওপৰলৈ চাই পঠিয়ালে। আকাশত এটা তৰাও নাই। মেঘ ওন্দোলাই আহিছিল। সি কিবা এটা ভাবি হুমুনিয়াহ এটা পেলাই কান্ধৰ টোপোলাটো নমাই থলে। অলপ বেলি আকৌ ৰ' লাগি আন্ধাৰৰ ফালে চাই পঠিয়াই টোপোলাটোকে শিতান কৰি সি কাতি হৈ পৰিল।

এগৰাকী বুঢ়ী সেই সময়ত গীৰ্জ্জাৰ পৰা ঘৰলৈ উভতিছিল। মানুহ এটাক তেনেকৈ বাহিৰত পৰি থকা দেখি মাত লগালে, "কোন? কি কৰিছা?"

"শুইছোঁ। দেখা নাই জানো?"

"তাতে শুবানে? শিলৰ ওপৰতে?"

মানুহটোৱে হাঁহি হাঁহি উত্তৰ দিলে—"ঊনৈশ বছৰ কটালোঁ কাঠৰ ওপৰত শুই; এতিয়া চাওঁ শিলৰ ওপৰত কেনে লাগে।"

"তুমি ৰণুৱা চিপাহী?"

"অঁ।"

"হোটেললৈ নোযোৱাঁ কিয়?"

"ধন নাই।"

"আয়ৈ দেহি! মোৰ হাততো নাই। পেনী দুটাহে আছে।"

"তাকে দিয়াঁ।"

বুঢ়ী গৰাকীয়ে পেনা দুটা মানুহটোৰ হাতত দি ক'লে—"দুটা পেনীৰে তুমি হোটেলত থাকিবলৈ নোপোৱাঁ। ৰাতিটোলৈ কাৰোবাৰ ঘৰত আলহীকে হোৱাঁগৈচোন!"

"কোনেও নেৰাখিলে।"

"কিনো কোৱাঁ! বিশ্বপৰ ঘৰলৈ গৈছিলানে? সৌটো ঘৰ।"

"নাই যোৱা তালৈ।"

"যোৱাঁ, যোৱাঁ; তেখেতৰ ঘৰলৈকে যোৱাঁ, তেখেতে নৰখাকৈ নেথাকে।" আকাশৰ ফালে চাই ক'লে,—"প্ৰভু! পৰমেশ্বৰ!"

"মানুহটো শোৱাৰ পৰা উঠিল। টোপোলাটো আৰু টাঙোনডাল তুলি লৈ বিশ্বপৰ ঘৰৰ ফালে খোজ ল'লে। বুঢ়ীগৰাকী নিজৰ ঘৰ-মুৱা হ'ল।

বিশ্বপ মেৰিয়েলে সেইদিনা সন্ধিয়া ফুৰি-চাকি আহি 'মানুহৰ কৰ্ত্তব্য' বুলি এটা প্ৰবন্ধ লিখাত ব্যস্ত হৈ পৰিছিল। প্ৰবন্ধ শেষ নৌ-হওঁতেই ভোজনৰ সময় হ'ল। ভোজনৰ মজিয়ালৈ আহি নিজৰ নিৰ্দ্দিষ্ট আসনত বহি পৰিল। ভনীয়েক বেটিষ্টিন্ আগতে আহি বহি আছিল। ভনীয়েক বেটিষ্টিনে সুধিলে, "ককাইদেৱ! আজি হেনো ডকাইত এটা আমাৰ নগৰ সোমাইছেহি। মানুহৰ মুখত পানী নাই।"

"হয়নেকি? ক'তনো শুনিলা?"

বুঢ়ী লিগিৰী মেগলোৱাৰে মাত দিলে,—"মুখে মুখে তাৰে কথাহে। ভয়তে দোকানী-পোহাৰী আটায়ে ফুট-গধূলিতে দোকান-পোহাৰ সামৰি দুৱাৰ ঘৰ মাৰি ভিতৰ সোমাইছে। আজি ৰাতি ক'ত কি হয় ঈশ্বৰেহে জানিছে। আমাৰ আকৌ এখন দুৱাৰতো তলা নাই। ছিপাহী-ছন্তৰীহঁতেও মানুহক সাৱধানে থাকিবলৈ কৈ ফুৰিছে।"

এনেতে বাহিৰত কোনোবাই দুৱাৰত ঢাকিওৱাৰ শব্দ আহিল। বিশ্বপে মাত দিলে—"কোন? সোমাই আহক!" বিশ্বপে মাত দিয়াৰ লগে লগে মানুহ এটা আহি খোৱা কোঠালিৰ দুৱাৰমুখত থিয় হ'ল। মানুহটো দেখিয়েই লিগিৰীজনীৰ চুলিৰ আগেদি জীৱ গ'ল। কুমাৰী বেটিষ্টিনে মানুহটোৰ ফালে চায়ে ককাইদেৱকৰ মুখলৈ চাই ৰ' লাগিল। বিশ্বপে মানুহটোক ধীৰ-গম্ভীৰভাৱে এবাৰ চকু ফুৰাই লৈ কিবা এটা ক'ব খোজোঁতেই মানুহটোৱে কবলৈ ধৰিলে, "মোৰ নাম জঁ ভেলজঁ। মই চুৰ কৰি ফাটেকত পৰিছিলোঁ। ১৯ বছৰ ফাটেক খাতিলোঁ। খালাছ পাবৰ আজি ৪ দিন। এই চাৰি দিনে মই ভাত নাই, পানী নাই—বাটে-ঘাটে অনাই-বনাই ফুৰিছোঁ। ধন দিলতো কোনেও মোক এমুঠি খাবলৈ নিদিলে। পৰি থাকিবলৈ বুলি ঘোৱা থকা ঘৰতো সোমাবলৈ নিদিলে। আজি দিনৰ দিনটো এই



নগৰখনৰ হোটেলে হোটেলে ঘূৰিলোঁ। আটায়ে মোক দূৰৰে পৰা খেদি দিলে। ভোকত মোৰ পেট পুৰিব লাগিছে। লৰচৰ কৰিবলৈকো গাত শক্তি নাইকিয়া হৈ আহিছে। মোক ৰাতিটোৰ কাৰণে অকণমান আশ্ৰয় দিব পাৰিবনে?"

বিশ্বপে লৰালৰিকৈ উঠি চকি এখন জুহালৰ কাষলৈ টানি নি আস্তব্যস্তকৈ মানুহটোক বহুৱাই লিগিৰীৰ ফালে চাই মাত দিলে, "মেগ্‌লোৱাৰ বাই! এখেতলৈকো কাঁহী সজোৱাঁ। মোৰ শোৱা কোঠাৰ কাষৰ কোঠাটোত থকা পালেঙখনত এখেতলৈ তুলি-তলিছা পাৰিবা। ৰূপৰ কাঁহী-বাটিখিনিকে উলিওৱাঁ। মেজখন সজোৱাঁ। পলম নকৰিবা।"

ভেলজঁ আচৰিত হ'ল। সি নিজৰ চকু-কাণকে বিশ্বাস কৰিব নোৱাৰাত পৰিল। থোকা-থুকিকৈ সুধিলে, "সচাকৈয়ে মোক থাকিবলৈ দিছেনে? এইটো হোটেল নে কি?" বিশ্বপে ধীৰ-মধুৰ মাতেৰে উত্তৰ দিলে, "নহয়, এইটো মোৰ ঘৰহে। মই এটা সামান্য বিশ্বপ।"

লিগিৰীয়ে ৰূপৰ ফুল-দানীত ফুল ভৰাই, ৰূপৰ মম-দানীত মমবাতি জ্বলাই মেজ সজালে। তাৰ পাছত ৰূপৰ কাঁহী-বাটিত আহাৰ আনিলে। বিশ্বপৰ অতিথি-অভ্যৰ্থনাত ভেলজঁ একেবাৰে স্তম্ভিত হৈ পৰিল। সি অবাক্ হৈ যন্ত্ৰ বা কলৰ পুতলাৰ দৰে খাই গ'ল। খোৱা শেষ হ'লত বিশ্বপে ভেলজঁক বিছনালৈ লৈ গ'ল। অলপ পাছতে নিজৰ নিজৰ কাম সমাধা কৰি বিশ্বপ, বেটিষ্টিন্ আৰু মেগ্‌লোৱাৰেও নিজৰ নিজৰ বিছনাত পৰিল। ক্ষন্তেকৰ পাছতে ঘৰৰ ঘৰোৱাল টোপনিত লাল-কাল হৈ পৰিল। ভেলজঁই তাৰ কাপোৰ-কানি নখহোৱাকৈয়ে বিছনাত বাগৰ দিলে। পৰা মাত্ৰকে তাক টোপনিয়ে হেচা মাৰি ধৰিলে।

মাজনিশা। হঠাৎ ভেলজঁৰ টোপনি ভাগিল। গীৰ্জ্জাৰ ঘৰীত টং টং কৰে দুই বজা তাৰ কাণত পৰিলহি। উনৈশ বছৰ একে লালিয়ে কাঠৰ ওপৰত বাগৰি সি জীৱন কটালে। আজি তাৰ

কোমল উম্‌লগা বিছনা! চাৰিঘণ্টাৰ ভিতৰতে তাৰ ভাগৰ-জিগৰ সকলো হৰি গ'ল। সি চকু মেলি বাহিৰলৈ চাই পঠিয়ালে। ক'তো এটি জন-প্ৰাণী নাই। অসীম নিৰ্জ্জনতা। কাণ উনাই শুনিলে,—কাৰো ক'তো সাৰ-সিকতি নাই, পূৰ্ণ নীৰৱতা। কাষ-ঘূৰাই আকৌ সি শুবলৈ বুলি চকু মুদিলে। ভাগৰুৱা আৰু চিন্তাত থকা মানুহৰ টোপনি সোনকালে আহে হয়, কিন্তু সেই টোপনি এবাৰ ভাগিলে কোনোমতেই ঘূৰাই আনিব নোৱাৰি। ভেলজঁৰ টোপনি আৰু নাহিল। টৌৰ পাছত ঢৌ অহাদি তাৰ মনত ইটোৰ পাছত সিটোকৈ কিছুমান চিন্তা আহিবলৈ ধৰিলে।

কাষৰ কোঠাত বিশ্বপৰ বিছনাৰ কাষতে এটা আলমাৰি আছিল। এই আলমাৰিটোতে সন্ধিয়া উলিওৱা ৰূপৰ কাঁহী-বাটিবোৰ লিগিৰীয়ে আনি ভৰাই থৈছিলহি। ঘৰ-ঘৰোৱাল টোপনিত অচেতন! ৰূপৰ কাঁহী-বাটি! এনে সুবিধা ভেলজঁই আৰু নেপায়। ভেলজঁই ভাবিবলৈ ধৰিলে। এবাৰ ভাঙে, এবাৰ পাতে; এবাৰ পাতে এবাৰ ভাঙে। এনেকৈ থাকোঁতেই গীৰ্জ্জাৰ ঘৰীত তিনি বাজিল। ভেলজঁই লাহেকৈ উঠি বিছনাত বহি পৰিল। অলপ পৰ বহি আকৌ কাতি হ'ল। গীৰ্জ্জাৰ ঘৰীয়ে আকৌ টং কৰি আধা-ঘণ্টা যোৱাৰ বাতৰি দিলে। এইবাৰ ভেলজঁ বিছনাৰ পৰা নামি থিয় হ'ল। হাতত সাৰে ভৰিত সাৰে আহি খিৰিকিৰ কাষ চাপিল। আকৌ মনত উগুল-থুগুল লাগিল। মুকলি খিৰিকিয়েদি আকাশলৈ চাই পঠিয়ালে। সীমাহীন সুনীল আকাশত জোনে মেঘৰ আঁৰত লুকা-ভূমুকা খেলি তলৰ পৃথিবীৰ ওপৰত আন্ধাৰ-পোহৰৰ ইন্দ্ৰ-জাল এখন মেলি দিছে। বিশ্বপৰ শোৱা-কোঠালৈ চাই পঠিয়ালে—উদাৰ আকাশৰ দৰেই উদাৰ মনেৰে বিশ্বপ পৰম শান্তিত নিদ্ৰা-মগ্ন। মুখত হাঁহিৰ ৰেখ! বিষাদ-কপট, চিন্তা-ভাবনাৰ ক'তো আঁচ এটাও নাই। তেখেতৰ শিতানত থকা কৰণি এখনত যীশুৰ মূৰ্ত্তি এটি আছিল। দেখি তাৰ মনত এনেহে লাগিছিল যেন মূৰ্ত্তিটিয়ে হাত এখন মেলি বিশ্বপৰ মূৰত



আশীৰ্ব্বাদহে বৰষিছে। ভেলজঁ সঙ্কুচিত হৈ পৰিল। গোটেই গা শিয়ঁৰি উঠিল। সি বিশ্বপৰ পৰা তাৰ চকু আঁতৰাই আনিলে আকৌ দ্বিধা, আকৌ চিন্তা। এইদৰে অলপ বেলি বাহিৰলৈ চাই থাকি ভেলজঁই এইবাৰ স্থিৰ সিদ্ধান্ত কৰি ধীৰ-গম্ভীৰ অথচ অস্পষ্ট খোজেৰে আলমাৰিটোৰ কাষ চাপিল। আলমাৰিটো মেলা। তলা-চাবি একো নাই। সি আলমাৰিৰ দুৱাৰখন মেলি কাঁহী-বাটি সোপাকে উলিয়াই লৈ নিজৰ বিছনাৰ কাষ পালেহি। বিছনাৰ পৰা তাৰ টোপোলাটো দাঙি ললে। কাঁহী-বাটিখিনি ভালকৈ সামৰি-সুতৰি বিছনাৰ তলত থোৱা টাঙোন ডালৰ এমূৰে বান্ধিবলৈ ধৰিলে। বন্ধা হ'লত টাঙোন ডাল কান্ধত পেলাই খিৰিকিয়েদি জপিয়াই ঘৰৰ বাহিৰ ওলাল। ঘৰৰ বাহিৰ ওলায়ে সি ফুলনিৰ মাজেদি পোনাই দি ঢাপৰ দেৱাল দেই ৰাজ-আলিত উঠিল। সি নিছেই অলপ সময়ৰ ভিতৰতে এই কামখিনি সমাধা কৰিলে আৰু তাতোকৈ তাকৰ সময়ৰ ভিতৰতে সি ৰাজ-আলিত উঠি অদৃশ্য হৈ পৰিল।

---

## তৃতীয় অধ্যায়

ৰাতি পুৱাল। পুৱাটো বিতোপন ৰদালি আছিল। প্ৰাতঃ ভোজনৰ পাতত বিশ্বপ মেৰিয়েল বহি আছে। কাষতে তেওঁৰ ভনীয়েক বেটিষ্টিন্। ওচৰতে পিছফালে থিয় হৈ লিগিৰী মেগলোৱাৰ। বিশ্বপে এটা মিচিকিয়া হাঁহি মাৰি এবাৰ ভনীয়েকৰ ফালে আৰু এবাৰ মেগলোৱাৰৰ ফালে তেওঁৰ শান্ত প্ৰশান্ত চকুদুটি ফুৰাই লাহেকৈ মাত দিলে "মই দেখিছোঁ, কাঠৰ কাটা-ছামুছবো একো আৱশ্যক নকৰে।"

বেটিষ্টিনে একো নেমাতিলে। মেগলোৱাৰৰ সহ্য ন'হল। ভোট্-ভোটাই উঠিল — "এনে কথা আমি দেখা যি নাই, শুনাও নাই। এনে এটা অঘাইটং চোৰক খুৱাই-বুৱাইনো নিজৰ ঘৰৰ ভিতৰত কোনোবাই ঠাই দিয়েনে? বিধি পোন আছিল গুণেহে সি চুৰ কৰিয়েই গুচি গ'ল।"

বিশ্বপে ক'লে "বাই, নহয়, তুমি ভুল বুজিছাঁ। সেইবোৰ বস্তু জানো মোৰ? দুখীয়াৰ বস্তু, মই কোনোবা কাহানিবাই দুখীয়াক বিলাই দিয়া উচিত আছিল। বেচাৰা! কালি তাক নেদেখিলানে, ভোকত কেনেকৈ কল-মলাই ফুৰিছিল! যাৰ বস্তু সি নিলে! তাকে বেচি-কিনি সি তেও দুদিন দুসাঁজ ভালকৈ খাব পাৰিব।"

কথাষাৰ শেষ হওঁতে-নৌ-হওঁতেই এদল মানুহে হাই-কোৰাল কৰি তেওঁৰ জপনাৰ মুখত আহি থিয় দিলে। তিনিটা মানুহে এটা মানুহক ধৰি লৈ আহিছিল। মানুহকিটা পুলিছৰ। ধৰি অনা মানুহটো বিশ্বপৰ ঘৰৰ যোৱা ৰাতিৰ আলহী জঁ ভেলজঁ। পুলিছৰ মুখিয়ালজনে আগবাঢ়ি বিশ্বপক নমস্কাৰ কৰি সম্বোধন কৰিলে, "আতা!"

বৃদ্ধ বিশ্বপে লৰালৰিকে জঁ ভেলজঁৰ কাষ চাপি তাৰ গাত হাত ফুৰাই ক'লে, "অ' তুমি! তোমাক দেখি মই সন্তোষ পালোঁ; তোমাক মই সেই ৰূপৰ মম-দানী দুডালো দিছিলোঁ নহয়। সেই দুডাল বেচিলে দুশ ফ্ৰাঁ পাবাঁ। এৰি থৈ গ'লা কিয়?"

পুলিছৰ মুখিয়ালজনে মাত লগালে "আতা! তেনেহলে আমি



তাক মিছায়ে চোৰ বুলি ধৰি লৈ আহিলোঁ। আমি তাক বাটত লগ পাওঁতেই সি পলাবলৈ চুচুক্-চামাক কৰা দেখি বন্দী কৰি লৈ আহিলোঁ।"

"সি তোমালোকক কোৱা নাছিলনে এইবোৰ মই তাক দিছিলোঁ-বুলি?"

"কৈছিল, কৈছিল।"

"তোমালোকৰ পতিয়ন নহ'ল নহয়? ভুল কৰিলা।"

"তেন্তে আমি তাক এৰি দিওঁ এতিয়া।"

"নিশ্চয় এৰি দিয়াঁ।"

জঁ ভেলজঁৰ হাতৰ বান্ধ মোকোলাই দি পুলিছ পিছ হুহঁকি গ'ল। জঁ ভেলজঁই সুধিলে, "মোক এৰি দিছাঁ?"

পুলিছৰ এজনে উত্তৰ দিলে, "অঁ, তোক এৰি দিছোঁ। গমকে পোৱা নাইনেকি তই?"

বিশ্বপে আকৌ গাত হাত ফুৰাই ভেলজঁক কলে, "বন্ধু! তুমি ৰ'বাঁ; মম-দানী দুডাল লৈ যোৱাঁ।"

বিশ্বপ ভিতৰ সোমাল। ভেলজঁ নিৰ্ব্বাক নিস্পন্দ। সপোন নে দিঠক একো ধৰিব নোৱাৰিলে। বিশ্বপে ক্ষন্তেক পাছতে মম-দানী দুডাল আনি ভেলজঁৰ হাতত গুজি দিলেহি। তিৰোতা দুগৰাকীৰ মাত-বোল হৰিল। কাতি-কুটা নাই। তেওঁলোকে অনিমিষ নেত্ৰে বিশ্বপৰ কাৰ্য্য-কলাপ চাই থাকিল। ভেলজঁৰ গোটেই শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ কঁপি উঠিল; যন্ত্ৰ-চালিতৰ দৰে মম-দানী দুডাল হাতত লৈ ভেবা লাগি চাই ৰ'ল।

বিশ্বপে মম-দানী দুডাল দিয়ে ভেলজঁক সম্বোধন কৰি আকৌ কবলৈ ধৰিলে, "এতিয়া তুমি নিৰ্ভয়ে গুচি যোৱাঁ। পিছে বন্ধু, এটা কথা। যেতিয়া তুমি আকৌ ঘূৰি আহাঁ, মোৰ ফুলনিৰ মাজেদি অকাই পকাই আহিবৰ তোমাৰ কোনো সকাম নাই। দিনতেই হক বা ৰাতিতেই হক, তুমি মোৰ আগ-দুৱাৰখন মেলা পাবাঁ।" "পুলিছহঁত," পুলিছ কৰ্ম্মচাৰী-বিলাকৰ ফালে চাই মাত লগালে, "তোমালোক এতিয়া যাব পাৰাঁ।"

পুলিছহঁত গুচি গ'ল। ভেলজঁ মূৰ্চ্ছা যোৱা মানুহৰ দৰে নিমাত

নিসাৰ। বিশ্বপে কাষ চাপি আহি আকৌ লাহে লাহে কবলৈ ধৰিলে, “নেপাহৰিবাঁ, তুমি এইবোৰ বেচি পোৱা ধন, সজ কামত লগাই সজ উপায়েৰে জীৱিকা উলিয়াই ভাল মানুহ হবলৈ শপত খাইছিলা।”

ভেলজঁৰ তেনে কোনো শপতৰ কথা মনত নপৰিল। অবাক্ হৈ বিশ্বপৰ ফালে চকু থৈ বৈ থাকিল। বিশ্বপে আকৌ আৰম্ভ কৰিলে, “জঁ ভেলজঁ! আজিৰ পৰা তুমি মোৰ ভাই। তুমি এতিয়া বেয়া হৈ থকা নাই। ভাললৈ উঠি আহিছাঁ। মই তোমাৰ আত্মা কিনি লৈছোঁ। তাক কু-ভাব কুকৰ্ম্মৰপৰা আঁতৰাই আনি এতিয়া ঈশ্বৰৰ ওচৰত সমৰ্পণ কৰিলোঁ।”

কথা শেষ হ’ল। এখোজ-দুখোজ কৈ ধীৰ গম্ভীৰ খোজেৰে বিশ্বপ ভিতৰ সোমাল। ভেলজঁ চৰগ্‌পৰা মানুহৰ দৰে অলৰ-অচৰ হৈয়ে বৈ থাকিল।

কিছুমান বেলিৰ মূৰত টোপনিৰ পৰা সাৰ পাই উঠা মানুহৰ দৰে ভেলজঁই সাৰ পাই উঠি ইফালে-সিফালে চাবলৈ ধৰিলে। কাষত মানুহ-দুনুহ কাকো নেদেখি সাউৎকৰে তাৰ পৰা সৰকি পৰিল। বাট-পদূলিৰ একো ভেদ নেৰাখিলে। পথাৰ-বননি, হাট-ঘাট যেনিয়ে দুচকু গ’ল তেনিয়ে দুভৰি চলাই দিলে। নেজানিলে ক’লৈ যাব, নেজানিলে কেনি যাব লাগে। যাব লাগে, গৈ থাকিল।

ভেলজঁৰ ঘৰ বুলিবলৈ একো নাছিল। সৰুতে মাউৰা হৈ বায়েকৰ ঘৰত ডাঙৰ-দীঘল হয়। পঢ়া-শুনা নাই। ভিনিহিয়েকৰ লগতে হাল বায়, কোৰ মাৰে; সলনিত দুবেলা দুমুঠি পেটত পেলায়, দিন নিয়ায়। এইদৰে ডাঙৰ-দীঘল হৈ পঁচিশ বছৰ বয়সত সোমাওঁতেই চুৰ কৰা অপৰাধত ফাটেকত পৰে। চুৰ কৰিছিল ৰুটিৱালাৰ দোকানৰ পৰা ৰুটি এটা। সেই দোষত তাৰ পাঁচ বছৰৰ ফাটেক হয়। এই পাঁচ বছৰৰ ভিতৰত সি চাৰিবাৰ জেলৰ পৰা পলাবলৈ চেষ্টা কৰিছিল। পলাবলৈ চেষ্টা কৰাৰ অপৰাধত আৰু চৈধ্য বছৰৰ ফাটেক হয়। এই ঊনৈশ বছৰৰ শেহত জেলৰ পৰা মুক্ত হোৱা সেইদিনা পাঁচদিন মাথোন।



ঊনৈশ বছৰ জেলত থাকি ভেলজঁ দিনক দিনে ইমান দুৰ্দ্দান্ত হৈ পৰিছিল যে তাৰ নাম শুনি মানুহ ভয়ত কঁপি উঠিছিল। তাৰ অসাধ্য বোলা কাম পুলিছেও ভাবি নেপাইছিল। পুলিছৰ সতৰ্ক-পহৰা অসংখ্য বুদ্ধি-কৌশল সকলো সময়ে সময়ে ভেলজঁৰ ওচৰত ঘাটি মানিছিল।

জেললৈ যোৱাৰ আগতে কিন্তু ভেলজঁ এনেকুৱা নাছিল। ভিনিহিয়েক জীয়াই থাকোঁতে হাল-কোৰ বাই খেতি-পথাৰ কৰিয়েই দিন কটাইছিল। ভিনিহিয়েক মৰিলত বায়েকৰ সাতোটা সৰু সৰু ল’ৰা-ছোৱালীক ভৰণ-পোষণ দিবলৈ সি কাঠ-কটীয়াৰ কাম কৰিবলৈ ধৰিলে। কাঠ কাটি যিমানে উপাৰ্জ্জন কৰিছিল সিমানে আনি বায়েকৰ হাতত দিছিলহি। তথাপি দিনৰ দিনটো কাঠ কাটি আহি ৰাতি কোনো দিনাহে সি জোখাৰে খাবলৈ পাইছিল। কোনো কোনো দিনা ঘৰৰ ঘৰোৱালে আধা-পেটী খাবলৈকো নোজোৰে। এই কাৰণে সি কাঠ কাটি পোৱা ধনৰ পৰা মাজে-সময়ে দুই-চাৰি ‘ছু’ হাতত ৰাখিছিল। কিন্তু সেই ধনেৰে সি নিজে একো খাবলৈ সুবিধা কৰিব নোৱাৰিছিল। আধাপেটী হোৱা ভাগিনীয়েকহঁতে কেতিয়াবা কেতিয়াবা ভোকত ওচৰৰ দোকানৰ পৰা মাকে কব নোৱৰাকৈ মাকৰ নামে বাকীকৈ কিনি কিবা-কিবি বস্তু খায়। ভেলজঁই ল’ৰাহঁতক মাকৰ হাতৰ শাস্তিৰ পৰা সৰুৱাবলৈ নিজৰ পেটৰ ভোক পেটতে মাৰ নিয়াই বায়েকে গম নোপোৱাকৈ বাহিৰে বাহিৰে দোকানৰ ধাৰ মাৰে। এদিনাখন তাৰ কাম নাইকিয়া হ’ল। ঘৰৰ-ঘৰোৱাল লঘোণত পৰিল। ভোকত ল’ৰা-ছোৱালীবোৰে কোঢ়াল কৰি কান্দোনত মাকক অস্থিৰ কৰি তুলিলে। মাকে খঙ-বেজাৰত সিহঁতক মাৰিব-কিলাবলৈ ধৰিলে। কোনো-কোনোটো ভোকত লেতু-সেতু হৈ মৰা-প্ৰায় হ’ল। ভেলজঁই সিহঁতৰ আলৈ-বিলৈ দেখি ঘৰত থাকিব নোৱাৰি বাহিৰ ওলাই আহিছিল। ওচৰতে এখন ৰুটিৰ দোকান আছিল। দোকানখনত ৰুটি ঠাহ খাই আছে, অথচ ল’ৰা-ছোৱালীয়ে খাবলৈ নেপাই মৰে। তাৰ মনত এইটো দোকানীৰ ঘোৰ অন্যায় যেন লাগিল। ল’ৰা-ছোৱালীবিলাকে খাবলৈ পোৱাটো সিহঁতৰ ন্যায্য

অধিকাৰ। এই অন্যায় অবিচাৰ তাৰ সহ্য ন'হল। সি দোকানৰ বেৰ ভাঙি ৰুটি এটা ল'লে। এনেতে গিৰিহঁতে সাৰ পাই তাক ধৰি নি পুলিছত দিয়ে। বিচাৰত তাৰ পাঁচ বছৰ ফাটেক।

তাৰ গাত বল আছিল ভীষণ। চাৰি-পাঁচটা মানুহে তাক সতকাই বলে নোৱাৰিছিল। ডেকাবয়সৰ অকলশৰীয়া প্ৰাণে জীৱনৰ লগৰীয়া বিচাৰি ভেলজঁক কেতিয়াবা প্ৰণয়িনীৰ ওচৰত প্ৰেম-ভিক্ষা কৰিবলৈ নিয়া কাবো মুখৰপৰা শুনা নাই। ই বোধকৰোঁ তাৰ সময়ৰ অভাৱতেই হবলা। যৌবনত ভৰি দিওঁতেই জেল—তাৰ পাছত জেলতেই ১৯ বছৰ। অন্তৰত মৰম-বেথা কিমান আছিল তাকো ক'ব নোৱাৰোঁ। আইন হক নহক, এই উনৈশ বছৰ জেল খাটি খাটি তাৰ হিয়াখন হলে শুকাই একেবাৰে নীৰস হৈ পৰিছিল। নহলে এই উনৈশ বছৰৰ ভিতৰত তাৰ চকুত এদিনো চকুৰ পানী এটোপা কোনেও দেখিব নেপায়নে?

বিশ্বপৰ ঘৰৰ পৰা ওলাই যোৱাৰ পাছত ভেলজঁক কোনেও ক'তো দেখা কৰ নোৱাৰে। সময়ৰ সোতত উটি-বুৰি তাৰ নামৰ জকাটোও ভাগি চূণ-চাত হ'ল। মাথোন কেতিয়াবা ক'ৰবাত দুৰ্দ্দান্ত চোৰৰ নাইবা পলৰীয়া কয়দীৰ কথা ওলালেহে পটন্তৰ দিবলৈ ভেলজঁৰ নামৰ উল্লেখ হয়। কোনো-কোনোৱে কয় বিশ্বপৰ ঘৰৰ পৰা যোৱা দিনা সন্ধ্যা লাগি ভগাৰ পাছত এখন মুকলি পথাৰৰ মাজত কোনোবাই ভেলজঁক হেনো 'জাৰ্ভিয়াছ' 'জাৰ্ভিয়াছ' কৈ চিঞৰি ফুৰা শুনিছিল। জাৰ্ভিয়াছ বোলা কেওঁ-কিছু নাইকিয়া দহ বছৰীয়া ল'ৰা এটাৰ হাতৰ পৰা তাৰ দুই ফ্ৰাঁৰ মোহৰটো কাঢ়ি লৈ পাছত মনত দুখ লাগি হেনো তাক মোহৰটো ওভতাই দিবলৈকে তেনেকৈ চিঞৰি ফুৰিছিল। ল'ৰাটোক নেপাই পথাৰতে হেনো বহুত পৰলৈকে সি উচুপি উচুপি কান্দি আছিল। তাৰ পাছত কেনি গ'ল, কি হ'ল, কোনেও একো নেজানে। ডাকোৱাল দুটামানে কয়,—সিহঁতে সেই দিনা ৰাতিলৈ তিনি মান বজাৰ সময়ত ডাক লৈ আহোঁতে ভেলজঁক হেনো বিশ্বপৰ দুৱাৰ মুখত আঠুকাঢ়ি ওপৰলৈ হাতযোৰ কৰি বহি থকা দেখি গৈছিল।

---

## চতুৰ্থ অধ্যায়

এই সময়তে ফৰাঁছী দেশৰ ৰাজধানী পেৰি ছহৰৰ ছাত্ৰাবাস এটাত চাৰিজন ছাত্ৰবন্ধুৱে লগলাগি থাকিবলৈ লৈছিল। তেওঁবিলাকৰ ঘৰ পেৰিত নাছিল। আহিছিল পেৰিত পঢ়িবলৈ।

চাৰিওজন বন্ধুৱে চাৰিগৰাকী গাভৰুক প্ৰণয়িনী কৰি লৈছিল। এই গাভৰু কেগৰাকীৰ প্ৰত্যেকেই বৰ শুৱনি আছিল। তথাপি ফঁটিন আছিল জাকত-জিলিকা। ফঁটিন টলেমিয়েজ বোলা ছাত্ৰজনৰ প্ৰণয়িনী।

ফঁটিনৰ জীৱন-বুৰঞ্জীৰ আদি-ছোৱা অনাবিস্কৃত। মানুহে প্ৰথমে তাইক দেখিছিল তাই যেতিয়া চাৰি বছৰীয়া ল'ৰি ফুৰা। ক'ৰ ছোৱালী, কি কথা, একো সম্ভেদ নাই। ভৰিত জোতা-মোজা নাই, লগত কোনো ৰখীয়া নাই॥ অকলে অকলে বাটত ডেও দি ডেও দি ল'ৰি ফুৰিছিল। প্ৰথম যিজন মানুহে তাইক লগ পায়, তেৱেঁ মৰমত তাইক ফঁটিন্ বুলি মাতিলে। তায়ো তেতিয়াৰে পৰা মানুহে তাইৰ নাম সুধিলে ফঁটিন্ বুলি কবলৈ ধৰিলে। মানুহেও তাইক ফঁটিন বুলিয়েই মাতিলে। শেহত সেয়েই তাইৰ নাম হৈ গ'ল। সেই নামেই আজি তাইৰ একমাত্ৰ পৰিচয়। অ'ত ত'ত থাকি থাকি তাই যেতিয়া পোন্ধৰ বছৰীয়া হৈছিল, তেতিয়া তাই কাম-কাজ বিচাৰি পেৰি ছহৰলৈ আহিল।

তেতিয়া তাইৰ যৌৱনৰ প্ৰথম বসন্ত। মুখত মুকুতাৰ পাঁতি আৰু মূৰত সোণ-বৰণীয়া চুলিটাৰি আছিল তাইৰ বহুমূলীয়া সম্পত্তি। সদায় আনন্দ, সদায় হাঁহি। ক্ষুধাতুৰ অন্তৰ। যৌবন আছিল, ৰূপ আছিল। ৰূপত ৰাং চৰাবলৈ সুশীলা, সৰলা, লাজুকী স্বভাৱ আছিল। ডেকা টলেমিয়েজ ফঁটিনৰ ৰূপত মোহ গ'ল। অবুজ ছোৱালী ফঁটিন্ টলেমিয়েজৰ প্ৰেমত বান্ধ খালে। নিৰাশ্ৰয়া লতাই আশ্ৰয় পালে, অৱলম্বন পালে। তাই কোনোবা সৰগৰ সুখ-সপোনত মগ্ন হৈ পৰিল। চাওঁতে চাওঁতে

প্ৰথম প্ৰণয়ৰ প্ৰীতি-উপহাৰ এটী কন্যা সন্তানে ফঁটিনৰ বুকু জুৰাই কোলা ভৰাই দিলে। আদৰত তাই জীয়েকক নাম দিলে "কজেট্"।

আমোদ-প্ৰমোদ লাহ-বিলাহত ডেকা-গাভৰুহঁতে দুবছৰ মানেই কটালে। এদিন আবেলি বন্ধু চাৰিজনে কিবা এটা মনতে আলচ কৰি গাভৰু কেগৰাকীৰ গুৰিলৈ আহি বৰ ধুম-ধামেৰে ধেমালি-ধুমুলা কৰিবলৈ লাগি গ'ল। ধেমালি-ধুমুলাৰ শেহত সিহঁতে নতুন কিবা এটা ধেমালি দেখুৱাম বুলি কৈ ৰেলৰ ষ্টেস্যনৰ ফালে গুচি গ'ল। গাভৰু চাৰি গৰাকীয়ে ধেমালি চাবলৈ বুলি বৰ উৎকণ্ঠিত হৈ বাটলৈ চাই ৰৈ থাকিল। কিছুমান বেলিৰ পাচত হৰকৰা এটাই চিঠি এখন আনি তেওঁলোকৰ হাতত দিলেহি। গাভৰু চাৰিও গৰাকীৰ নামে চিঠিখন আহিছিল। তেওঁবিলাকে জুমপাতি চিঠিখন মেলি চাই পঢ়িবলৈ ল'লে। তাত লেখা আছিল—

'সাদৰীহঁত! পিতৃ-মাতৃ, ভাই-বন্ধুৰ প্ৰতি আমাৰ কৰ্ত্তব্যই আজি আমাক তোমালোকৰ পৰা চিৰদিনলৈ মেলানি মাগিবলৈ বাধ্য কৰিছে। তোমালোকৰ মোহিনীজালত ইমানদিন মেৰখাই আছিলোঁ। ঘৰ-দুৱাৰ পাহৰি গৈছিলোঁ। ঘৰৰ মানুহ আজি ঘৰমুৱা। তোমালোকে আকৌ চাৰিজন গোটাই লবলৈ বেছি দিন বাট চাব নেলাগিব। আজি দুবছৰে বহুতো ধন-বিত্ খৰচ কৰি তোমালোকক আনন্দ দিছিলোঁ। তাকে ভাবি আমাৰ ওপৰত খং উঠিছে যদি পাহৰি পেলোৱাঁ।

তোমালোকৰ
ব্লেকভিল, ফেমুইল, লিজ্‌টলিয়ে
আৰু টলেমিয়েজ্।"

চিঠি পঢ়ি গাভৰুহঁতে ইজনীয়ে সিজনীৰ চকুলৈ চাই ঠেৰেঙা লাগিল। মাত-বোল হৰিল। ভাবি থাউনি নেপালে, এই চিঠিখন ধেমালি নে সঁচা।

সন্ধিয়া লাগি ভাগি ৰাতি হ'ল। ডেকা কেজনৰ ছাঁও দেখা নগল। ফেভাৰিট্, জেফ্ৰি আৰু ডেলীয়া হাঁহি হাঁহি নিজৰ কোঠাত সোমাই শুই পৰিল। ফঁটিনে শুব নোৱাৰিলে। তাই বিছনাত মুখ লুকুৱাই কজেটক বুকত লৈ উচুপি উচুপি কান্দিবলৈ লাগিল।

দিন যাবলৈ ধৰিলে। কাপোৰ-কানি অলঙ্কাৰ পাতি যি আছিল তাকে বেচি কিনি ফঁটিনে দুখে-কষ্টে দুবছৰ কটালে। এই দুবছৰৰ ভিতৰত তাই টলেমিয়েজলৈ তিনিখন চিঠি লিখিছিল। কিন্তু টলেমিয়েজে এখনবো উত্তৰ নিদিলে। ফটিনৰ গাঁঠিৰ ধন আৰু কিমান দিন টিকিব! তাইৰ পেৰিত থকা অসম্ভৱ হৈ উঠিল।

'এম' নগৰত সেই সময়ত মেয়ৰ মেড্‌লেনৰ কাৰখানাত মাইকী-মানুহৰ কাৰণে কিছুমান কাম খালি হৈছিল। বহুতো আশ্ৰয়-হীনা নাৰীয়ে সেই কাৰখানাত কাম কৰি সুখ-শান্তিত জীৱন-নিৰ্ব্বাহ কৰিবলৈ সমৰ্থ হৈছিল। ফঁটিনে 'এম' নগৰলৈকে যাবলৈ থিৰ কৰিলে।

১৮১৮ খৃষ্টাব্দ। বসন্ত কাল। দুখ-কষ্ট হৈছিল যদিও ফঁটিন আৰু জীয়েক কজেট বসন্তৰ ফুলোঁ নুফুলোঁকৈ ফুলা দুপাহি ফুলৰ দৰেই তেতিয়াও নতুন আৰু সজীৱ আছিল। কজেট তিনি বছৰীয়া, ফঁটিন বাইশ বছৰীয়া। তিনি বছৰীয়া কেচুৱা কজেটক পিঠিত বান্ধি ফঁটিন 'এম' নগৰলৈ যাবলৈ বুলি বাট-কুৰি বাই 'ম'ফেয়াৰমেল' পালেহি। ভোকে-লঘোণে ৰ'দে-বতাহে, দুখে-ভাগৰে, ফঁটিনৰ ভৰি আৰু নচলা হৈ আহিছিল।

"ম'ফেয়াৰমেল" পেৰি আৰু 'এম' নগৰৰ মাজতে এখন সৰু গাঁও। পেৰিৰ পৰা 'এম' নগৰলৈ অহাৰ বাটতে।

ফঁটিনে জিৰণি-লবলৈ বাটৰ কাষৰ হোটেল এটাত সোমাল। হোটেলৰ গৰাকীৰ নাম টেনাৰ্ডিয়ে।

ফঁটিনে হোটেলত সোমাই ইফাল সিফাল কৰোঁতেই কজেটে ওচৰতে ধেমালি কৰি থকা হোটেলৰ গৰাকীৰ কাণ-সমনীয়া জীয়েক দুটীৰে সৈতে আপোন-পাহৰা হৈ উমলিবলৈ ধৰিলে। কজেটক তেনেকৈ উমলি থকা দেখি, ফঁটিনে হঠাৎ সৰগ্‌ ঢুকি পোৱাদি পালে।

টেনাৰ্ডিয়ে পত্নীক সুধিলে—"আই! আপোনাৰ হোটেলত মোৰ

ছোৱালীজনী ৰাখিব পাৰিবনে? আপোনাৰ ছোৱালী দুজনীৰো লগৰীয়া হব, মোৰো কাম-কাজ এখন কৰিবলৈ আজৰি ওলাব।”

টেনাৰ্ডিয়েহঁতে বুজিলে, নিশ্চয় বৰ ডাঙৰ আহু-কালত পৰিহে মানুহজনীয়ে ছোৱালীজনী এইদৰে এৰি থৈ যাবলৈ বিচাৰিছে।

টেনাৰ্ডিয়ে পত্নীয়ে মাত দিলে,—“কিমান দিব পাৰিবা খৰচা?”

“মাহে ছয় ফ্ৰাঁকৈ দিম।’ ছয় ফ্ৰাঁ এজনী ডাঙৰ মানুহৰ খৰচা। টেনাৰ্ডিয়ে স্বামীয়ে উত্তৰ দিলে,—সাঁত ফ্ৰাঁকৈ দিলে ৰাখিব পৰা হব। কিন্তু ছমাহৰ খৰচা আগধন লাগিব।”

পেৰিৰ পৰা আহিবৰ সময়ত ফাঁটিনে তাইৰ লাম-লাকট যি আছিল সকলোবোৰ বেচি ৮০ ফ্ৰাঁ ধন পাইছিল। এয়ে তাইৰ জীৱন-পথৰ শেহ-সম্বল।

টেনৰ্ডিয়ে পত্নীয়ে ক’লে—“আৰু ১৭ ফ্ৰাঁ মান হলেহে হব, ইটো সিটো কত কি কিনিব লাগিব।”

অগত্যা ফঁটিনে ৫৭ ফ্ৰাঁ ধন টেনাৰ্ডিয়েৰ হাতত দি ক’লে—“লওক, মই কোনোমতে ‘এম’ নগৰ পালেগৈয়ে হ’ল। কাম-কাজ এটা বিচাৰি-খোচাৰি লৈ হাতত ধন হলেই মই আহি তাইক লৈ যাম।”

“তাইৰ কাপোৰ-কানি?”

“কাপোৰ-কানি তাইৰ আছে। মই আটাইবোৰ আপোনাৰ হাততে দি যাওঁ।”

ধন-বিত কাপোৰ-কানি দিব লগীয়া সকলো সোধাই ফঁটিনে কজেটক চুমা খাই এতিয়াই বজাৰৰ পৰা পুতলা এটা কিনি আনোগৈ বুলি কৈ চল্-চলীয়া চকুৰে ‘এম’ নগৰলৈ খোজ ল’লে। খোজ লৈছিল হয়, কিন্তু খোজ চলিব নুখুজিছিল। ভৰি দুটাক অতি শাস্তি দিহে যেন বকুত বল বান্ধি তাই খোজ চলাইছিল। বাটে বাটে গণনা কৰি গৈছিল আৰু কিমান দিনৰ মূৰত তাই কজেটক লৈ যাবহি পাৰিব।

## পঞ্চম অধ্যায়

সোঁৰবণিৰ বহুত আগৰেপৰা ‘এম’ নগৰ ন’কলী ইংৰাজী-জাংফাই আৰু জাৰ্ম্মানী পোৱালৰ কাৰণে নাম-জ্বলা। এই ব্যৱসায়টো মাজতে কিছুমান দিন কোনো সুদক্ষ শিল্পীৰ সুনিপুণ হাতৰ মিনা-নপৰাৰ কাৰণেই জাকত-জিলিকা হৈ উঠিব পৰা নাছিল। ১৮১৫ খৃষ্টাব্দৰ সামৰণি ভাগত মেয়ৰ মেড্‌লেনে (তেতিয়া ফাদাৰ মেড্‌লেন) ‘এম’ নগৰত বসতি কৰি এই লুপ্ত ব্যৱসায়ত হাত দিয়ে। তেওঁৰ কৰ্ম্ম-পটু হাতত পৰা মাত্ৰকে এই যাউতি-যুগীয়া ব্যৱসায়ৰ এক অভূত-পূৰ্ব্ব যুগান্তৰ আহিল। ফল-স্বৰূপে তিনি বছৰৰ ভিতৰতে ব্যৱসাদাৰ, অংশীদাৰ, কৰ্ম্মচাৰী সকলোৱেই বিপুল অৰ্থৰ অধিকাৰী হৈ উঠিল।

ফাদাৰ মেড্‌লেনৰ ঘৰ বা বংশ-পৰিয়াল আদিৰে কথা নগৰৰ মানুহ কোনেও একো নেজানে। তেওঁৰ ব্যৱসায়ৰ আৰম্ভনো নিছেই কমেহে ভু পাইছিল।

মানুহে কোৱা-কুই কৰে. তেওঁৰ হাতত বৰ সৰহ এশ কি দুশ ফ্ৰাঁমান ধন লৈ ‘এম’ নগৰলৈ আহিছিল। সেয়েই তেওঁৰ কাৰবাৰৰ মূলধন। সেই যৎসামান্য পুঁজিৰেই কাৰবাৰ কৰি তেওঁ অকল নিজেই যে ক্ৰোড়-পতি হৈছিল এনে নহয়,—নগৰৰ ঘৰে ঘৰে উচ্চমনা মেগ্‌লেনে সৌভাগ্যৰ বীজ পচাই দিছিল। যিদিনা প্ৰথমে এই অচিনা দৰিদ্ৰ ব্যৱসায়দাৰে ‘এম’ নগৰত প্ৰথমে পদাৰ্পণ কৰে, সেই দিনা ডিছেম্বৰ মহীয়া ৰাতি, নগৰৰ মানুহ এঘৰত জুই লাগিছিল। এই প্ৰতিভা-মণ্ডিত স্নিগ্ধ-মূৰ্ত্তি মানুহজনে সেই অগ্নিকুণ্ডত জাপ দি গৃহস্থৰ দুটা কেচুৱা সন্তানৰ প্ৰাণ ৰক্ষা কৰে। সেই ঘটনাতেই নগৰৰ প্ৰায় মানুহেই তেওঁক চিনি পোৱা হ’ল।

বছৰে বছৰে যেতিয়া ব্যৱসায়ৰ উত্তৰোত্তৰ উন্নতি হৈ আহিল ফাদাৰ মেড্‌লেনে স্বাৰ্থ-পৰতাৰ মোহিনী-বান্ধ অপ্ৰয়াসে চূৰমাৰ কৰি দাৰিদ্ৰ্য-

নিপীড়িত নগৰ-বাসীৰ শিক্ষা-শুশ্রূষা, জীবিকা আদিৰ কাৰণে স্কুল, আচ্‌পতাল আৰু কাৰখানা পাতি মৃত-প্ৰায় নগৰ সজীৱ কৰি তুললে।

দৰিদ্ৰ ব্যৱসায়দাৰ মেড্‌লেন যেনে সৰল আড়ম্বৰ-শূন্য হৈ 'এম' নগৰলৈ আহিছিল, ক্ৰোড়পতি মেড্‌লেনো ঠিক সেই একে সৰল আৰু আড়ম্বৰ-শূণ্য হৈয়েই থাকিল। দৈনিক কাম সমাধা কৰি তেওঁ অকলশৰে বহি কিতাপ পঢ়ি সময় কটাইছিল। মানুহৰ 'ধন্যবাদ লোৱা বা প্ৰশংসা শুনাৰ পৰা তেওঁ যিমানে পাৰিছিল পলাই ফুৰিছিল। হোজা সৰল কৃষকহঁতৰ পথাৰে পথাৰে ফুৰি শস্যৰ পোক-পৰুৱা খেদা, সাৰ-জাবৰ দিয়া ইত্যাদি বিষয়ে উপদেশ দি তেওঁ ভাল পাইছিল। গাঁৱৰ মাজেদি গলেই সৰু সৰু ল'ৰা-ছোৱালীবিলাকে হাতৰ পিঠা-পনা ধুলি-ধেমালি এৰি আনন্দৰ কিৰিলি পাৰি তেওঁক বেৰি ধৰিছিলহি। তেওঁ সকলো কথাতে সৈ লোৱা প্ৰকৃতিৰ মানুহ। কিন্তু তেওঁৰ মনত সদায় এটা বিষাদৰ ভাব দেখা গৈছিল। মানুহে তেওঁৰ প্ৰকৃতি ভালকৈ বুজিব নোৱাৰিছিল। সেই কাৰণে বহুত দিনলৈকে মানুহে অনেক কথাকে ইকাণ-সিকাণ কৰিছিল। কোনোৱে তেওঁৰ শোৱা কোঠাটো সন্ন্যাসীৰ আশ্ৰমৰ দৰে দেখিছিল। কোনোৱে আকৌ সমাধিস্থল বুলিহে ভ্ৰম কৰিছিল। কিন্তু যি দুই-চাৰিয়ে কৌতুহল দূৰ কৰিবলৈ গৈ তেওঁৰ শোৱা কোঠালি স্বচক্ষে চাই আহিছিল সিহঁতে তাত সাধাৰণ চকি, মেজ খাত আৰু দুডাল পুৰণিকলীয়া ৰূপৰ মম-দানীৰ বাহিৰে আন কিবা বিস্ময়কৰ বস্তু দেখিবলৈ পাইছিল বুলি ক'ব নোৱাৰিলে। তেওঁ দুখীয়া নিছলাক ধন-বিত্ দি যথেষ্ট সহায় কৰিছিল। সময়ে সময়ে তেওঁ ৰাতি চোৰৰ দৰে গৈ কোনেও ক'ব নোৱাৰাকৈ কোনো কোনো দুখীয়া মানুহৰ ঢাৰি পাটিৰ ওপৰত ধন থৈ আহিছিল। জাৰ্ভিয়াচ বোলা নগৰৰ চিম্‌নী চফা কৰি থকা কুলী এটাক হঠাৎ এদিন লগ পাই ঘৰলৈ মাতি আনি বহুতো ধন-বিত দিছিল। এইবোৰ সাত-পাঁচৰ কাৰণেই মানুহে তেওঁৰ বিষয়ে নানা জনৰৱ ৰটিছিল।



লাহে লাহে তেওঁৰ দেশ-বিশ্ৰুত পৰাৰ্থ-পৰতা, কাৰ্য্য-কুশলতা আৰু কৰ্ত্তব্য-পৰায়ণতা ৰজা-ঘৰৰ কাণত পৰিল। মানীৰ সম্মান দেখুৱাই ১৮১৯ খৃষ্টাব্দত ৰজাই তেওঁক 'এম' নগৰৰ মেয়ৰ নিযুক্ত কৰিছিল। স্বাৰ্থ-শূন্য সৰল-প্ৰাণ মেড্‌লেনে সাধাৰণৰ বাঞ্ছিত এই সম্মান নতশিৰে উপেক্ষা কৰিলে। দুবাৰ প্ৰত্যাখ্যান কৰাৰ পিছতো প্ৰজাৰ অযাচিত অনুৰোধত ১৮২০ খৃষ্টাব্দত ৰজাই তৃতীয়বাৰ মেড্‌লেনক মেয়ৰৰ পদ যাচে। এইবাৰ মেড্‌লেনে উপেক্ষা কৰিব নোৱাৰিলে। তেওঁৰ 'মেয়ৰেলটি' 'এম' বুৰঞ্জীৰ এক নতুন অধ্যায় হৈ পৰিল।

১৮২১ খৃষ্টাব্দৰ আদি-ছোৱাতে 'ডি' চহৰৰ মহামতি বিশ্বপ মেৰিয়েলে ইহলীলা সম্বৰণ কৰিলে বুলি বাতৰি কাকতে চহৰে চহৰে বাতৰি বিলালে। 'এম' নগৰতো সেই বাতৰি ওলালহি। মেয়ৰ মেড্‌লেনে সেই বাতৰি পায়েই বৰতীয়াৰ চিন ক'লা কাপোৰ পিন্ধিলে। কোনোৱে ভাবিলে, এওঁ বিশ্বপৰ সম্বন্ধীয়া। তেওঁ হলে তেওঁৰ লিগিৰী গৰাকীৰ উচ্‌পিচনি মাৰিবলৈ বুলি কৈছিল— "সৰুতে মই বিশ্বপৰ চাকৰ আছিলো।"

প্ৰথমতে তেওঁৰ ব্যৱসায়ৰ উন্নতি দেখি বিদেশী মানুহ বুলি নগৰবাসীয়ে তেওঁৰ প্ৰতি অলপ ঈৰ্ষাৰ ভাব পোষণ নকৰাকৈ নোৱাৰিছিল। কিন্তু মেড্‌লেনৰ সদাশয়তা, অমায়িকতা আৰু পৰোপকাৰিতাই নগৰ-বাসীৰ সকলো বিদ্বেষ ধুই পেলালে।

জাভেয়াৰ সেই সময়ত 'এম' নগৰৰ পুলিছ-ইনিচ্‌পেক্টৰ। জাভেয়াৰে, কিয় ক'ব নোৱাৰি, মেয়ৰক সদায় সন্দেহ চকুৰে চাই আছিল। এদিনাখনৰ ঘটনা এটাই জাভেয়াৰৰ সন্দেহৰ খামোছটো আৰু নিকট্-কটীয়া কৰি দিছিল। সেইদিনা পুৱাৰ বেলিকা, নগৰৰ বোকা বাট এটায়দি গাড়ী চলাই নিওঁতে গাড়ীখনৰ বুঢ়া গাৰোৱানটো হঠাৎ গাড়ীৰ পৰা খহি পৰি গাড়ীৰ চকাৰ তলত সোমাল। গাড়ীখন ঠাহি বোজাই কৰা আছিল। গাড়ীৰ চকাৰ তলত পৰি বুঢ়া গাৰোৱানে কান্দোনত গছৰ পাত সৰাইছে।

মানুহ আহি বাট ভৰি পৰিছে। কোনেও একোপধ্যে বোকাৰ পৰা চকাটো দাঙি গাৰোৱানটোক উলিয়াই আনিবলৈ উপায় কৰিব পৰা নাই। মানুহৰ ভিৰ দেখি মেড্‌লেনো গৈ সেইখিনি ওলাল। জাভেয়াৰো আহিল। গাড়োৱানটো গাড়ীৰ হেঁচাত মৰে মৰে। মেড্‌লেনে মানুহবোৰক খিঙিয়াই কবলৈ ধৰিলে,—"যেয়ে গাড়ীৰ চকাটো দাঙি ধৰি বুঢ়াটোক উলিয়াই আনিব তাকে মই দুটা 'লুই' মোহৰ দিম।"

কোনেও মুখৰ মাত একেষাৰকে নিদিলে। কাৰো গাত সিমান বল নাই। বেচি মানুহে ধৰি চকাটো দাঙিবলৈকো য'ত চকাটো বোকাত সোমাইছিল তাত এটাতকৈ বেছি মানুহ থিয় হবৰ ঠাই নাই। মেডলেনে আকৌ ক'লে—"একুৰি 'লুই' মোহৰ দিম, যদি কোনোবাই চকাটো দাঙি দিয়া।"

জাভেয়াৰে মাত লগালে—"আপুনি কয় কি? এটা মানুহে এই চকাটো দাঙিব নোৱাৰে। চাৰি-পাঁচটা মানুহৰ বল অকলে এটাৰ গাত থাকিলেহে সি এই চকাটো দাঙিব পাৰিব। তেনে বলী মানুহ গোটেই দেশৰ ভিতৰত এটা মাথোন আজিলৈকে ওলাইছে। সিও এতিয়া 'টুল' জেলত বন্দী।"

কথাষাৰ শুনামাত্ৰকে মেড্‌লেনৰ মুখখন কেঁহাৰাজ বতা যেন হ'ল। বুঢ়া গাৰোৱান ফকলভেণ্টে গাড়ীৰ চকাৰ তলৰ পৰা চিঞৰ মাৰি উঠিল—"মৰিলো ঔ, কি ৰং চাইছা তোমালোকে?"

বুঢ়াৰ চিঞৰত মেড্‌লেনৰ ধৈৰ্য্য হেৰাল। একে চোঁচায় গাড়ীৰ কাষ চাপিল। কাপোৰ-কানি সোলোকাই বোকাৰ ওপৰতে দীঘল হৈ পৰি গাড়ীৰ চকাত কান্ধ লগাই দি চকাটো উচালিবলৈ ধৰিলে। কিছুমানপৰ যুজ-বাগৰ কৰাৰ পাছত গাড়ীৰ চকাটো দাঙ খালে। বুঢ়া গাৰোৱান ফকলভেণ্টক মানুহবিলাকে টানি-আজুৰি গাড়ীৰ তলৰ পৰা উলিয়াই আনিলে। বুঢ়া তেতিয়া হাত-ভৰি ভাগি চাকোলা।



মেড্‌লেন বোকাৰ পৰা উঠি আহিল। তেওঁৰ গা বোকাৰে লুতুৰি-পুতুৰি। মৰা মানুহৰ দৰে মুখ শেতা, কপালত টোপা-টোপে ঘাম।

মেড্‌লেনৰ অসাধাৰণ বল দেখি সকলো মানুহ আচৰিত হৈছিল। বিশেষকৈ জাভেয়াৰ। জাভেয়াৰে তেওঁৰ ওপৰত চকু ৰখা মেড্‌লেনেও আৰম্ভণৰে পৰা গম পাই আহিছিল। যেতিয়া মেড্‌লেনে নগৰৰ বাটেদি শ্ৰদ্ধা-ভক্তি বিমিশ্ৰিত শতেক আশীষ বাণীৰ আৰু ঊৰ্দ্ধ-প্ৰসাৰিত শান্তিস্থূচক হাতৰ তলেদি মূৰ দোঁৱাই দোঁৱাই বাট বুলিছিল, তেতিয়া জাভেয়াৰে সন্দেহ-পূৰ্ণ নেত্ৰৰ স্থিৰ দৃষ্টি নিক্ষেপ কৰি চকুৰ আঁতৰ নোহোৱা পৰ্য্যন্ত তেওঁক একে থৰে ৰ' লাগি চাই ৰৈছিল। আনৰ চকুত নপৰিলেও মেড্‌লেনৰ চকুত এই দৃষ্টি ধৰা নপৰাকৈ সাৰিব নোৱাৰিছিল। কিন্তু তেওঁ উদাসীন ভাবে এই বিদ্ৰোহ-কটাক্ষ নেদেখা ভাও জুৰি আওকাণ কৰি ফুৰিছিল। পাচত যিদিনা 'ফাদাৰ' গুচি 'মছিয়' আৰু মছিয়ৰ পাচত 'মেয়ৰ' হৈ মেড্‌লেন নগৰৰ সৰ্ব্বে-সৰ্ব্বা হৈ উঠিল, সেইদিন ধৰি তাৰ সন্দেহ-দৃষ্টি প্ৰতিহত হয় বুলি বিশেষ কাম নেথাকিলে জাভেয়াৰ তেওঁৰ কাষকে নচপা হ'ল।

মেড্‌লেনৰ স্থাপিত স্কুল, আচপতাল, অনাথ-আশ্ৰম আদিৰ পৰা 'এম' নগৰৰ অপৰিসীম উপকাৰ হ'ল। বিশেষকৈ তেওঁৰ কাৰখানা ঘৰৰ চাকৰীয়ে অবনুৱাবিলাকক ৰোজ-কাৰৰ উপায় দি নগৰৰ পৰা চুৰি-ডকাইতি, ঠগ-প্ৰবঞ্চনা আদি সমূলঞ্চে উভালি পেলালে। তেওঁৰ কাৰখানাত স্ত্ৰী-পুৰুষ দুইৰো কাৰণে দুটা বেলেগ বিভাগ আছিল। দিনে শই শই পুৰুষ-তিৰোতাই কাৰখানাত কাম কৰিছিল,—নিয়মিত সময়ত পাবলগীয়া ধন পাই নিৰীহ জীৱন যাপন কৰিছিল। তেওঁৰ কাৰখানাৰ কথা ওচৰৰ নগৰ-চহৰ গাঁও-ভূঁইত বৈ বৈ গৈছিল। দূৰ-দূৰণিৰ পৰাও মানুহ আহি কাৰখানাৰ কামত সোমাবলৈ ধৰিলে।

## ষষ্ঠ অধ্যায়

সুস্থা-সরলা গাভৰু ফঁটিনে 'এম' নগৰলৈ আহি কাম বিচাৰি বেচি দিন ঘূৰি ফুৰিব নেলাগিছিল। অহাৰ কেইদিনমানৰ পিচতে তাই 'মেয়ৰৰ' কাৰখানাত কামত ভৰ্ত্তি হয়।

কাৰখানাত কাম পাই ফঁটিনৰ মনত আনন্দই দুকূল ডাকিছিল। কজেটৰ ভৰণ-পোষণৰ খৰচা নিয়মিত সময়ত যোগাব পাৰি পৰিত্যক্তা নাৰী-জীৱনৰ সকলো দুখ পাহৰি যাবলৈ ধৰিলে। এইদৰে এবছৰ গ'ল।

ফঁটিনে মাহে মাহে "ম'ফেয়াৰ-মেললৈ" ধন পঠিয়াইছিল। বহুতৰ মনত খু-ধুৱনি লাগিল, এই ধন কালৈ পঠিয়ায়। উৰা-দিহ লোৱাই উৰাদিহ ললে। এই ধন যায় ফঁটিনৰ জীয়েকলৈ। কিন্তু ফঁটিনযে বিবাহিতা নহয়। তেনেহলে ফঁটিন দুশ্চৰিত্ৰা? কাৰখানাৰ অধিপতি মেড্‌লেনে গমেই নেপালে। তলতীয়া কৰ্ম্মচাৰিণী এগৰাকীয়ে চৰিত্ৰহীনা বুলি ফঁটিনক কামৰ পৰা খেদি দিলে। ফঁটিন আকৌ বিপদৰ অথাই সাগৰৰ তললৈ গ'ল।

তাইক চৰিত্ৰহীনা বুলি কামৰ পৰা খেদি দিয়াটো ফঁটিনৰ মনত মেয়ৰৰ ঘোৰ অবিচাৰ যেন লাগিল। কাৰখানাৰ কাম যোৱাৰ পাছত ফঁটিনে কিছুমান দিন 'ছিলাই' কাম কৰি জীৱিকা উলিয়ালে। কিন্তু এই উপাৰ্জ্জন খৰচৰ তুলনাত যৎসামান্য। ধাৰে-ঋণে, কালিয়নে-বাহিয়নে তাই দিন কটাবলৈ ধৰিলে।

এইদৰে আৰু এবছৰ কাটিলে। তথাপি কোনো উপায় নহল। কোনো মানুহৰ ঘৰত ৰান্ধনী বা লিগিৰী কাম এটাও তাই বিচাৰি নেপালে। দিনক দিনে তাইৰ ধাৰ বাঢ়ি আহিল। ফঁটিন নিৰুপায় হৈ পৰিল।

লগৰ লগৰীয়া সমনীয়াহঁতেও আচৰিত মানিলে, কিয় তাই



অনাহকত ইমান কষ্টেৰে দিন নিয়ায়। তাইৰ এনে যৌৱন আৰু ৰূপ পূজা কৰিবলৈ পূজাৰীৰতো অভাৱ নাই। দুই-চাৰিয়ে আকাৰে-ইঙ্গিতে তাইৰ মূৰ্খালিৰ কথাও বুজাই দিলে। সিহঁতে ফঁটিনৰ একেটি সমিধান পাইছিল—ঘৃণাভৰা দৃষ্টি।

সময় যাবলৈ ধৰিলে। ফঁটিনৰো দিন গ'ল। দিনৰ লগে লগে ধাৰৰ সংখ্যায়ো তাইক পুতি আহিলে। ধৰুৱাই বেৰি ধৰিলে। ইফালে কজেটৰ খৰচা! নিজে নেখাই নলৈও তাই কজেটৰ খৰচা ইমান দিনে যোগাই আহিছে। এতিয়া আৰু দিন নেযায়-নুপুৰায়।

তেতিয়া ১৮২১ খৃষ্টাব্দৰ জাৰকালি সোমাইছে। এদিনা টেনাৰ্ডিয়েৰ পৰা ফঁটিনলৈ এখন চিঠি আহিল—ছোৱালীজনীৰ ছোলা নাই। জাৰত বৰ কষ্ট পাইছে। ১০ ফ্ৰাঁ নহলেই নহয়। ঠাণ্ডা লাগি অসুখ হলে সিহঁতৰ দোষ নাই। তেতিয়া ফঁটিনৰ হাতত ১০ 'ফ্ৰাঁ' নেলাগে ১০ 'চু'ও নাছিল।

দিনৰ দিনটো ফঁটিনে ভাবিলে। ভাবি ভাবনাৰ শেষ নেপালে। সন্ধিয়া তাই ভাবি ভাবিয়েই ফুৰিবলৈ ওলাল। ফুৰি গৈ থাকোঁতে তাই ক'ব নোৱাৰাকৈয়ে চুলিৰ কাৰবাৰ কৰা মানুহ এটাৰ দোকান এখনৰ আগত ওলালহি। দোকানখন দেখি তাই থমকি ৰৈ গ'ল। কিবা এটা ভাবি তাই দোকানৰ ভিতৰলৈ সোমাই গ'ল। দোকানৰ ভিতৰত ডাঙৰ ডাঙৰ দাপোন কিছুমান আঁৰা আছিল। তাই তাৰে এখনৰ আগত থিয় হৈ চুলিৰ খোপাটো সোলোকাই চুলিতাঁৰ চাবলৈ ধৰিলে। দোকানীয়ে ক'লে,—"বৰ সুন্দৰ চুলি আপোনাৰ।"

"কিমান ধন দিবাঁ।"

"দহ ফ্ৰাঁ।"

"কাটাঁ।"

দোকানতে দাঁতৰ ব্যৱসায় কৰা মানুহ এটা বহি আছিল। দোকানীয়ে ফঁটিনৰ চুলি কাটি থাকোঁতে সি আপোনা-আপুনি কৈ

গ'ল—"এখেতৰ আগদাঁত দুটা পালে হলে মই দুকুৰি দিম।" কথাষাৰ ফঁটিনৰ কাণত পৰিল। তাই শিয়ঁৰি উঠিল আগদাঁত দুটা নেথাকিলে তাই যে কি কুৎচিৎ হব দেখিবলৈ!

চুলিৰ দাম দোকানীৰ পৰা ১০ ফ্ৰাঁ ধন লৈ ফঁটিনে তেতিয়াই দুটা ছোলা কিনি "ম'ফেয়াৰ মেললৈ" পঠিয়াই দিলে। মনে মনে ক'লে, "মোৰ বাছা তেও এতিয়া জাৰত কঁপি নেথাকে। মোৰ মূৰৰ চুলিৰে বাছাক মই আবৰি থৈছোঁ।"

টেনাৰ্ডিয়ে দম্পতীয়ে ধনৰ সলনি ছোলা পাই বৰ নিৰাশ হৈ পৰিল। টেনাৰ্ডিয়ে পত্নীয়ে সেই ছোলা দুটা নিজৰ জীয়েক 'ইপোনিন্' আৰু এজেল্মাক পিন্ধিবলৈ দিলে। কজেট আগৰ ফটা ছোলা পিন্ধিয়ে থাকিল।

আৰু ছমাহ গ'ল। ফঁটিনৰ দিন আৰু বেয়া হৈ আহিল। কজেটৰ মাহেকীয়া খৰচা দিয়াৰে উপায় নাইকিয়া হৈ পৰিছে। কজেটক লগলৈ আনিবলৈকো অহা-যোৱা কৰিবলৈ হাতত এটা 'চু' নাই। টেনাৰ্ডিয়েৰ পৰা আকৌ এখন চিঠি আহিল—কজেটৰ মিলিয়েৰি জ্বৰ। ৪০ ফ্ৰাঁ পঠিয়াই দিব লাগে—দৰব পাতি কৰিবলৈ। ফঁটিনে চিঠিখন হাতত লৈ পঢ়ে, আকৌ সামৰে। আকৌ মেলে, পঢ়ে, আকৌ সামৰে। তাইৰ গা জ্বৰ ঘমাদি ঘামি উঠিল। তাই থৰক্-বৰক্ কৰি উঠি গৈ সহ-বাসিনী মাৰ্গেৰিটক সুধিলে—"মিলিয়েৰি জ্বৰ কেনেকুৱা।"

"আও! মিলিয়েৰি জ্বৰ! কাৰ হৈছে?"

ফঁটিনে নিজৰ কোঠালৈ ঘূৰি আহি বিছনাত মুখ-ঢাকি কান্দিবলৈ ধৰিলে। কান্দি কান্দি ভাগৰি তাই সেই পিনেই টোপনি গ'ল। সন্ধিয়া তাই সাৰ পাই বিছনাৰ পৰা উঠি বহিল। তেতিয়া তাই ধীৰ, শান্ত। চকুত চকুলো নাই। মুখত কোনো বিষাদৰ চিন নাই। লাহে লাহে তাই ঘৰৰ বাহিৰলৈ আহিল।



দুঘণ্টাৰ পাছত ফঁটিন ঘূৰি আহি তাইৰ কোঠাটোৰ ভিতৰ্ সোমাল। চাকি জ্বলাই তাই হাতত লৈ অহা 'নেপোলিয়ন' মোহৰ দুটা ঘূৰাই পকাই চাই মেজত থৈ হাতলৈ দাপোণ এখন তুলি ল'লে। দাপোণখনত মুখখন চাই চকুৰ নিমিষতে দাপোণখন গাৰ বলেৰে খিৰিকিয়েদি বাহিৰলৈ দলি মাৰি দিলে। আলিবাটৰ শিলৰ ওপৰত পৰি দাপোণখন টুকুৰা-টুকুৰ হৈ ভাগি থাকিল।

পাছদিনা পুৱা মাৰ্গেৰেট ফঁটিনক দেখা কৰিবলৈ আহিল। ফঁটিনক দেখা মাত্ৰকে তাই চিঞৰ মাৰি উঠিল—"কি হ'ল তোমাৰ?"

ফঁটিনে মুখখন মেলি হাতেৰে মেজৰ ওপৰত থকা 'নেপোলিয়ন' মোহৰ দুটা দাঙি ধৰিলে। মাৰ্গেৰেটে দেখিলে ফঁটিনৰ আগ দাঁত দুটা নাই।

বিষাদৰ হাঁহিমাৰি ফঁটিনে উত্তৰ দিলে—"মোৰ আই এতিয়া পতি-পালৰ অভাৱত হাততে হেৰায়। তাই নহলেনো মই জীয়াই থকাৰ সকাম কি?"

ফঁটিনৰ জীয়েক কজেটৰ জ্বৰ হোৱা নাছিল। টেনাৰ্ডিহঁতে মাথো ছল কৰি ধন নিলে।

অভাৱৰ পীড়নত সময়ৰ লগে লগে ফঁটিনৰ শৰীৰো ভাগি আহিল। এনেয়ে দাঁত নাই, চুলি নাই, তাতে খোৱা-লোৱাৰ টনা-টনি, গাও অসুখ—ফঁটিনক চিনিবই নোৱাৰা হ'ল। ফঁটিনৰ এতিয়া প্ৰধান চিন্তা হ'ল—তাই নহলে কজেটৰ কি দশা হব!

১৮২২ খৃষ্টাব্দও পাৰ হৈ গ'ল। তাইক টলেমিয়েজে এৰি যোৱা ছ বছৰ। পেৰি এৰি তাই 'এম' নগৰলৈ অহা চাৰি বছৰেই হয়। কাৰখানাৰ কামৰ পৰা খেদি দিয়াও আঢ়ৈ বছৰৰ ওপৰ হ'ল। এই কেবছৰ তাইৰ মনত একো একোটা যুগ যেন লাগিছিল।

দাঁত-বেচা ঘটনাৰ আঠ কি দহ মাহ হে হৈছে। পুৱাতে উঠি

তাই জীৱনৰ মনত থকা কথা বিলাক আজিক কালিক কৰি এটা এটাকৈ মনলৈ আনিছে। এনেতে "ম'ফেয়াৰ মেলৰ' পৰা এখন চিঠি আহিল, কজেটে বেমাৰৰ পৰা কথমপিহে ৰক্ষা পাইছে। দৰৱ-জাতি খুৱাওঁতে সিহঁতৰ এশ ফ্ৰাঁ ধাৰ লাগিছে। সোনকালে ধন নেপালে সিহঁতে কজেটক ঘৰৰ পৰা উলিয়াই দিব।

এশ ফ্ৰাঁ! ফঁটিনে চকুৰ আগত ধুৱঁলি-কুৱঁলী দেখিলে। বেমাৰৰ পৰা উঠিছেহে মাত্ৰ; এতিয়াই যদি কজেটক ঘৰৰ বাহিৰ কৰি দিয়ে, কজেট জীয়াই থাকিবনে?

যাবলৈ ঠাই নাই। দিনৰ দিনটো হিয়া-ঢাকুৰাই কান্দিলে। উপায় ভাবি নেপালে। যিমানে গধূলি কায-চাপি আহিল সিমানে তাই যেন চকুৰ আগত দেখা পালে—তাইৰ জীৱন পাত কৰি সঞ্চিত কৰা মাণিক কজেট, বাটৰ একাষত জুপুকা লাগি, অনাহাৰ অনাদৰত চাওঁতে চাওঁতে প্ৰভাহীন হৈ মাটিত বাগৰি পৰিছে।

ফঁটিনে কি উপায় কৰিব?

## সপ্তম অধ্যায়

সেইদিনা ঊনৈশ শতাব্দীয়ে বাইশৰ দুৱাৰ পাৰ হৈ তেইশ বছৰত সোমোৱা কেইদিনমানহে হৈছিল। জানুৱাৰীৰ নিশা। এনেয়ে জাৰ, তাতে আকৌ বৰফ। বাটে-ঘাটে 'কাফে' আৰু 'হোটেলৰ' বাহিৰে আন ঠাইত মানুহৰ সমাগম নাই বুলিলেও হয়।

'এম', নগৰৰ পুলিছ আপিছত তেতিয়াও চাকি জ্বলি আছিল। সচৰাচৰ আপিছ মুকলি নেথাকে। আপিছ ঘৰটো ওচৰৰ আন আন ঘৰতকৈ অলপ চাপৰ। ষ্টোভ এটা জ্বলি ঘৰটো গৰম কৰি থৈছিল।

আপিছত বেচি মানুহ নাই। বাহিৰত কেইটামান ছিপাহী আৰু ছন্তৰী এটা। ভিতৰত মেজৰ ওপৰত মমবাতি এডাল জ্বলি ঘৰটো পোহৰাই থৈছে। মেজৰ কাষতে বহি পুলিছ-ইন্সপেক্টৰ জাভেয়াৰে বিচাৰৰ ৰায় লিখিছে; ওচৰতে তেওঁৰ সহকাৰী ছাৰ্জ্জেণ্টে থিয় হৈ হুকুমৰ অপেক্ষা কৰিছে। এচুকত সোট্-মোট্ খাই আকাশ-পতাল ভাবি মোকৰ্দ্দমাৰ আছামী—এজনী গাভৰু। সকলো নিমাত।

ইন্সপেক্টৰৰ লিখা শেষ হ'ল। ছাব-মোহৰ মাৰি সামৰি-সুতৰি কাগজখন ছাৰ্জ্জেণ্টৰ হাতত দি জাভেয়াৰে কাঁহ পৰি জীণ যোৱা নিস্তব্ধতা ভঙ্গ কৰি মাত লগালে—"এই মানুহজনীক ফাটেকলৈ লৈ যোৱাঁ।" মানুহজনীলৈ চাই ক'লে—"তোৰ ছমাহ ফাটেক।"

ছোৱালীজনী চক্‌খাই চিঞৰ মাৰি উঠিল,—"ছ মাহ ফাটেক? আৰু দিনে উপাৰ্জ্জন সাত 'চু' মাথোন! তেনেহলে মোৰ ছোৱালীজনীৰ কি হব? ইন্সপেক্টৰ মই যে অকল টেনাৰ্ডিয়েকে দিব লাগে এশ ফ্ৰাঁ।"

তাই মাটিত বহি আছিল। চুচৰি আহি জাভেয়াৰৰ ভৰিৰ গুৰিত আঠু কাঢ়ি হাতযোৰ কৈ কান্দি কান্দি কবলৈ ধৰিলে, "জাভেয়াৰ ডাঙৰীয়া, মোক ক্ষমা কৰক। মই শপত খাই কৈছোঁ, মই দোষী নহওঁ। আপুনি আগৰে পৰা দেখা হলে মোক খালাছ দিলে-হেতেন।" ভদ্রলোকজনে মোৰ গাত বৰফ ঢালি দিছিল; আৰু আপুনি দেখিছেই মোৰ গা ভাল নহয়। তাৰ উপৰি তেওঁ মোক বহুতো ঠাট্টা-বিদ্রূপ কৰিছিল। ঠাট্টা-বিদ্রূপ কৰোঁতে মই একো কোৱা নাছিলোঁ; বৰফ ঢালি দিলতহে মোৰ খং উঠিল। ইয়াত কোনোবা দেখা মানুহ থাকিলে তেওঁক সোধক। তেওঁৰ টুপীটো নষ্ট কৰা মোৰ দোষ হৈছে। তেওঁ গুচি নোযোৱা হলে মই তেওঁৰ ভৰিত ধৰি ক্ষমা খুজিলোঁহেতেন। মোক এই বাৰলৈ এৰি দিয়ক। আৰু ডাঙৰীয়া! আপুনি বোধকৰোঁ নেজানে, ফাটেকৰ কাম কৰি মই দিনে ৭ 'চু' মাথোন পাম। ভাবি চাওঁকচোন, মই দিব লাগে এশ ফ্রাঁ। নহলে মোৰ ছোৱালীজনীৰ গছৰ তলত ঠাই হব। সিহঁতে তাইক ঘৰৰ পৰা উলিয়াই দিব। তাইক মোৰ লগলৈকো আনিব নোৱাৰোঁ। মই বেশ্যা-বৃত্তি লবলৈ ওলাইছোঁ। মোৰ এই ঘিণ লগা জীৱনৰ কথা তাইক জানিবলৈ দিওঁ কেনেকৈ? ইন্সপেক্টৰ ডাঙৰীয়া! মোক এফেৰি দয়াৰ চকুৰে চাওঁক।"

ইন্সপেক্টৰে তলমূৰকৈ শুনি আছিল। ছোৱালীজনীয়ে নিবেদন শেষ কৰিলে। চকুৰ পানী মচি কাতৰ দৃষ্টিৰে ইন্সপেক্টৰৰ মুখলৈ চকু নিওঁতেই উত্তৰ আহিল, "তোৰ ক'বলগীয়া কৈ অঁতালিনে? যা, তোৰ ছ মাহ ফাটেক।"

ইন্সপেক্টৰৰ হুকুমৰ শেষ পৰিল। ছিপাহীহঁতে ফাটেকলৈ নিবলৈ বুলি ছোৱালীজনীক হাতত ধৰি তুলিব খুজিছে মাথোন, এনেতে আকাশীবাণীৰ দৰে হঠাৎ আদেশবাণী আহিল, "অলপ অপেক্ষা কৰ।"

এই আদেশ ক'ৰপৰা আহিল কোনেও একো তত ধৰিব



নোৱাৰি ইফালে সিফালে চাই দেখে, চহৰৰ মেয়ৰ স্বয়ং আপিছৰ দুৱাৰৰ মুখত।

মেয়ৰে অলপ আগতে আপিছলৈ আহি সকলো ঘটনা মনে মনে শুনি আছিল।

মেয়ৰক দেখা পাই ছিপাহীহঁতে অলপ একাষৰীয়া হ'ল। ইন্সপেক্টৰে ব্যস্ত-সমস্তকৈ উঠি অভিবাদন কৰি ক'লে, "ক্ষমা কৰিব, মেয়ৰ ডাঙৰীয়া!"

ইন্সপেক্টৰৰ মুখত 'মেয়ৰ' নামটো শুনা মাত্রকে ছোঁৱালীজনী গিৰিপ্ কৰে উঠি চিপাহীহঁতক ঠেলা মাৰি থৈ একে চোচাই মেড্‌লেনৰ আগত ঠিয় হৈ চিঞৰ মাৰি উঠিল, "তয়েই নে মেয়ৰ?" এই বুলি কৈয়ে তাই "থুই কটা" বুলি মেয়ৰৰ মুখে—গাই থুৱাই দি কঁপি কঁপি বেৰত আঁওজি পৰিল।

কি হ'ল কোনেও একো ততকে ধৰিব নোৱাৰিলে। সকলো চক্ খাই উঠিল মাথোন। মেয়ৰ অবিচলিত হৈয়ে থাকিল। লাহেকৈ জেপৰ পৰা ৰুমাল উলিয়াই মুখ মচি মচি গম্ভীৰ ভাবে মাত লগালে, "ইন্সপেক্টৰ জাভেয়াৰ, ছোৱালীজনীক খালাছ দিয়া।"

ইন্সপেক্টৰ অবাক! সি মেয়ৰৰ ভৰিৰ পৰা মূৰলৈকে চাই পঠিয়াই ভাবিলে, "মেয়ৰ বলিয়া হ'ল।"

ছোৱালীজনীয়ে বেৰত আউজি সৰু সৰুকৈ কবলৈ ধৰিলে—"মোক খালাছ দিছে? কোনে? পাষণ্ড মেয়ৰে। হবই নোৱাৰে।" তাইৰ ডিঙি কঁপি উঠিল, মাত ডাঙৰ হৈ আহিল। আউলী জাউলী হৈ কবলৈ ধৰিলে, "জায়েভাৰ ডাঙৰীয়া, আপুনি খালাছ দিছে নহয়নে? শুনকচোন, এই নৰাধম মেয়ৰেই মোৰ যত অনৰ্থৰ মূল। ভাবি চাওকচোন, কেইজনীমান লোকৰ কুৎসা ৰটি ফুৰা মানুহে মিছাকৈয়ে মোৰ অপবাদ উলিয়ালে। সেই দোষতেই মোক কামৰ পৰা খেদি দিলে। মই এনেয়ে আশ্রয়-হীনা; কাম গ'ল, পথৰ ভিক্ষাৰিণী হলোঁ। উপাৰ্জ্জনৰ বাট নাই। কিছুমান

দিন ছিলাই কাম কৰি কোনো ৰকমে প্ৰবৰ্ত্তিছিলোঁ; জেলৰ কয়দীবোৰ আহি তাৰো মুদা মাৰিলে। সিহঁত অহাৰ আগতে বাৰ ‘চু’ কৰি মজুৰি পাইছিলোঁ, সিহঁত আহিলত সাত চু’তকৈ আমাক কোনেও বেছি নিদিয়া হ’ল। এই বিষয়ে আপোনালোকে চকু-কাণ দিয়ক। সাত ‘চু’ৰে খাবলৈ নোজোৰে, তাতে আকৌ মোৰ কজেটক মই খৰচ দিব লাগে। মই নিৰুপায় হৈ বেশ্যালি কৰিবলৈ বাধ্য হৈছোঁ। মোৰ কাম থকা হ’লে মই এই নৰকৰ জীয়াতু সহিবলৈ, কেতিয়াও নোলালোঁহেতেন! ঈশ্বৰে সাত-শতুৰুৰো এনে অৱস্থা নকৰক! মোৰ ছোৱালীজনী নথকাহলে, মই নৰকলৈ নমাৰ আগতে ডিঙিত ৰেপ্ দি মৰিলোঁহেতেন! ডাঙৰীয়া! মই মানুহজনৰ টুপীটো নষ্ট কৰি জগৰ কৰিলোঁ সঁচা; কিন্তু তেওঁ যে মোৰ অকল এই এটা সাজ তাকো নষ্ট কৰি পেলালে। ডাঙৰীয়া! মই কৰোঁ বুলি একো দোষ কৰা নাই। মোতকৈ বহুতো বেয়া তিৰোতাই সুখে-শান্তিৰে কাল কটোৱা দেখিছোঁ। বহুতে নিজ ইচ্ছাৰে ধনৰ লোভত, পাশৱিক আমোদৰ কাৰণে নাৰীৰ কুল-মান বিসৰ্জ্জন দিছে। কামৰ পৰা খেদা খালোঁ—মোৰ ছোৱালী এজনী আছে। যিবিলাকে কথা লুকুৱাই চুৰকৈ ৰাখিছে,—সিহঁত হলে সতী! ডাঙৰীয়া! মই যে আজি বেশ্যালি কৰিবলৈ ওলাইছোঁ—মোৰ অৱস্থাই মোক টানি আনিছে। মোক খালাছ দিয়ক! মোৰ ছোৱালীজনীৰ ধাৰ-ঋণ মাৰি মই লৈ আহোঁ। মই আকৌ সজ পথলৈ আহিম, আপুনি বিশ্বাস কৰক!”

মেয়ৰে একান্ত মনেৰে শুনি আছিল। ছোৱালীজনীৰ কথাৰ মাজতে এবাৰ জেপৰ পৰা ধনৰ মোনাটো উলিয়াই মেলি চাই মোনাটো শুদা পাই আকৌ জেপত সুমুৱাই থলে। ছোৱালীজনীৰ কথা শেষ হোৱা মাত্ৰকে মেয়ৰে সুধিলে—“তোমাৰ কিমান ধাৰ আছে বুলি ক’লা?”



মেয়ৰক ঘোপাকৈ ধৰি জোকাৰ মাৰি ফঁটিনে উত্তৰ দিলে; “তোক জানোঁ। মই কিবা কৈছোঁ? ইন্সপেক্টৰ ডাঙৰীয়া! দেখিলেনে মই ইয়াক আজি কিমান লাজ দিলোঁ।”

তাই মেয়ৰৰ ফালে পিঠি দি ললে। জাভেয়াৰক সম্বোধন কৰি কৈ গ’ল, “ডাঙৰীয়া, আপুনি ন্যায় বিচাৰক! এজন ভদ্ৰমানুহে জানিবা আমাৰ নিচিনা মাইকী মানুহ এজনীৰ গাত বৰফ ঢালি লগৰ লগৰীয়াহঁতৰ লগত হাঁহি-তামাছা কৰিলেই—মই কি লেখৰ মানুহ, বাটে বাটে ঘূৰি ফুৰা বেশ্যা, মইনো তেওঁক অপমান কৰিব পাওঁনে? মোৰ দোষ! মোৰ দোষ! মোৰ ছোৱালীজনীৰ মুখলৈ চাই আপুনি মোক ক্ষমা কৰক। ফাটেকত থাকি মই তাইৰ খৰচা দিম কেনেকৈ? মই আৰু এইফালে নাহোঁ। আৰু যাৰে যেনে মন যায় কৰক, মই আৰু একো নকৰোঁ। আজিও নকৰিলোঁহেতেন, মোৰ বৰ অসহনীয় হৈছিল। মোৰ গা ভাল নহয়। কাহ, পেটৰ অসুখ। চাওকচোন, আপুনি হাত দি।”

এইবুলি জাভেয়াৰৰ হাতখন তাইৰ ডিঙিত লগাই দি বিপদৰ পাৰ পোৱা মানুহৰ দৰে তাই এটা নিষ্কৃতিৰ হাঁহি মাৰিলে। তাইৰ মনত এনেহে লাগিল যেন এই ক্ষন্তেকীয়া বাহিক স্পৰ্শতে জাভেয়াৰে তাইৰ অন্তৰৰ সকলো অসহনীয় যাতনা, শৰীৰৰ সকলো কঠোৰ বেদনা, ঘন-ঘোৰ প্ৰলয়ৰ সকলো ঘটনা—মুহূৰ্ত্ততে গম পাই গ’ল, যেন জাভেয়াৰৰ হিয়া সহানুভূতি আৰু শোকত উপচি পৰিল। ক্ষন্তেকৰ ভিতৰতে তাইৰ চকুৰ পানী শুকাই গ’ল। কণ্ঠস্বৰ স্পষ্ট হৈ উঠিল। জাভেয়াৰৰ হাতখন এৰি দি, কাপোৰ-কানি ভালকৈ টানি-আঁজুৰি লৈ ছিপাহীহঁতক, “মোক যাবলৈ দিয়াঁ, মোক খালাছ দিছে” বুলি কৈয়ে নিজে দুৱাৰ মেলি যাবলৈ ওলাল।

জাভেয়াৰ ইমানপৰ শিলৰ মূৰ্ত্তিৰ দৰে জঠৰ হৈ আছিল। ফঁটিনক দুৱাৰ মেলা দেখি প্ৰভুত্ব-সূচক হুঙ্কাৰেৰে হুঙ্কাৰি উঠিল,—

"ছাৰ্জ্জেণ্ট! দেখা নাই আছামী পলায়? এই! তোকে কোনে যাবলৈ দিছে?"

মেয়ৰে ইমানপৰে মাত নাই বোল নাই কেৱল কাণেৰে শুনি আছিল; চকুৰে চাই আছিল। জাভেয়াৰৰ হুঙ্কাৰত প্ৰতিহুঙ্কাৰ কৰি মাত দিলে, "মই দিছোঁ।"

"সি হবই নোৱাৰে, মেয়ৰ ডাঙৰীয়া! এজন ভদ্ৰলোকক তাই অপমান কৰিছে।"

"তুমি জনা-বুজা মানুহ, তোমাক কথা বুজাবলৈ একো টান নহব। সত্য ঘটনাটো তুমি এতিয়াও জানি উঠা নাই। যেতিয়া তুমি ছোৱালীজনী ধৰি আনিছিলা, তেতিয়া মই বজাৰৰ মাজত। তাতে এদল জুম-পাতি থকা মানুহক সুধি-মেলি মই সকলো ভু লৈ আহিছোঁ। সন্ধিয়াৰ পাছত তাই বাটত ঠিয়া-ঠিই কৰি ফুৰিছিল। মানুহজনে আহি লগৰ লগৰীয়াক ৰঙ দেখুৱাবলৈ বুলি তাইৰ গাত বৰফ ঢালি দিছিল। তাই বেশ্যা হ'ল বুলি তাইৰ তপত চেচাঁ, দুঃখ-কষ্ট জ্ঞান নাই নেকি? তাই ভদ্ৰলোক জনক অপমান কৰা একো অন্যায় হোৱা নাই। প্ৰকৃততে ভদ্ৰলোক জনেহে শাস্তি পাব লাগিছিল।"

"এই মাত্ৰ তাই মেয়ৰক অপমান কৰিলে।"

"মোৰ অপমানৰ শোধ মই নিজে কৰিম।"

"ক্ষমা কৰিব, ই অকল মেয়ৰৰ অপমান নহয়, ই বিচাৰালয়ৰ অপমান।"

"ইন্সপেক্টৰ! বিবেকৰ আদালততকৈ উচ্চ আদালত নাই। মই জানো মই কি কৰিছোঁ।"

"মই হ'লে ক'ব পৰা নাই, মই স্বপ্নত নে দিঠকত!"

"তেন্তে আদেশ পালন কৰি ক্ষান্ত থাকাঁ।"

"মই কৰ্ত্তব্যৰ আদেশ পালন কৰিছোঁ। মোৰ কৰ্ত্তব্যই আদেশ কৰিছে—ছোৱালীজনীৰ ছমাহ ফাটেক।"



বজ্ৰ-নিনাদে উত্তৰ আহিল—"এদিনো নহয়,—তাই খালাছ।" মেয়ৰৰ এনে কণ্ঠস্বৰ আগেয়ে কোনেও ক'তো শুনা নাছিল।

"মেয়ৰ ডাঙৰীয়া! আপোনাৰ আদেশৰ বিৰুদ্ধে কাম কৰিব লগীয়া হোৱাত মই বৰ দুঃখিত হৈছোঁ। মোক কবলৈ অনুমতি দিয়ক। মই এতিয়া মোৰ ক্ষমতাৰ নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত। ছোৱালীজনীয়ে নগৰৰ ধনী-মানী ভদ্ৰ মানুহ এজনক অপমান কৰিছিল। সেই বিচাৰ নগৰৰ শান্তি-ৰখীয়া পুলিছৰ। তাইক মই ছমাহ্ ফাটেক দিছোঁ।"

মেয়ৰৰ মুখৰ বৰণ সলনি হৈ গ'ল। হাত দুখন মুঠি মাৰি দৃঢ় স্পষ্ট ভাৱে প্ৰত্যুত্তৰ দিলে,—"যি ঘটনাত ছোৱালীজনীক দোষী কৰিছঁা, সেই ঘটনাৰ বিচাৰক নগৰৰ শান্তি-ৰখীয়া পুলিছ নহয়। ফৌজদাৰী কাৰ্য্য বিধি আইনৰ ন, এঘাৰ, পোন্ধৰ আৰু ছয়ষষ্ঠি ধাৰামতে সেই ঘটনা মই বিচাৰ কৰি মানুহজনীক খালাছ দিছোঁ।"

"কিন্তু মেয়ৰৰ—"

"জোৰ-জুলুম কৰি মানুহক বন্দী কৰি ৰখাৰ নিমিত্তে ১৭৯৯ খৃষ্টাব্দৰ ১৩ ডিচেম্বৰত জাৰি হোৱা আইনৰ ৮১ ধাৰালৈ মনোযোগ দিয়া আৱশ্যক।"

ফঁটিনে লৰচৰ নকৰাকৈ হাঁ-হুঁতাশ পাৰি ইমানপৰে শেষ ফল অপেক্ষা কৰি এই তৰ্ক শুনি আছিল। ক'ব নোৱাৰিছিল তেতিয়া তাই ক'ত। স্পন্দন-বিহীন হৈ চাই আছিল—এটা দানৱে তাইৰ মুক্তিৰ বিপক্ষে, তাইৰ স্বাধীনতাৰ বিপক্ষে, তাইৰ কজেটৰ বিপক্ষে এজন দেৱদূতৰ লগত তুমুল সংগ্ৰাম পাতি দিছে। তাই অবাক্ হৈ চাই আছিল, আচৰিত হৈ শুনি আছিল; বেচি আচৰিত হৈছিল মেয়ৰৰ কথাত, যি মেয়ৰক তাই এক মুহূৰ্ত্তৰ আগলৈকে সকলো অনিষ্ট, সকলো দুৰ্দ্দশা, সকলো অধঃপতনৰ মূল বুলি ভাবি আহিছিল, সেই মেয়ৰেই দেৱ-দূতৰ দৰে তাইৰ মুক্তিৰ কাৰণে যুজ কৰিছেহি। আৰু কেতিয়া? যেতিয়া তাইৰ হাতত অপমানিত

হৈছিল। তাই ঘৃণাৰ বিনিময়ত এতিয়া আনন্দ, বিশ্বাস আৰু ভক্তিৰ নৈবেদ্য লৈ আতুৰ পূজাৰীৰ দৰে মেয়ৰ-মূৰ্ত্তিলৈ চাই ৰ'ল।

জাভেয়াৰ ওলাই গ'ল। মেয়ৰে ফঁটিনৰ কাষ চাপি ধীৰে ধীৰে কবলৈ ধৰিলে,—তেওঁৰ প্ৰত্যেক কথাটি শোকত জুবুৰি খোৱা—যেন চকুৰ পানী তেওঁ বলেৰেহে ৰাখি থৈছে।

"তোৰ কথা মই সকলো শুনিছোঁ। তোক কামৰ পৰা খেদাৰ কথা মই একো নেজানো। তই মোলৈ আবেদন কৰা উচিত আছিল। মই তাৰ প্ৰতিকাৰ কৰি তোৰ ধাৰ-ঋণ সকলো শোধ কৰিম। তোৰ জীয়েৰ আৰু তোৰ কাৰণে যি খৰচ-পাতি লাগে, মই সকলো দিবলৈ গাত লৈছোঁ। তোৰ ইচ্ছা, তই ইয়াত থাক, পেৰিলৈ যাব, জীয়েৰক ইয়ালৈ আন নাই তই জীয়েৰৰ কাষলৈকে যাব—তাত মোৰ একো মাতিবলৈ নাই। তই যি কলি সেয়ে যদি সচা হয়, হব পাৰ তই মানুহৰ ওচৰত ব্যভিচাৰিণী বেশ্যা, কিন্তু মই কওঁ পৰম পৱিত্ৰ জনৰ ওচৰত তই সম্পূৰ্ণ নিষ্কলঙ্কা আৰু পৱিত্ৰা।"

ফঁটিনে শুনিলে। যেন স্বৰ্গীয় মন্দাকিনীৰ শান্তিময়ী একোছাটি তাইৰ শিৰত কোনোবা দেৱ-দূত আহি মেয়ৰৰ প্ৰত্যেক কথাৰ মাজেদি ঢালি দি গ'ল। এক দণ্ডৰ আগতে তাই ফাটেকিয়াল আছিল; চাওঁতে চাওঁতে তাই গোটেইখন আন্ধাৰ দেখি আহিছিল। কিন্তু হঠাৎ গোটেইখন পোহৰ হৈ উঠিল। দুৰ্ভাগ্যৰ মৰুভূমিত কল্পতৰু ফুলি উঠিল। তাই ধন পাব—কজেটৰ পোহ-পাল দিব পাৰিব, কজেটক লগলৈ আনিব পাৰিব, সজ-পথত থাকি কজেটক বুকত বান্ধি দিন কটাব পাৰিব!—তাইৰ কিহৰ অভাৱ! মেয়ৰৰ কথাৰ শেষ হ'ল। মেয়ৰে ততকে ধৰিব নোৱাৰিলে—তাই অধীৰ হৈ মাটিত পৰি মুছ্-কছ্ গ'ল।

ফঁটিনৰ দুৰ্ভগীয়া জীৱনত এই প্ৰথমবাৰ তাই এষাৰি মৰমৰ, সাদৰী মাত, এটি সহানুভূতিৰ হুমুনিয়াহ পালে—মেয়ৰৰ পৰা। শোকে বেজাৰে, হৰ্ষ-আনন্দই তাইক খুন্দা মাৰি ধৰিলে।



মেয়ৰে লৰালৰিকৈ ফঁটিনক দাঙি ধৰিলে। হাঁ-হুতাশ কাঢ়ি ইমানপৰে ঠিয় দি থকা ছিপাহী-ছন্তৰীহঁতে মেয়ৰৰ আদেশত যেন পুনৰ্জ্জীৱন পালে। লৰা-ঢপৰাকৈ আহি আটাই কেটাই ফঁটিনক দাঙি ধৰিলে। দাঙ-কোলাকৈ আল-ফুল ভাৱে অচেতন ফঁটিনক মেয়ৰৰ স্ত্ৰী-সৎকাৰ আশ্ৰমলৈ লৈ গ'ল।

---

## অষ্টম অধ্যায়

মেয়ৰ মেড্‌লেনৰ বিষাদ-গভীৰ মুখ এতিয়া আৰু গভীৰ হৈ উঠিল। যদিও তেওঁৰ অজ্ঞাত-সাৰেই এজনী দীনা-হীনা ছোৱালীৰ এনে শোচনীয় অৱস্থা হ'ল, তথাপি মহাপ্ৰাণ মেয়ৰে, সেই দোষৰ পৰা নিজক আঁতৰাই আনিবলৈ উপায় নেদেখিলে। হব পাৰে তেওঁৰ অতুলনীয় স্বাৰ্থ-ত্যাগত দিন-ৰাতিৰ অশেষ পুৰুষাৰ্থত এম-নগৰ বেহায়-বেপাৰে ধনে-মানে স্বাস্থ্যয়-বিভূতিয়ে অদ্বিতীয় সমৃদ্ধি-শালী; হবপাৰে নগৰৰ শত-সহস্ৰ কণ্ঠই পুৱা-গধূলি তেওঁৰ গুণ-কীৰ্ত্তন কৰে; হবপাৰে তেওঁৰ শিৰৰ ওপৰেদি পৰম-পিতাৰ চৰণলৈ শতেক আশীষ-বাণী নিতৌ দিনে-নিশায় বৈ যায়, তথাপি তেওঁ ভাবিবলৈ বাধ্য হ'ল যে তেওঁ কৰ্ত্তব্যভ্ৰষ্ট। নহলে তেওঁৰ ইমান কপালৰ ঘাম অথলে যাব কিয়? দুৰ্ভিক্ষ-দাৰিদ্ৰ্যই জুৰুলা কৰা 'এম' নগৰত তেওঁ ৰাজ-লক্ষ্মীৰ মন্দিৰ পাতিছিল। নগৰৰ চাৰিও সীমাৰ ভিতৰত এনে এঘৰ মানুহ নাছিল, যাৰ ঘৰত এটা 'চিম্‌নি' জ্বলিছিল, আৰু কেৰাহিত সিজাবলৈ এটুকুৰা মাংস আছিল। অভাৱৰ ভীষণ-মূৰ্ত্তি, দুৰ্ভিক্ষৰ কৰাল ছাঁয়া, মাৰি-মৰকৰ তাণ্ডৱনৃত্য, চোৰ-ডকাইতৰ লোলুপ-উলঙ্গ কৃপাণ আৰু নিৰাশ্ৰয়া বাঁৰী-বিধবাৰ নৰক-নিৰ্য্যাতন তেওঁ যত্নৰ দুৰ্ভেদ্য দুৰ্গেৰে অৱৰোধ কৰি ৰাখিছিল। তথাপি যত্নৰ ইমান মহান্ দুৰ্গ ভেদি এজনী ছোৱালীয়ে অনাহাৰত নাৰীত্ব বিসৰ্জ্জন দিব লগাত পৰিল কিয়? মেয়ৰে ভাবিলে, ই নিশ্চয় তেওঁৰেই দোষ।

ফঁটিন এতিয়াও মেয়ৰৰ স্ত্ৰী-সৎকাৰ আশ্ৰমত শয্যাশায়িনী। পুলিছ-আপিছত অচেতন হোৱাৰ পাছতে তাইৰ বৰ জ্বৰ হয়। এমাহ-দুমাহকৈ জানুৱাৰীৰ পৰা জুলাই পালেহি—ফঁটিনৰ জ্বৰ ভাল হ'ক চাৰি দিনক দিনে অৱস্থা বেয়ালৈহে ঢাল লৈছে। লামিয়েৰ



হাওফাও পৰীক্ষা কৰি বেমাৰ ভাল কৰাৰ নিয়ম তেতিয়া প্ৰথম প্ৰচলন। ডাক্তৰ আহি ফঁটিনৰ বুকত ষ্টেটিস্কোপ্ দি পৰীক্ষা কৰি নিতৌ গুচি যায়। কোনো আশ্বাস নিদিয়ে। ডাক্তৰৰ শেষ উপদেশ—বেমাৰীৰ কোনো বাসনাই এতিয়া অপূৰণ থকা অনুচিত। ফঁটিনৰ অন্তিম-বাসনা—কজেটক লাগে। মেয়ৰে ধন পঠিয়াইছে, চিঠিৰ উপৰি চিঠি দিছে,—কিন্তু কজেট নাই। টেনাৰ্ডিয়েহঁতে বাৰে কুৰি আহুকালৰ কথা উলিয়াই কজেটক পঠিওৱা নাই। মৰনোন্মুখী সন্তান-বৎসলা জননীয়ে কজেট আজি আহিব, কালি আহিব কৰি শেষ মুহূৰ্ত্তৰ শেষ-বাসনা লৈ কাতৰ-প্ৰাণেৰে মেয়ৰৰ ফালে চাই আছে। মেয়ৰে বিষণ্ণ গম্ভীৰ নয়নৰ তপত চকুলো চকুফাঁটি বাহিৰ ওলাবলৈ নিদিয়াকৈ হেঁচা মাৰি ধৰি সেই কাতৰ-দৃষ্টিৰ সমিধান আশ্বাসৰ ওপৰত আশ্বাস দি আহিছে।

ফঁটিনৰ বিচনাৰ কাষলৈ আহি ফঁটিনৰ লগত দুষাৰ-চাৰি আষাৰ কথা পাতি তাইক উছাহ দি, আশ্বাস দি যোৱা মেয়ৰৰ আজি-কালি দৈনিক কাম। ফঁটিনেও সেই সময়লৈ সদায় উৎকণ্ঠিত হৈ দুৱাৰ মুখলৈ চাই ৰৈ থাকে।

ফঁটিনৰ শিতানৰ মূৰত ক্ৰুচ-বিদ্ধ যীশুৰ পট এখনি আঁৰা আছিল। ফঁটিনে পুৱা-গধূলি সেই পট খনলৈ চাই দিনৌ একো একোটি সেৱা জনাইছিল। মেয়ৰে প্ৰায়ে ফঁটিনৰ বিছনাৰ কাষত বহি বহুত সময় তন্ময় তদ্‌গদ্ হৈ থাকে—সেই পটখনৰ ফাললৈ চায়। কিন্তু তেতিয়া তেওঁৰ চকু পট খনৰ ওপৰত থাকেনে ফঁটিনৰ ওপৰত থাকে একো তত ধৰিব নোৱাৰি।

ফঁটিনৰ মৰণ-শয্যা যেনিবা বাৎসল্য প্ৰেমৰ ক্ৰুচ!

জুলাই মাহ। পুৱা ভাটি দিছিল। উজ্জ্বল প্ৰভাতৰ হিৰণ-কিৰণৰ ওপৰত ক'লা মেঘে অকস্মাতে তাৰ মলিন আৱৰণ তৰি দি চাৰিওফালে অন্ধকাৰ কৰি আনিছিল।

টেনাৰ্ডিয়েহঁতে নিজে কজেটক পঠিয়াই দিয়া সুদূৰ পৰাহত

ভাবি পুৰাৰে পৰা মেয়ৰে তেওঁৰ পঢ়া-কোঠালিত বহি কামত লাগি গৈছিল। আজি কেমাহমানৰ আগতে মেয়ৰে কজেটক তেওঁৰ হাতত সোধাই দিবলৈ বুলি ফঁটিনৰ হতুৱাই টেনাৰ্ডিয়েলৈ এখন চিঠিও লিখাই লৈছিল। কিন্তু আজি-কালি কৰি থাকোঁতে থাকোঁতে বাবেকুৰি কামৰ জুমুৰিত তেওঁ যাব পৰা নাই, ইফালে ফঁটিনৰ মনৰ হেঁপাহ লগতে যায়! তেওঁৰ ইচ্ছা, আন কাকো নেপাচি তেওঁ নিজে 'ম'ফেয়াৰমেললৈ" গৈ কজেটক লৈ আহে। তেওঁৰ অনুপ-স্থিতিত যাতে কাম-কাজৰ একো ব্যাঘাত নহয়, তাৰে তেওঁ দিহা কৰিছিল। এনেতে আহি দুৱৰীয়ে খবৰ দিলে—"দুৱাৰত পুলিছ ইন্স্পেক্টৰ জাভেয়াৰ বৈ আছে।"

পুলিছ আপিছত দেখা হোৱা দিন ধৰি আজি ছমাহৰ পাছত ইন্স্পেক্টৰ জাভেয়াৰৰ লগত তেওঁৰ এই প্ৰথম দেখা।

জাভেয়াৰৰ নাম শুনিয়েই মেয়ৰৰ মুখত এটা বিৰক্তিৰ ভাব বিবিঙি উঠিল। তথাপি দুৱৰীক আদেশ কৰিলে—"বাট দেখুৱাই ভিতৰলৈ লৈ আহ।"

কৰ্ত্তব্য-পৰায়ণ কৰ্ম্মচাৰী জাভেয়াৰ হাজাৰেই কঠোৰ হক, মানুহটোৰ গাত শলাগিবলগীয়া বেছি নহলেও দুটা গুণ আছিল। মান্য-জনৰ প্ৰতি সন্মান আৰু দ্ৰোহীৰ প্ৰতি ঘৃণাত এদিনো এটা খোজো পাছ হুহুইকিছিল। চোৰ-ডকাইতে জাভেয়াৰৰ নামত পলাই ফাট মাৰিছিল, মুখ দেখি ভয়ত কঁপিবলৈ ধৰিছিল।

জাভেয়াৰে ভিতৰ সোমাই মেয়ৰক নমস্কাৰ কাৰ মেজৰ একাষে ঠিয় হ'ল। জাভেয়াৰৰ মুখত আগৰ সেই ঈৰ্ষা-বিদ্বেষৰ অকনিও চিন-চাব নাই। মাথোন লাজ আৰু নিৰাশাত ফুটি উঠা এটা অন্ধকাৰ বিষাদে তেওঁৰ দৃঢ় শৰীৰটো জাগৃত ভাৱে আভিভূত কঁৰি থৈছিল।

মেয়ৰে অভিবাদনৰ প্ৰতি-অভিবাদন কৰি প্ৰশ্ন কৰিলে—"সকাম?"



জাভেয়াৰে ক্ষন্তেক সময় নিতাল মাৰি থাকি গভীৰ বিষন্নতাৰে মাত দিলে—

"এটা বৰ অপৰাধ হৈছে। ছৰ্কাৰৰ এজন তলতীয়া কৰ্ম্মচাৰীয়ে এক গুৰুতৰ বিষয়ত মানীৰ প্ৰতি যথোচিত সন্মান প্ৰদৰ্শন কৰাত ত্ৰুটি কৰিলে। তাকে মই আপোনাক জনাবলৈ আহিলোঁ।"

"কৰ্ম্মচাৰীজন কোন?"

"মই নিজে"

"মানে?"

"'এম' নগৰৰ মেয়ৰ মছি-অ' মেডলেন। মোৰ প্ৰাৰ্থনা, মোক কামৰ পৰা খেদাই দিব লাগে।"

"মেয়ৰে আচৰিত হৈ কিবা ক'ব খোজোঁতেই জাভেয়াৰে আকৌ আৰম্ভ কৰিলে,—"আপুনি ক'ব পাৰে, মই নিজে কাম এৰিবৰ কাৰণে আবেদন কৰিব পাৰিলোঁহেতেন; কিন্তু সেইটো যথাবিহিত নহব। মই অন্যায় কৰিছোঁ, মই তাৰ বাবে শাস্তি পাব লাগে। মই নিজে কাম এৰাৰ আগতে মই কামৰ পৰা খেদা খাব লাগে। সিদিনা আপুনি মোৰ ওপৰত অনাহকত কঠোৰ হৈছিল—আজি হক কথাত কঠোৰ হওক।"

"তোমাৰ কথাৰ অৰ্থ মই একো বুজিব পৰা নাই।"

জাভেয়াৰে এটা দীঘল হুমুনিয়াহ কাঢ়ি উত্তৰ দিলে—"ছসপ্তাহ মাথোন হৈছে, পুলিছ আপিছত ঘটা ঘটনাৰ পাছতে, মই পেৰিৰ পুলিছ প্ৰিফেক্টলৈ আপোনাৰ বিৰুদ্ধে নালিছ্ পঠিয়াইছিলোঁ।

কথাষাৰ শুনা মাত্ৰে মেয়ৰে হাঁহিৰ খলকনিত ঘৰ তোল-পাৰ কৰি দিলে। বিষাদ-গম্ভীৰ মেয়ৰৰ মুখত হাঁহি এয়ে প্ৰথম। "অ', পুলিছৰ কামত বাধা দিয়া মেয়ৰ বুলি।"

"নহয়—ফাটেকিয়াল বুলি।"

মেয়ৰ মৰা মানুহৰ দৰে শেতা পৰি গ'ল। জাভেয়াৰে আগৰ দৰেই তলমুৰা হৈ কৈ গ'ল।—"মই আপোনাক জঁ-ভেলজঁ নামেৰে

"এটা পলৰীয়া আছামী বুলি ভাবিছিলোঁ। আঠ বছৰ হ'ল, এই আছামীটোৰ নাম-গোল্কো ধৰিব পৰা নাই। কুৰি বছৰৰ আগতে তাক মই 'টুল' জেলত দেখা। জেলৰ পৰা ওলায়ে সি বিশ্বপ এজনৰ ঘৰত চুৰ কৰে। তাৰ পাছতে সেই দিনাই আবেলিলৈ সি সৰু লৰা এটাক ডকাইতি কৰে। তাৰ ওপৰত পৰৱানা জাৰী হৈ আছে। তাক আৰু বিচাৰি উলিয়াব পৰা নাই। মই ভাব আহিছিলোঁ—আপুনিয়েই সেই জঁ-ভেলজঁ।"

নীবৰ হৈ মেয়ৰে কাণ পাতি শুনি আছিল। মৃত-পাংশু মুখৰ করুণ দৃষ্টিৰে মেয়ৰে জাভেয়াৰলৈ মুহূৰ্ত্তৰ কাৰণে চাই পঠিয়ালে। জাভেয়াৰ চমকি উঠিল।

মেজৰ ওপৰত পৰি থকা বহী এখন দাঙি লৈ দুই হাতে খামোছা মাৰি ধৰি অন্য-মনস্ক ভাৱে মেয়ৰে প্ৰশ্ন কৰিলে—"প্ৰিফেক্টৰ পৰা কি উত্তৰ পালা?"

"মই বলিয়া হৈছোঁ বুলি।"

"নিজকে বলিয়া বুলি বিশ্বাস কৰিব পাৰিছা জানো?"

"নকৰি উপায়? জঁ-ভেলজঁ ধৰা পৰিছে।"

মেয়ৰৰ গভীৰ বেদনাৰ ৰুদ্ধ-নিশ্বাস অতৰ্কিতভাবে বাহিৰ হৈ পৰিল। হাতৰ বহী সৰি পৰিল। কম্পিত অথচ উত্তেজিত মাতেৰে সুধিলে—"ওঁ?"

"ফাদাৰ চপাথিৰ নামেৰে এটা বুঢ়া মানুহ অলপতে এপোল-চুৰিৰ দোষত ফাটেকত পৰিছিল। তাক 'আৰাচ' জেলত নি সুমুৱা মাত্ৰে পুৰণা কয়দী কেটামানে জঁ-ভেলজঁ, জঁ-ভেলজঁ কৈ চিঞৰিবলৈ ধৰিলে। 'টূল' জেলত সিহঁত আটাই-কেটা হেনো আজি কুৰি বছৰৰ আগতে একেলগে জেল খাটিছিল। চপাথিৰেই জঁ-ভেলজঁ বুলি কোনোমতেই চিনাকি নিদিয়ে।"

'পাছে'?

"মই নিজে তাক চাই আহিছোঁ। সি জঁ হয়। সি বৰ দুষ্ট।



এতিয়া অঁকৰা মানুহৰ দৰে সি ভেবা লাগি দেখুৱাইছে। চাৰিটা মানুহে তাক চিনি পাইছোঁ। স্বীকাৰ নকৰিলে কি হব? আগৰ চুৰি আৰু ডকাইতিৰ অপৰাধত কাইলৈ আৰাচত বিচাৰ হব। মই মোকৰ্দ্দমাৰ সাক্ষী।"

মেয়ৰে নিশ্বাস পেলাই উত্তৰ কৰিলে—"তুমি এতিয়া যোৱাঁ। তোমাৰ কোনো দোষ হোৱা নাই। তোমাক মই খেদাই দিব নোৱাৰোঁ।"

জাভেয়াৰে উপায় নেপাই দুৱাৰ মুখৰ ফালেখোজ ল'লে। দুৱাৰ মুখ পায়ে মেয়ৰৰ মুখলৈ চাই ক'লে—"মোৰ সলনি মানুহ নলয় মানেহে মই কাম কৰিম।"

জাভেয়াৰ দুৱাৰ জপাই ওলাই গ'ল। পকাবাটৰ ওপৰত জাভেয়াৰৰ গিৰিপ্ গিৰিপ্ খোজ বহুত দূৰলৈকে শুনা গৈছিল। জাভেয়াৰৰ দৃঢ়-নিশ্চিন্ত পদ-শব্দ-বিলাক যিমান পৰলৈকে শুনা গৈছিল, সিমান পৰলৈকে মন্ত্ৰ-মুগ্ধ-প্ৰায় অচল-অটল হৈ মুহূৰ্ত্তৰ প্লাৱনত নিজৰ সকলো অস্তিত্ব উটুৱাই দি মেয়ৰে ৰ লাগি শুনি থাকিল।

---

## নবম অধ্যায়

গধূলিলৈ মেয়ৰে আগৰ দৰেই ফঁটিনক চাবলৈ আহিল। তাইৰ বিছনাৰ কাষতে বহি বহুতো কথা-বতৰা পাতিলে। ফঁটিনৰ জ্বৰ আজি অলপ বেছি আছিল। কিন্তু মেয়ৰ কাষত বহি থকাখিনি সময়ৰ ভিতৰত ফঁটিনৰ বিশেষ কোনো ডাঙৰ অসুখ আছে বুলি বোধ নহৈছিল। সুস্থ মানুহৰ দৰেই কথা-বতৰা হৈছিল। মেয়ৰ যাবলৈ ওলালত ফঁটিনে সুধিলে—"ডাঙৰীয়া! কজেটক কেতিয়া আনিব?" মিচিকিয়া হাঁহিৰে "অতি সোনকালে" বুলি উত্তৰ দি মেয়ৰ ঘৰৰ বাজ হ'ল। মেয়ৰৰ আশ্বাস-বাণীত ফঁটিনৰ তাপিত প্ৰাণ শীতল হ'ল, কল্পনাৰ মনোমোহা ছবি আঁকি শান্তিৰ কোলাত আশ্ৰয় লৈ ফঁটিন টোপনি গ'ল।

ফঁটিনৰ ঘৰৰ পৰা আহিয়ে মেয়ৰে তেওঁৰ পঢ়া খোটালিত সোমাল। বেৰত মেপ এখন আঁৰি থোৱা আছিল। মেপখনৰ কাষ চাপি বৰ মনোযোগেৰে তেওঁ মেপখন চাবলৈ ধৰিলে। মেপখন পেৰি নগৰৰ গাঁও-ভূঁই আৰু বাট-পদূলিৰ। কিছুমানপৰ মেপখন ঘূৰাই-পকাই চাই মেয়ৰে ছোলাৰ জেপৰ পৰা এটা টোকা-বহী আৰু এডাল পেন্সিল্ উলিয়ালে। বহীটোত মেপখনৰ পৰা কিবা গোটাচেৰেক টুকি লৈ বহীটো আকৌ জেপত ভৰাই ঘৰৰ পৰা ওলাই গাঁৱৰ ফালে খোজললে। গাঁৱত ঘোঁৰা-গাৰীৰ গাৰোৱান এটাৰ লগত গাৰী এখনৰ বন্দোবস্ত কৰি অলপ পাছতে উভতি আহিল। ৰাতি নিয়মিত সময়ত খোৱা-বোৱা শেষ কৰি মেয়ৰ বিছনাত পৰিল। বিছনাত বহুত পৰ ইকাতি-সিকাতি কৰিও তেওঁ টোপনি অহাব নোৱাৰিলে। সহস্ৰ চিন্তাই একেলগে জুমুৰি দি তেওঁৰ মূৰৰ ভিতৰত এক প্ৰবল ধুমুহাৰ সৃষ্টি কৰি দিলে। দীঘল-হুমুনীয়াহ কাঢ়ি মেয়ৰে মনৰ ভিতৰতে কবলৈ ধৰিলে,—"মোৰ কিহৰ



চিন্তা—কিহৰ ভয়? অতীত আহি বৰ্ত্তমানৰ ওপৰত ঠিয় দিয়া যি এটা মাথোন পথ আছিল সিও এতিয়া চিৰদিনলৈ ৰুদ্ধ হৈ পৰিছে। জাভেয়াৰৰ সন্দেহ আজি চুৰ-মাৰ হৈছে। তাৰ বিশ্বাস ভেলজঁ ধৰা পৰিছে। এতিয়া নিজৰ কাৰ্য্য-দক্ষতাৰ ওপৰত আস্থাহীন হৈ অভিমানীয়ে হয়তো পুলিছৰ চাকৰী এৰিও গুচি যাব। তাত মোৰ কি দোষ! এই যে এখন প্ৰস্তাৱনাৰ পৰাই ভুল ভাৱনাৰ অভিনয় হৈছে, ইয়াৰ কাৰণে কোন দায়ী? মোৰ যে ইয়াত কোনো হাত নাই। ইচ্ছাময়ৰ ইচ্ছা। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে ঠিয় দিবলৈ মই কোন? তেওঁৰ ইচ্ছা পূৰ্ণ হওক!"

নিশ্বাস পেলাই মেয়ৰে আকৌ শুবলৈ যত্ন কৰিলে—কিন্তু কি হব? আকৌ চিন্তাৰ পাছত চিন্তা আহিল। শুব নোৱাৰিলে। চিন্তাৰ কামোৰত তেওঁৰ কপালৰ শিৰা উপশিৰা ফুলি উঠিল। কিছুমান পৰ তলকামৰি থাকি আকৌ কবলৈ ধৰিলে,—"মই যদি চিনাকি দিওঁ? প্ৰথমতে এটা নিৰ্দ্দোষী জীৱই আইনৰ অমানুষিক অত্যাচাৰৰ পৰা অব্যাহতি পাব। দ্বিতীয়তে মই বিবেকৰ গ্লানিৰ পৰা মুক্তি পাম। তৃতীয়তে নৰকৰ পথ মোৰ কাৰণে চিৰদিনলৈ ৰুদ্ধ হৈ যাব। কিন্তু আনফালে কি ডাঙৰ ক্ষতি? এটা বুঢ়াই আইনৰ কৱলৰ পৰা ৰক্ষা পাব সঁচা, কিন্তু মই চিৰ-কাললৈ কাৰাগাৰত পচিব লাগিব। মোৰ আবৰ্জ্জনা-পূৰ্ণ জীৱনৰ লগে লগেই এই কাৰখানাৰ ভেটি খহি পৰিব। সহস্ৰ দীন-দৰিদ্ৰৰ অনাহাৰত হা-হা-কা-কা লাগিব। বুকুৰ তেজেৰে গঢ়া এই হেপাহৰ নগৰখনি দুদিনতে ধূলিত পৰিণত হব।

ময়েইতো নগৰত ভাগ্য-লক্ষ্মীৰ প্ৰতিষ্ঠা কৰিছোঁ। মোৰ অনুপস্থিতিয়ে ইয়াক মৰকৰ দৰে বিনষ্ট কৰি দিব। তাৰ পাছত এই জনম-দুখুনী ফঁটিন, তাইৰ জীয়েক কজেট—ইহঁতৰ দশা কি হব? মোৰ কাৰাবাসৰ লগে লগে ভগ্ন-হৃদয়া মাতৃয়ে মৰণৰ কোলাত আশ্ৰয় ল'ব। নিৰাশ্ৰয়া ছোৱালীটীয়ে হত-ভাগিনীহঁতৰ সংখ্যা বৃদ্ধি কৰিব। মই আত্ম-গোপন কৰিলে? হানি—বৃদ্ধ চপাথিৱ কাৰাগাৰত সোমাব।

তাত জগতৰ ক্ষতি-বৃদ্ধি ক'ত? মোৰ লাভ-লোকচান কেনি? মই থাকিবই লাগিব।"

মেড্‌লেন ঠিয় হ'ল। কপালৰ ঘাম মছি বিছনাৰ কাষতে কিছুপৰ ইফাল-সিফাল কৰি হঠাৎ থমকি আকৌ কবলৈ ধৰিলে—"নহয়, আৰু নাভাবোঁ। মোৰ লগত জঁ-ভেলজঁৰ যি সম্বন্ধ আছিল তাক একেবাৰেই ছিঙি পেলাম।" এই বুলি মেড্‌লেনে জেপৰ পৰা এটা সৰু চাবি উলিয়াই বেৰৰ কাষত থকা এটা আলমাৰি মেলি ফটা নীলা ছোলা এটা, দহি ওলোৱা পতলুং এজোৰ আৰু জোলোঙা এটা উলিয়াই ভয়ে ভয়ে চোৰৰ দৰে দুৱাৰ মুখৰ ফালে চাই পঠিয়ালে। দুৱাৰ যেনেভাৱে মাৰি থৈছিল তেনে ভাবেই বন্ধ। ১৮১৫ খৃষ্টাব্দৰ অক্টোবৰ মাহৰ এদিনা আবেলি 'ডি' নগৰৰ মাজেদি যিবিলাক মানুহে ভেলজঁক যোৱা দেখি ভয়ত জৰ-সৰ হৈছিল সেই বিলাকে দেখা মাত্ৰকেই চিনিব পাৰিলেহেতেন যে মেড্‌লেনৰ কাষত এইবোৰ সেই ভেলজঁৰেই কাপোৰ-কানি। মেড্‌লেনে কাপোৰ-কানি খিনি মাটিতে থৈ চক্ খাই উঠিল। যেন কাপোৰ-কানিখিনিৰ পৰা কিবা এক অশৰীৰী ভয়াবহ কায়াই তেওঁৰ চকুত আগত ঠিয় দিলে। ভয়ত তেওঁ দুখোজ পিছুৱাই আহিল। বহু প্ৰয়াসেৰে নিজৰ দুৰ্ব্বলতা দমন কৰি আকৌ আগবাঢ়ি আলমাৰিত হাত দিলে। এইবাৰ দুডাল ৰূপৰ মমদানী আৰু এডোখৰ চুটি টাঙোন বাহিৰ কৰি আনিলে। এই মমদানী দুডাল বিশ্বপ মেৰিয়েলে ভেলজঁক দিয়া। মেড্‌লেনে আলমাৰি বন্ধ কৰি আলমাৰিত চাবি লগালে। কাষৰ চিম্‌নিত টিমিকি টিমিকি কয়লাৰ জুই। মেড্‌লেনে জুইৰ ওপৰত কিছুমান কয়লা তুলি দি চিম্‌নিৰ ফালে চাই ৰল। জুই দপ্ দপ্ কৰে জ্বলি আহিল। কোঠাটো পোহৰ হৈ উঠিল। মেড্‌লেনে কাপোৰ কানি খিনি আৰু টাঙোন ডাল দাঙি লৈ জ্বলা জুইৰ মাজত পেলাই দিলে। পূৰ্ণাহুতি পাই জুই দুগুণে জ্বলি উঠিল। কাপোৰ-কানি সোপাই ক্ষন্তেকৰ ভিতৰতে ছাইত পৰিণত হ'ল। মেড্‌লেন অবাক



হৈ আকাশ পাতাল ভাবি জুইৰ ফালে চাই থাকিল। হঠাৎ চকখাই উঠিল,—শুনিলে যেন কোনোবাই জঁ-ভেলজঁ জঁ-ভেলজঁ বুলি বাহিৰৰ পৰা মাত দিছে। মেড্‌লেন ভয়ত শিয়ঁৰি উঠিল। মেড্‌লেনে বলিয়া মানুহৰ দৰে ঘৰৰ ভিতৰতে ঘূৰিবলৈ ধৰিলে। ক'ৰপৰা কেনি মাত আহিল একো ঠিক ধৰিব নোৱাৰি আৰু বিতত হ'ল। ঘড়ীত টং টং কৰে তিনিকোব পৰিল। মেড্‌লেনে চকি এখন টান মাৰি লৈ কপালত হাত দি বহিবলৈ ললে। আকৌ চিন্তাৰ চাকনৈয়া আহিল। ভাবোঁতে ভাবোঁতে অলপ তন্দ্ৰা অহা যেন হ'ল, কিন্তু সেই তন্দ্ৰা টোপনিত পৰিণত হবলৈ নেপালে। ৰাতি পুৱাই আহিল। চিম্‌নিৰ জুই নুমাই গ'ল। খিৰিকীৰ মাজেদি পুৱাৰ শীতল সমীৰণে দিনৰ জাননী দিলেহি। মেড্‌লেনৰ কাণত দুৱাৰ মুখত আহি ৰোৱা ঘোৰা-গাড়ীৰ শব্দ পৰিল ঘড় ঘড় ঘড়। মেড্‌লেনে উচপ খাই মাত দিলে—"কোন?" বাহিৰৰ পৰা উত্তৰ আহিল—"গাড়ী।" গাড়ীৰ নাম শুনি মেড্‌লেন বজ্ৰাহতৰ দৰে হ'ল। যেন কোনো আসন্ন বিপদে তেওঁক গ্ৰাস কৰিবলৈ জিভা-মুখ মেলি খেদি আহিছে। কিছুমানপৰ তলকামাৰি থাকি মেড্‌লেনে উত্তৰ দিলে—"ৰ'বা, মই গৈছোঁ।"

ক্ষন্তেক পাছতে কাপোৰ-কানি সলাই মেড্‌লেনে গুৰু-গম্ভীৰ ভাবে আহি গাড়ীত উঠিল। গাৰোৱানে ঘোঁৰাৰ পিঠিত চাবুক এৰি দিলে। ঘড়্-ঘড়্ শব্দেৰে গাড়ী চলিবলৈ ধৰিলে। পুৱাৰ পোহৰত 'এম' নগৰ জিলিকি উঠোঁতে নৌ-উঠোঁতেই মেড্‌লেনৰ গাড়ী 'এম' নগৰৰ বাহিৰ ওলাল।

---

## দশম অধ্যায়

পুলিছৰ জটিল বেহু উপহাস কৰি, চোৰাং-চোৰাৰ গোপন-লক্ষত ধূলি মাৰি আঠবছৰ নিৰুদ্দেশ হৈ থকাৰ পাচত জঁ-জেলজঁ দৈব-দুৰ্বিপাকত 'আৰাচ্' জেলত ধৰা পৰিছে। সেই দিনা তাৰ বিচাৰৰ দিন। ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱে বিচাৰ চাবলৈ ঢাপলি ধৰিছে। বাট-ঘাট লোকাৰণ্য।

জন-কোলাহল-পূৰ্ণ 'এম' নগৰৰ মেয়ৰ মেড্লেনৰ স্ত্ৰী-সৎকাৰ আশ্ৰমৰ এটি ক্ষুদ্ৰাতিক্ষুদ্ৰ খোটালিত মাথোন এইদিনা নাছিল জন-সাধাৰণৰ সেই উত্তেজনা আৰু কৌতুহল। বাহিৰৰ সকলো উদ্যম উত্তেজনা অতিক্ৰম কৰি এই ক্ষুদ্ৰ খোটালিত বিৰাজ কৰিছিল এক মৃত্যু-বিভীষিকা, এক বিষাদ গম্ভীৰ ঘোৰ-অন্ধকাৰ। ভগ্নী চিম্পলিচৰ সেৱা-শুশ্ৰূষা, ডাক্তৰৰ নিৰন্তৰ চেষ্টা, মেয়ৰৰ উদ্বেগ কাতৰতা সকলো বিফল কৰি ফঁটিনৰ শোচনীয় অৱস্থা আৰু ভয়াবহ। গোটেই নিশাৰ ছাটি-ফুটিৰ পাছত পুৱা যেতিয়া কফৰ ঘেৰ-ঘেৰণিৰ মাজত ৰোগীৰ শ্বাস-প্ৰশ্বাসৰ ব্যতিক্ৰম ঘটিল—ডাক্তৰে যেতিয়া ভীত চকিত নেত্ৰে সকলোকে আসন্ন বিপদৰ জাননী দি নিৰাশাৰ শেষ হুমুনিয়াহ কাঢ়ি গুচি গ'ল, তেতিয়া আৰু নৰিয়া পৰ দিয়া সকলে নিজৰ নিজৰ ক্ষুদ্ৰ জগতৰ বাহিৰে বাহিৰৰ জগতৰ বা-বাতৰি লবলৈ ছেগ নেপালে। তেওঁলোকৰ চকুৰ আগত থকা প্ৰলয়োন্মুখী সেই ক্ষুদ্ৰ জগত খনিলৈ উদ্বিগ্ন হৈ চাই ৰ'ল।

দিনৰ দিনটো ক'তো এটা শব্দ নাই। সন্ধিয়া লাগোঁ লাগোঁ হৈছে। ভগ্নী চিম্পলিচে ফঁটিনক নিজে নিজে কোৱা শুনিলে, "মই কাইলৈ যাবলৈ ওলালোঁ। মেয়ৰে আজি মোক মাত লগাবলৈ নাহি ভুল কৰিছে।" তাৰ পাছত আকৌ সকলো নিমাত।

চিম্পলিচেও সেইদিনা মেয়ৰৰ এনে অসন্তৰ পলম দেখি বৰ



আচৰিত হৈ পৰিছিল। আন দিয়া ইমানপৰে মেয়ৰে নাই-বুলিও দুবাৰ আহি যায়। তাতে ফঁটিনৰ অন্তিম সময়।

অলপ পৰৰ পিচতে ফঁটিনে লাহেকৈ মূৰ দাঙি সকৰুণ স্নিগ্ধ দৃষ্টিৰে দুৱাৰ মুখৰ ফালে চাবলৈ ধৰিলে। যেন সেই পৰম গভীৰ সুদূৰ-গামী দৃষ্টিৰে কিবা এটা সুঁৱৰিবলৈ বিচাৰিছে। হঠাৎ পাহৰণিৰ সোঁৱৰণিত ফঁটিনৰ মুখখন উজ্জ্বল হৈ উঠিল। মৰ্ম্মস্পৰ্শী কৰুণ সুৰেৰে গুণ-গান কৰি এটা ধাই-নাম গাই গ'ল। এই নামটি গাই ফঁটিনে এদিনা কেচুৱা কজেটক নিচুকনি দিছিল। কজেটৰ পৰা আঁতৰি থকা এই পাঁচ বছৰৰ পিচত সেইদিনা প্ৰথম মনত পৰিল এই নামটি। লগে লগে বিস্মৃতিৰ কুঁৱলীয়ে আবৰি থোৱা কতনো কাহিনী ফট্‌ফটীয়াকৈ এটি এটিকৈ মনত পৰিল! সুৰ কঁপি উঠিল—দুগালে দুধাৰি মমতাৰ টোপাল বৈ গ'ল। নামটিৰ মূৰ্চ্ছনাই পুত্ৰ-কণ্যা-হীনা, সন্ন্যাসিনী চিম্পলিচৰ হৃদয়ো স্পৰ্শ কৰিলে। চিম্পলিচৰ হৃদয়ো ফঁটিনৰ লগতে ব্যথাত বাজি গ'ল, বেজাৰত কান্দি উঠিল।

লিগিৰীয়ে ফুচ্-ফুচাই চিম্পলিচৰ কাণে কাণে কবলৈ ধৰিলে—"পুৱা মানুহে মেয়ৰ ডাঙৰীয়াক আৰাচৰ ফালে যোৱা দেখি আহিছে। কেইজনমানে তেওঁক পেৰিৰ বাটত লগ পাইছিল। তেওঁ ক'লৈ গৈছে, কাৰো আগত একো কোৱা নাই। চাকৰ-নাকৰ বিলাকক মাথোন ৰাতিলৈ নাহে ইয়াকেহে কৈ গৈছে।"

ভগ্নী চিম্পলিচ্ আৰু লিগিৰীৰ ফুচ্-ফুচোৱা শুনি ফঁটিনে চিঞঁৰ মাৰি উঠিল, "তোমালোকে মেয়ৰৰ কথা পাতিছঁা ?" ফুচ-ফুচাইছা কিয় ? তেওঁ কি কৰিছে ? অহা নাই কেলেই ?"

লিগিৰীয়ে কওঁ-নকওঁকৈ উত্তৰ দিলে "দুৱৰীয়ে কৈছিল, তেখেত হেনো আজি আহিব নোৱাৰিব।"

চিম্পলিচে ফঁটিনক উত্তেজিত হোৱা যেন দেখি মূৰত আল-ফুলকৈ হাত ফুৰাই মাত দিলে, "শুই থাকা মোৰ বাছা, শুই থাকাঁ।"

ফঁটিনে বেছি উত্ৰাৱল ভাবে কবলৈ ধৰিলে "তেখেত আহিব নোৱাৰিব,—কিয় নোৱাৰিব, তোমালোকে জানানে ? তোমালোকে ফুচ্-ফুচাই কোৱা-কুৱি কৰিছা, মোক কবই লাগিব।"

চিম্পলিচে মাত লগালে—"মেয়ৰ আজি নগৰৰ বাহিৰ হৈ গৈছে।"

ফঁটিন ঘঁপৰাই বিছনাৰ ওপৰত আঠু কাঢ়ি বহি পৰিল। বিপুল আবেগত উচ্ছল সঙ্গীত-স্ৰোত তাইৰ বুকৰ মাজেদি বৈ গ'ল। আপোন-পাহৰা হৈ তাই হাঁহি হাঁহি কবলৈ ধৰিলে—"অ'! তেখেত কজেটক আনিবলৈ গৈছে!" এই বুলি তাই ওপৰলৈ হাত-দুখন দাঙি কিছুমানপৰ নিতাল মাৰি আকৌ কবলৈ আৰম্ভ কৰিলে,—"তোমালোকে এতিয়া যিহকে কোৱাঁ মই তাকে শুনিম। মোক তোমালোকে নিমাত হৈ শুই থাকিবলৈ কৈছাঁ! মই পৰি থাকিম। এতিয়া মই বৰ দুষ্ট হৈছিলোঁ। মই আৰু একো দুষ্টালি নকৰোঁ। মেয়ৰে ম'ফেয়াৰমেলৰ পৰা কজেটক আনিবলৈ গৈছে। কোৱাঁ—সেয়ে সঁচা হক? ঈশ্বৰ দয়ালু! মেয়ৰ দয়ালু!"

ফঁটিনে কথা কোৱাৰ লগে লগে বেছি উত্তেজিত হৈ উঠিল। চিম্পলিচে ধৰি বিছনাত শুৱাই দি কলে—"কথা নকবা ফঁটিন! তুমি মনে মনে থাকাঁচোন।"

"তুমি মোক কথা কবলৈ হাক নিদিবা। আজি পাঁচ বছৰে মই কজেটক দেখা নাই। নেজানা, তুমি নেজানা—মই এই পাঁচ বছৰ কেনেকৈ কটাইছোঁ। এতিয়া তাই চাগৈ কিযে শুৱনী হৈছে! অ' এতিয়া তাই বৰ এজনী! মেয়ৰৰ কি মৰম! এতিয়া জাৰ নহয়নে? মেয়ৰে লগত গৰম কাপোৰ নিছে চাগৈ। তেখেত কাইলৈ পাবহি! কাইলৈ মোক টুপীটো পিন্ধিবলৈ সোৱঁৰাই দিবাহে। ম'ফেয়াৰমেল বহুত দূৰৈ যদিও সেইফালৰ গাড়ীবোৰ বেগেৰে আহিব পাৰে। মেয়ৰে কজেটক লৈ এইখিনি কাইলৈকে ওলাবহি।"



ফঁটিনক পোন্ধৰ মিনিটৰ আগতে দেখি যোৱা মানুহ এজনে ফঁটিনৰ এতিয়াৰ অৱস্থা দেখি আচৰিত মানিলেহেতেন। কথা-বতৰা স্বাভাবিক। মুখ-চকু হাঁহিত উজ্জ্বল।

কথা-কেষাৰ কৈয়ে ফঁটিনে অকনো কাটি-কুটা নকৰাকৈ বিছনাত পৰি থাকিল। আঠ বাজিবৰ হ'ল—তথাপি ফঁটিনৰ সাৰ-সুৰ নাই। চিম্পলিচে ভাবিলে, ফঁটিনৰ টোপনি। এনেতে ডাক্তৰ আহি ওলালহি। চিম্পলিচৰ মুখে দুৱাৰ-মুখতে সকলো কথা আঁতি-গুৰি মাৰি শুনি লৈ ফঁটিনক চাবলৈ হাতত সাবে ভৰিতসাবে গৈ আঠুৱাখন দাঙোঁতেই ফঁটিনে গম্ভীৰভাবে মাত লগালে—'ডাঙৰীয়া! কজেট আহিলে মোৰ ওচৰতে শুৱলৈ দিবনে?"

ডাক্তৰে উত্তৰ নিদিলে, ভাবিলে প্ৰলাপ। ফঁটিনে কৈ গ'ল—"চাওকচোন! ইয়াত বহুতো ঠাই আছে। পুৱাতে যেতিয়া মোৰ এই এধানমানী আজলী মেকুৰী পোৱালীটিয়ে সাৰ পাব, মই তাইক তেতিয়া কণমানি চুমা এটা দি সুপ্ৰভাতৰ মঙ্গল কামনা কৰিম। ওৰে ৰাতি মোৰ টোপনি নাহে। তাই টোপনি যোৱা মই নিতাল মাৰি শুনি থাকিম। তাইৰ এধানি উশাহ-নিশাহত মোৰ বেমাৰ ভাল হৈ যাব, ডাঙৰীয়া!"

ইমানতো ডাক্তৰে একো নেমাতিলে। হাতখন দাঙি লৈ নাড়ীৰ গতি চাবলৈ ললে। ফঁটিনে আকৌ হাঁহি হাঁহি ক'লে—"আপুনি নেজানে মই ভাল হৈছোঁ। কজেট আহি পালেই মই একেবাৰেই ভাল হ'ম।"

ডাক্তৰে দেখিলে ফঁটিনৰ নাড়ীৰ গতি সুস্থ মানুহৰ নাড়ীৰ দৰে। এই ভগ্ন-ক্লান্ত দেহত নৱপ্ৰাণ দেখি ডাক্তৰ অবাক হৈ ফঁটিনৰ ফালে চাই ৰ'ল। ফঁটিনে ক'লে "ডাক্তৰ ডাঙৰীয়া! ভগ্নী চিম্পলিচে কোৱা নাইনে মেয়ৰ ডাঙৰীয়াই মোৰ লাহৰী কজেটক আনিবলৈ যোৱাৰ কথা?"

ডাক্তৰে একো উত্তৰ নিদি অবিৰাম বিশ্ৰামৰ উপদেশ দি

যাবলৈ ওলাল। দুৱাৰ মুখত চিম্পলিচৰ কাণে কাণে কৈ গ'ল—“দেখোঁতে ভালেই দেখিলোঁ, কিন্তু কোনে জানে, কাইলৈ ছোৱালীজনী লৈ মেয়ৰ ডাঙৰীয়া আহি এইখিনি পালে কি হয়? বেচি উত্তেজিত হৈছে।”

গণনাৰ ভুলেই প্ৰলয়ৰ সৃষ্টি। সৰ্ব্বস্বান্ত জননীৰ দেহৰ শোণিত দি পোহ-পাল দিয়া কজেটে এতিয়া সাত বছৰ পাৰ হৈ আঠত ভৰি দিছিল। তেতিয়া আছিল ১৮১৮ খৃষ্টাব্দৰ বসন্তকাল। ১৮২৩ খৃষ্টাব্দৰ বসন্তকাল এতিয়াও অহা নাই। বসন্তকালৰ নতুনকৈ ফুলি উঠা ঢোপা কলিটিৰ দৰে আছিল জননীৰ জীৱন-সৰ্ব্বস্ব এই কজেট। কিন্তু এই যে এদিন গণনাৰ ভুলত এই বাসন্তী-প্ৰতিমাখান আতুৰ সেৱিকা জননীৰ স্নেহৰ বেদীৰ পৰা বিতাৰিত হৈছিল, সেইদিন ধৰি আৰু মুহূৰ্ত্তৰ কাৰণেও এই প্ৰতিমাৰ কাষত কোনো স্নেহ-উপচাৰ পৰা নাই।

ম'ফেয়াৰমেলৰ মানুহে কজেটক ‘লাৰ্ক’ বুলিলেহে চিনি পায়। পুৱা দোক্-মোকালিতে গাত কেইডোখৰমান ফটা-এলান্ধুৱা কাপোৰেৰে জাৰত কঁপি কঁপি চকুৰ চকুপানী আৰু হাতৰ বাঢ়নী লৈ, ঘৰৰ কোনো নৌ উঠোতেই ‘লাৰ্ক’ চৰাইৰ লগে লগে তাইও নিতৌ ঘৰৰ বাহিৰ ওলাই ঘৰ, চোতাল সৰাত লাগিছিল। ওচৰ-চুবুৰীয়াই তাইক বেটী-ছোৱালী বুলিহে জানে। পাঁচ বছৰ বয়সৰে পৰা হাতত ডাঙৰ ডাঙৰ বাল্‌টি লৈ পানী অনা, ঠাই সৰা, ঘৰ-মচা, কাঁহি-বাটি, ছুৱা-মকৰা ধোৱা, বোজা কঢ়িওৱা ইত্যাদি টান বন কৰিবলৈ দিয়া দেখি সকলোৱে হা-হুমুনিয়াহ কাঢ়িছিল। টেনাৰ্ডিয়েৰ জীয়েক এপনিন আৰু এজেল্মায় যেতিয়া জাৰত কাপোৰ-কানি লৈ মহাসুখে শুই থাকে, তেতিয়া লাৰ্কৰ ঘৰৰ বাহিৰত কামৰ ভৰ-তুপৰ হয়। যেতিয়া সিহঁতে পুতলা লৈ ধেমালি কৰি হাঁহিৰ খলকনিত ঘৰ উৰুৱাই দিব খোজে, তেতিয়া লাৰ্কে এৰা পাতৰ এৰেহা এমুঠিৰ লগত টেনাৰ্ডিয়ে-পত্নীৰ কেটেৰা-জেঙেৰা থওনা-মুকুটি খাই



ফেকুৰিব লগাত পৰে। তাইৰ মাকে থৈ থোৱা আৰু পঠিয়াই দিয়া তৰহে তৰহে ধুনীয়া ছোলা-কাপোৰবোৰ পিন্ধি যেতিয়া এপনিন্ আৰু এজেল্মায় গা-ঘেলাই ফুৰে, তেতিয়া লাৰ্কে আমন-জিমনকৈ সিহঁতৰ ৰেহ-ৰূপ চাই জাৰত কুচি-মুচি এচুকত বহি থাকে। আজি তাইৰ গঢ় দেখি মাকেও তাইক সতকাই চিনি নেপায়। অনাদৰ—অপতিপালত তাই কুৎচিৎ হৈ পৰিল—নান্নং-নবস্ত্ৰং হৈ তাই জীৰ্ণা-শীৰ্ণা হ'ল। তেতিয়া তাইৰ আছিল কেৱল আগৰ সেই ডাঙৰ ডাঙৰ চকুযুৰি। সিও দুখত মলিন, বেজাৰত জেউতিহীন—দুখৰ জ্বলন্ত প্ৰতিবিম্ব! ইফালে মাকে ভাবি শান্তি পাইছিল, নিজৰ যি অৱস্থাই নহওক,—“মোৰ কজেট জাৰে-জ্বৰে, ভাত-কাপোৰৰ অভাৱত কষ্ট পোৱা নাই; মোৰ কজেট সুখত আছে। এতিয়া চাগৈ বৰ এজনী! দেখিবলৈ চাগৈ বৰ শুৱনী!” নেজানিলে যে গণনাৰ সূক্ষ্মাতিসূক্ষ্ম ভুলত অত যত্ন, অত চেষ্টা, অত হাবিয়াহ অযথা এক বিৰাট হাহাকাৰত বুৰ মাৰিছে! ইমান যত্নেৰে গঢ়া এটা স্নেহ অনাদৰত জহি-খহি গৈছে!

---

## একাদশ অধ্যায়

আবাচৰ কাছাৰীঘৰত সেইদিনা মানুহৰ দল-দোপ, হেন্দোল-দোপ। জঁ-ভেলজঁৰ বিচাৰ!

তেতিয়া ৰাতি আঠ বাজিছিল, যেতিয়া আছামী ভেলজঁৰ পক্ষৰ উকীলে তেওঁৰ বক্তৃতাৰ সামৰণি মাৰি বহিবলৈ ওলায়। তেওঁ আছামীৰ নির্দ্দোষিতা প্রমাণ কৰিবলৈ যথাসাধ্য যুক্তি উদ্ভাৱন কৰিছিল। জঁ আৰু তেওঁৰ মক্কেল চপাথিৰ একেটা মানুহ নহয়, ইয়াৰ কাৰণে তেওঁ যথাসাধ্য অকাট্য প্রমাণ দাঙি ধৰিলে। চৰকাৰী উকীলে উত্তৰৰ ওপৰত উত্তৰ কাটি গ'ল। জঁ-ভেলজঁৰ ভয়-লগা অতীত কাহিনী বিচাৰালয়ৰ আগত আৰু ভয়লগা কৰি বৰ্ণাই গ'ল। চপাথিৰেই মন্ত্র-মুগ্ধ প্রায় নির্ব্বাক-নিস্পন্দ হৈ চৰকাৰী উকীলৰ ফালে চাবলৈ ধৰিলে।

বিচাৰকে শেষ বাৰৰ কাৰণে আছামীক প্রশ্ন কৰিলে—"সাক্ষীয়ে কি কৈ গ'ল তই শুনিলি? তোৰ আৰু কিবা ক'বলগীয়া আছেনে?" আছামীয়ে একে উশাহে উত্তৰ দিলে—"মোৰ ক'বলগীয়া? মই কওঁ—অতি সুন্দৰ বিচাৰ।" আছামীৰ উত্তৰত বিচাৰালয়ত হাঁহিৰ ৰোল উঠিল। হাঁহি মাৰ যাওঁতে নৌ-যাওঁতেই দর্শকৰ মাজৰ পৰা কোনোবাই উচ্চ-কণ্ঠে মাত লগালে—"ব্রেভেট, চেনিলুড, কোছপেল্! এই ফালে চা।" এই কণ্ঠস্বৰ ইমান বিষাদ-সূচক আৰু বিষাদ-কাতৰ আছিল যে গোটেই আদালতৰ মানুহৰ বুকু এক নজনা আশঙ্কাত একেলগে কঁপি উঠিছিল। সকলোৰে দৃষ্টি আকর্ষণ কৰি সম্ভ্রান্ত দর্শক-বৃন্দৰ মাজৰ পৰা এজন মানুহে এই অস্বাভাবিক চিৎকাৰ কৰাৰ লগে লগেই আসন পৰিত্যাগ কৰি মিছিলৰ ফালে আগ বাঢ়ি গ'ল। জজ, উকীল, জুৰি আদি যি সকলে তেওঁক চিনি পায়, ইজনে সিজনৰ কাণত মনে মনে কবলৈ ধৰিলে—"মেয়ৰ মেড্‌লেন্! মেয়ৰ মেড্‌লেন্!"



মেড্‌লেনে মিছিলত ঠিয় হৈ সাক্ষীকেটাৰ ফালে চাই প্রশ্ন কৰিলে,—"মোক তহঁতে চিনি পাইছ?" তেতিয়া তেওঁৰ মুখ এক অপার্থিৱ জ্যোতিৰে বিভাসিত, কণ্ঠস্বৰ গম্ভীৰ, পৰিচ্ছদ-পৰিচ্ছন্ন সকলো সংযত। দুদিনৰ আগৰ ক'লা চুলিখিনি মাথোন তেতিয়া ৰূপৰ দৰে ঢক্ ঢক্ কৰে বগা।

সাক্ষী তিনিটাই হা-হুতাশভাবে মেড্‌লেনৰ মুখৰ ফালে চাই ৰ'ল। জনতা স্তম্ভীভূত। মেড্‌লেনে বিচাৰক আৰু জুৰিৰ ফালে ঘূৰি সম্বোধন কৰিলে—"আপোনালোকে আছামীক খালাছ দিয়ক। যাক আপোনালোকে বিচাৰিছে, সি এই মানুহটো নহয়। মই হে জঁ-ভেলজঁ। মোক গ্রেপ্তাৰ কৰক!"

গোটেই কাছাৰী কাঁহ পৰি জীন গ'ল। ক'তো এটা নিশ্বাস নপৰিল। প্রত্যক্ষ ঘটনাৰ অভাৱনীয় পৰিণতিৰ দ্বাৰা কোনো মহৎ কার্য্য সমাধা হলে, মানুহৰ মনত যি পৱিত্র ভয় উদয় হয়, সেই ভয়ে গোটেই বিচাৰালয় বিয়পি পেলালে। বিচাৰকৰ মুখ সহানুভূতিৰ বিষাদত মলিন হৈ পৰিল। চৰকাৰী উকীলক কাণে কাণে সুধিলে,—"ইয়াত ডাক্তৰ আছেনে?"

চৰকাৰী উকীলে সমবেত ভদ্র-মণ্ডলীকে সম্বোধন কৰি কবলৈ ধৰিলে, "এই আশ্চর্য্য আৰু আকস্মিক ঘটনাই আমাৰ মনত কি ভাৱ উদয় কৰিছে তাক নকলেও হব। আপোনালোক সকলোৰে আন কথাত নহলেও তেখেতৰ কাৰখানাৰ সুযশৰ কাৰণে মছিঅ' মেড্‌লেন্—এম্ নগৰৰ মেয়ৰক চিনি পায়। যদি ইয়াত কোনো ডাক্তৰ আছে, তেখেতে অনুগ্রহ কৰি মেয়ৰক যথোচিত শুশ্রূষাৰ কাৰণে ঘৰলৈ লৈ যাওক!" আৰু একো কবৰ সুযোগ নিদি মেয়ৰ মেড্‌লেনে ধীৰ-গম্ভীৰভাবে মাত লগালে—"অশেষ ধন্যবাদ। কিন্তু মোৰ মস্তিষ্ক বিকৃত হোৱা নাই। আপোনালোকে শুনক। আপোনালোকে এটা ভীষণ ভুল কৰিব খুজিছে। যি ভুলৰ বাবে এটা জীৱন ধ্বংসৰ মুখত পৰোঁ-পৰোঁ হৈ আছে। মই মোৰ

নিজৰ কৰ্ত্তব্য মাথোন পালন কৰিবলৈ ওলাইছোঁ। সচা কবলৈ গলে—ময়েই সেই দুৰ্ভগীয়া জ-ভেলজঁ। মোৰ সাক্ষী—ওপৰত পৰমেশ্বৰ। মোক আপোনালোকে গ্ৰেপ্তাৰ কৰক। ১৮১৫ খৃষ্টাব্দত বিশ্বপৰ ঘৰত চুৰি কৰাৰ পাছৰ পৰাই সেই দেৱ-দূত বিশ্বপে মোক যি হবলৈ আশীৰ্ব্বাদ কৰিছিল মই তাকেই হৈ উঠিছিলোঁ। তেওঁৰ ঘৰৰ পৰা নিয়া ৰূপৰ কাঁহী বাটিবোৰ বেচি পেলালোঁ। পৱিত্ৰ-স্মৃতি ৰূপৰ মম-দানী দুডাল মাথোন মোৰ অন্ধকাৰ-হৃদয়ত স্বৰ্গৰ পোহৰ দিবলৈ বুকুত সাবটি ৰাখিলোঁ। এতিয়াও সেই দেৱ-দুৰ্ল্লভ সম্পত্তি মোৰ ঘৰত যত্নেৰে ৰক্ষিত। যিটো ল'ৰাৰ পৰা দুই ফ্ৰাঁ মোহৰটো কাঢ়ি আনিছিলোঁ, তাকো মই মেয়ৰ হোৱাৰ পাছত যথাসাধ্য ক্ষতিপূৰণ দি ঋণ পৰিশোধ কৰিলোঁ। কাঁহী বেচি পোৱা ধনেৰে কাৰবাৰত লাগিলোঁ। মই নাম সলাইছিলোঁ। মানুহে মোক চিনি নেপালে। ধন-সম্পত্তি আহিল। ৰজা-ঘৰে মেয়ৰ খিতাপ দি সন্মান জনালে। ইচ্ছা কৰিছিলোঁ, ভাল মানুহ হৈ সজ-কাম কৰি সদায় সজ-পথত থাকি জীৱনৰ বাকী কেটা দিন কটাম—প্ৰাণপণে যত্নও কৰিছিলোঁ—কিন্তু সি হৈ নুঠিল। মোৰ ওপৰত কৰা অভিযোগ সচা। সচা মই দুৰ্দ্দান্ত। কিন্তু বোধকৰোঁ, সকলো মোৰেই দোষ নহয়।"

"মোৰদৰে এটা বিনষ্ট চৰিত্ৰৰ মানুহে ঈশ্বৰৰ বিৰুদ্ধে থিয় দিব নোৱাৰোঁ; সমাজ-সংস্কাৰলৈ উপদেশ দিবৰো মোৰ অধিকাৰ নাই। কিন্তু মই ক'ব পাৰোঁ দৃঢ়ভাবেই-যি অপবাদৰ পৰা মুক্তি বিচাৰি আজি ৮ বছৰে প্ৰাণ-পণে যত্ন কৰি আহিছোঁ, সেই অপবাদেই ঘূৰি মোৰ কাল হৈ থিয় দিলে। মানুহ অৱস্থাৰ দাস। অৱস্থাই মানুহক পাপৰ পথলৈ টানি লৈ যায়। আৰু পাপৰ শান্তি-স্থল কাৰাগাৰেহে পাপীৰ জন্ম দিয়ে। পাপীক পৰিত্ৰাণ নকৰে। 'টুল' জেললৈ যোৱাৰ আগতে মই এটা সামান্য হজুৱা আছিলোঁ; পাছত ধূৰ্ত্ত হৈ উঠিলোঁ। জেলৰ কঠোৰতাই মোক কঠোৰ কৰি তুলিলে। এই কঠোৰতাই যেনেকৈ এদিন মোক নষ্ট কৰি দিলে, পিচত সাধুতাই ঠিক সেইদৰেই ৰক্ষাও কৰি আনিলে। বোধকৰোঁ, মোৰ কথা মই আপোনালোকক ভালকৈ বুজাব পৰা নাই। যি হওক, মোক আপোনালোকে গ্ৰেপ্তাৰ কৰক। বৰ আচৰিত, এই মানুহ তিনিটাই মোক চিনি পোৱা নাই। জাভেয়াৰ ইয়াত থকা হলে মোক চিনি পালেহেতেন! ব্ৰেভেট্! মই হলে তোক চিনি পাইছোঁ। তই মোক চিনি পোৱা নাই? তোৰ মনত আছেনে—ফাটেকত থাকোঁতে তই সদায় ৰঙা গেলিছ পিন্ধিছিলি?" ব্ৰেভেট্ চক্ খাই উঠিল। অবাক্ হৈ মেয়ৰক চাবলৈ ধৰিলে। মেড্‌লেনে আকৌ মাত লগালে—"ছেনিলডু! তোৰ বাওঁহাতৰ কান্ধত টি, এফ, পি লিখা নাছিলনে? সেই আখৰকেটা গুচাবলৈ তই আওঠাৰে তোৰ কান্ধ পোৰা নাছিলিনে? তোৰ কান্ধত এতিয়াও সেই পোৰাৰ চিন আছে। আখৰকেটা এতিয়াও পঢ়িব পাৰি—নহয়নে?"

ছেনিলডুয়ে উত্তৰ দিলে—"হয়!" মেড্‌লেনে আনটো সাক্ষীক প্ৰশ্ন কৰিলে,—"কোছপেল্! তোৰ বাওঁহাতৰ কান্ধৰ গুৰিত এটা তাৰিখ লিখা আছে। এই তাৰিখ ১ মাৰ্চ্চ, ১৮১৫ খৃষ্টাব্দ। সেইদিনা সম্ৰাটে কেন নগৰত পদাৰ্পণ কৰিছিল। তোৰ হাতখন দেখুৱাচোন।"

কোছপেলে হাত দেখুৱালে। সকলোৱে থিয় হৈ চাবলৈ ধৰিলে। হুবহু সচা।

মেড্‌লেনে হাঁহি মুখে দৰ্শক-বৃন্দ আৰু জুৰিৰ ফালে চাই পঠিয়ালে। হাঁহিৰ বিজয়-দুন্দুভি বাজি উঠিছিল সচা, কিন্তু তাত নিৰাশ আৰু হতাশৰ ৰাং পৰিছিল সৰহ!

ক্ষন্তেক থাকি মেয়ৰে মাত লগালে—"আপোনালোকে স্পষ্ট প্ৰমাণ পালে যে—ময়েই সেই চিৰহতভাগ্য, জনম-দুৰ্ভগীয়া জঁ-ভেলজঁ। মই আৰু এতিয়া আপোনালোকৰ সময় নষ্ট কৰিব নোখোজোঁ। মই এতিয়া যাওঁ। কাৰণ মোক এতিয়াও গ্ৰেপ্তাৰ কৰা নাই।

মোৰ বহুতো কাম আছে। মই ক'ত থাকোঁ, কলৈ যাম, আপোনালোকে জানে। যেতিয়া দৰকাৰ হয়, গ্রেপ্তাৰ কৰি লৈ আহিব। আপোনালোকে ভাবিছে—মই দয়াৰ পাত্র। তথাপি এইবোৰ নোহোৱা হলেই ভাল আছিল।"

বিচাৰালয়ত দর্শক, সাক্ষী, উকীল সকলোৱে নিজ নিজ অস্তিত্ব হেৰুৱাই এক বৈদ্যুতিক শক্তিৰ প্ৰভাৱত যেন অলৰ-অচৰ হৈ পৰিল। কাৰো ক'তো কাহ এটাও নাই। এক কটাক্ষ-বিহীন নেত্ৰ-সমষ্টিৰ অপলক দৃষ্টি আৰু এক শতেক ঘনস্পন্দিত বুকৰ ঐক্যদীৰ্ঘশ্বাসৰ বাহিৰে তাত আন কিবা আছিল বুলি কাৰো বোধ নহৈছিল।

কথা শেষ হোৱাৰ লগে লগে মেড্‌লেন আদালতৰ বাহিৰ ওলাল। এযাৰ মাত নোলাল, এখন হাত নুঠিল—তেওঁৰ বাট ভেটি। সকলোৱে স্বৰ্গীয় সৌৰভত মগ্ন হৈ এই দেৱোপম চৰিত্ৰৰ জীৱন্ত প্ৰতিমূৰ্ত্তিটিক অবাক্ প্ৰশংসাৰ অঞ্জলি দি অতি সন্তৰ্পনে বাট এৰি দিলে। তেওঁ ধীৰে ধীৰে মেলা দুৱাৰেদি বাহিৰ হ'ল।

মেড্‌লেন গুচি গ'ল। চপাথিৰঁই খালাছ পালে। হতবুদ্ধি আছামীয়ে দিঠক-সপোনৰ মাজত পৃথিবীৰ সকলো মানুহকেই মনে মনে পগলা পাতি দি ঘৰমুৱা হ'ল। লগে লগে লোকাৰণ্য কাছাৰী জন-শূন্য হৈ পৰিল। আঠ বছৰৰ অতুলনীয় স্বাৰ্থ-ত্যাগ, পৰোপকাৰ, ক্ষমা, দয়া আৰু বিনয়ভৰা এটা চানেকী-জীৱন, বীভৎসতাৰ অন্ধকাৰ-আৱৰণেৰে আবৰি দি গহীন নিশাৰ গহীন আন্ধাৰো গহীনাই আহিল।

---

## দ্বাদশ অধ্যায়

ৰাতি পুৱাই আহিছে। গোটেই ৰাতি ফঁটিনৰ টোপনি নাই। জ্বৰ বৰ বেছি আছিল। কিন্তু ওৰে ৰাতিটো তাই সুখৰ সপোন দেখিয়েই কটালে। পুৱাৰ শীতল সমীৰণৰ পৰশ লাগি এতিয়া তাইৰ অলপ তন্দ্ৰা অহা যেন হৈছে। ভগ্নী চিম্পলিচে চেগ্ বুজি ঔষধৰ আয়োজন কৰিছে। হঠাৎ তেওঁৰ চকু দুৱাৰ মুখৰ ফালে যোৱাত তেওঁ অলপ চক্ খাই উঠিল। মছিঅ' মেড্‌লেন অলপ আগতে মনে মনে আহি কোঠাৰ ভিতৰ সোমাই দুৱাৰ মুখত ঠিয় হৈ আছিল।

ব্যস্তভাৱে চিম্পলিচে লাহে লাহে সুধিলে—"আপুনি কেতিয়া আহিল?"

"এয়া। ফঁটিনৰ কেনে?"

"বৰ বেয়া নহয়। কালি হলে বৰ ভয় হৈছিল। জ্বৰ আৰু প্ৰলাপ। তাই ভাবিছে আপুনি তাইৰ জীয়েকক আনিবলৈ গৈছে। তাইৰ মনত বৰ ৰঙ্। পাছে তাইক আনিলে জানো?"

"নাই অনা।"

"এতিয়া তাই সাৰ পাই সুধিলে কি বুলি ক'ব?"

ক্ষন্তেক থমকি মেড্‌লেনে উত্তৰ দিলে—"ঈশ্বৰে যেনেকৈ কোৱায়!"

তেতিয়া বেলি ভালকৈয়ে উঠিছিল। বেলিৰ পোহৰত কোঠাটো বেছ পোহৰ হৈ পৰিছিল। মেড্‌লেনৰ মূৰলৈ চকু দি চিম্পলিচে আচৰিত হৈ সুধিলে—"ডাঙৰীয়া! আপোনাৰ কি হৈছে? চুলিবোৰ দেখোন একেবাৰে বগা হৈ গ'ল!" মেড্‌লেনে আচৰিত হৈ ক'লে—"কি?" চিম্পলিচে ওচৰৰ আলমাৰি এটাৰ পৰা দাপোন এখন আনি মেড্‌লেনৰ হাতত দিলে। মেড্‌লেনে দাপোনত মুখখন চাই নিজৰ বগা মূৰটোত হাত ফুৰাই দাপোনখন ওভোতাই দিলে। চিম্পলিচে মনে মনে ভাবিলে—"চিন্তা, নহলে কিবা দুৰ্ঘটনা!"

মেড্‌লেনে সুধিলে—"এতিয়া এবাৰ ফঁটিনৰ কাষলৈ যাব নোৱাৰিমনে ?"

"ছোৱালীজনী ননাকৈয়ে যাবনে ?"

"এৰা, ছোৱালীজনী আনিবলৈ হলে নাই বুলিও তিনি-চাৰি দিন লাগিব।"

"আজি নগৈ আন এদিনা আহিলে একা ?"

মছিঅ' মেড্‌লেনে নীৰৱে ভাবিবলৈ ধৰিলে। অলপ পাছতে ধীৰভাৱে মাত দিলে, "নহয়, মই আজিয়েই তাইৰ লগত দেখা কৰিম। পলম কৰিলে হয়তো দেখা কৰা হৈ নুঠিবও পাৰে।"

"তাই এতিয়া কিজানি শুইছে।"

মেড্‌লেনে ধীৰে ধীৰে ফঁটিনৰ শোৱা-কোঠা সোমাল। ভৰি টিপি টিপি ফঁটিনৰ বিছনাৰ কাষ চাপিল। লাহেকৈ আঠুৱাখন দাঙি দিলে। ফঁটিনৰ টোপনি। শ্বাস-প্ৰশ্বাসৰ গতি সম্পূৰ্ণ অস্বাভাৱিক। তথাপি মুখত শান্তিৰ চিন। মেড্‌লেনে একেৰাহে চাবলৈ ধৰিলে। দেখিলে যেন তাইৰ ৰোগ-ক্ষীণ দেহ-লতা ডালিও অলপ কঁপি উঠিছে। গুটি ছিঙোতে গছৰ ডাল কঁপি উঠে। জীৱন-দেহৰ ফল। জীৱনক বিছিন্ন কৰিবলৈ মৰণৰ বিভীষিকাময় হাতৰ আঙুলিৰ সঞ্চালনত দেহ-পল্লৱো এইদৰেই কঁপি উঠে।

মেড্‌লেনে কিছুপৰ অলৰ-অচৰ ভাবে নিঃশব্দে ফঁটিনৰ বিছনাৰ কাষত ঠিয় হৈ নিদ্ৰিতা ফঁটিনৰ মুখৰ ফালে একেৰাহে চাই থাকিল। এইদৰেই ৰ' লাগি চাই থাকোঁতেই ফঁটিনে সাৰ পালে। চকু মেলিয়েই বিচনাৰ কাষত মেড্‌লেনক দেখি ফঁটিনৰ মন আনন্দত উপচি পৰিল। মিচিকীয়া হাঁহিৰে মাত দিলে,—"কজেট ক'ত ?"

"কজেট্" বোলাৰ লগে লগেই তাই আনন্দত পমি গ'ল। অপাৰ অসীম আনন্দ। তথাপি তাত বিহ্বলতা নাই। মেড্‌লেনৰ ওপৰত ফঁটিনৰ বিশ্বাস অটল, নিৰ্ভৰ অগাধ। মেড্‌লেনে উত্তৰ দিবলৈ নৌ পাওঁতেই ডাক্তৰ ওলালহি। ডাক্তৰে ক'লে—"উত্ৰাৱল নহবাঁ, ছোৱালীজনী ইয়াতে আছে।" ডাক্তৰৰ উত্তৰত ফঁটিনৰ প্ৰাণ আনন্দত নাচি উঠিল। অনুনয় বিনয় কৰি ক'লে,—"ডাঙৰীয়া ! মই কাৰ্বোটি কৰি মাতিছোঁ, ছোৱালীজনীক মোৰ কোলালৈ আনি দিয়ক।" মেড্‌লেনে লাহেকৈ ফঁটিনৰ হাতখন ধৰি ক'লে—"ডাক্তৰৰ কথা শুনা। উত্ৰাৱল নহবা। কজেট ইয়াতে আছে। তাই ভালে আছে। তুমি এনেকৈ উত্ৰাৱল হলে তোমাৰ কাহ বেচি হৈ যাব।"



সঁচাকৈয়ে ফঁটিনৰ কাহ বেচি হৈছিল। ফঁটিনে ক'লে,—"মেয়ৰ ডাঙৰীয়া ! আপুনি সিদিনা কজেট আহিলে তাই ধেমালি কৰি ফুৰিবলৈ এখন ফুলনি কৰাই দিম বুলিছিল নহয় ? কজেটে ফুলনিৰ মাজে মাজে পখিলা ধৰিবলৈ লৰি ফুৰিব।"

ফঁটিন হঠাৎ বৈ গ'ল। দুৱাৰ মুখৰ ফালে চাই বৰ চিঞৰ মাৰি উঠিল। মেড্‌লেনে আচৰিত হৈ সুধিলে,—"ফঁটিন ! ফঁটিন ! কি হৈছে ?" ফঁটিনে কোনো উত্তৰ নিদিলে। মেড্‌লেনৰ হাতত টিপা মাৰি দুৱাৰ মুখৰ ফালে চাবলৈ ইঙ্গিত কৰিলে। মেড্‌লেনে গা ঘূৰাই দুৱাৰ মুখৰ ফালে চাই দেখে—দুৱাৰত ভেজা দি পুলিছ ইন্স্‌পেক্টৰ জাভেয়াৰ দুৱাৰ মুখত।

মছিঅ' মেড্‌লেনে আত্ম-প্ৰকাশ কৰি আৰাচৰ আদালত পৰিত্যাগ কৰাৰ পাছতে তেওঁক ধৰিবলৈ আদালতে তেওঁৰ নামে পৰণা বাহিৰ কৰি জাভেয়াৰক পঠিয়াই দিলে। জাভেয়াৰে আদেশ পায়ে দলে-বলে আহি পুৱাতেই মেড্‌লেনৰ ঘৰত উপস্থিত। জাভেয়াৰে আগে-পাছেও ছৰকাৰী কামত মেয়ৰৰ ঘৰলৈ অহা-যোৱা কৰে। পুৱাৰ অসময় বুলিও আজি চাকৰ-নাকৰে একো সন্দেহ নকৰিলে। মেড্‌লেন ফঁটিনৰ কোঠাত থকাৰ গম পাই পোনছাটেই আহি জাভেয়াৰ ফঁটিনৰ কোঠা ওলালহি।

মেড্‌লেনে ফঁটিনৰ মূৰত হাত বুলাই মাত দিলে,—"তুমি ভয় নকৰিবা, তেওঁ তোমাক ধৰি নিবলৈ অহা নাই।"

"মেয়ৰ ডাঙৰীয়া !"

জাভেয়াৰে ঢেক্ ঢেক্ কৰে হাঁহি হাঁহি ক'লে—"ইয়াত কোনো মেয়ৰ ডাঙৰীয়া নাই।" এই বুলি সি বাঘৰদৰে খেদামাৰি গৈ মেড্‌লেনৰ কামিজৰ ডিঙিত চেপা মাৰি ধৰিলে। মেড্‌লেনে একো বাধা নিদিলে। মাত্র কলে,—"—জাভেয়াৰ !"

"মোক ইন্‌স্‌পেক্টৰ জাভেয়াৰ বুলি সম্বোধন কৰ।"

"তোমাৰ লগত মোৰ কেটামান ভিতৰুৱা কথা আছে।"

"তোৰ নিচিনা মানুহৰ লগত মোৰ কোনো ভিতৰুৱা কথা হব নোৱাৰে।"

"তুমি মোৰ এটা অনুৰোধ ৰাখাঁ। মোক তিনিদিন সময় দিয়া। এই সময়তে এই হতভাগ্য জননীৰ অভাগী ছোৱালীজনীক লৈ আহোঁ। তুমি ইচ্ছা কৰিলে মোৰ লগতে যাবও পাৰাঁ।"

"হবই নোৱাৰে।"

ফঁটিনৰ ভগ্ন জীৱন-বীণাৰ ক্ষীণ তাঁৰ ডালি কেৱল এটি মাত্র আশাৰ সূক্ষ্মাতিসূক্ষ্ম আঁহৰ কাৰণে এতিয়াও ছিগি যোৱা নাছিল। কিন্তু যেই কাণত পৰিল—তাইৰ জীয়েকক তেতিয়াও অনা হোৱা নাই, তাই নিৰাশাৰ এই তীব্র আঘাত আৰু সহ্য কৰিব নোৱাৰিলে। এই আঘাতত তাইৰ জীৱন-বীণাৰ সূক্ষ্ম তাঁৰ ডাল ফটৰাই ছিগি পৰিল।

এই এটা মাত্র দীর্ঘ-নিশ্বাসৰ ফুঁৰে ফঁটিনৰ শলিতাবিহীন জীৱন-চাকি গছি চিৰদিনলৈ মুমুৰাই পেলালে। ভেলজঁৰ আৰু ধৈৰ্য্য নেথাকিল। সিংহনাদে গৰ্জ্জি উঠিল, "নাৰী-বধী !" জাভেয়াৰে যেই প্রত্যুত্তৰত ভেলজঁৰ ডিঙিত খামোচ টানি দিলে, ভেলজঁই একে আচাৰেই জাভেয়াৰৰ হাতৰ পৰা এৰাই আহিল, যেন সৰু ল'ৰা এটাৰ হাতৰ পৰা বলী ডেকা এটাই হেলাৰঙে নিজক এৰুৱাই আনিলে। ওচৰতে লোহাৰ পালেঙ্ এখন আছিল। জাভেয়াৰৰ হাতৰ পৰা এৰায়ে নিমিষতে পালেঙখনৰ পৰা ডাং এডাল একে আজোঁৰে



সোলোকাই লৈ ফঁটিনৰ বিছনাৰ এচুকত বহি পৰিল। জাভেয়াৰক মাথোন ক'লে—"মোৰ কথা শুন। মোক এতিয়া একো আমনি নকৰিবি।"

জাভেয়াৰৰ চূৰ্ত্তি হেৰাল। ভেলজঁৰ মূৰ্ত্তি দেখি ভয়ত কঁপিবলৈ ধৰিলে। ভেলজঁৰ শাৰীৰিক শক্তি জাভেয়াৰৰ চিৰ-পৰিচিত। সি এবাৰ ভাবিলে—বাহিৰলৈ গৈ তাৰ লগৰীয়াবোৰক মাতি লৈ আহে। কিন্তু জানোছা সেই সুযোগতে ভেলজঁ পলাই যায়। নোযোৱাকে থিক কৰি য'তে আছিল ত'তে অলৰ-অচৰ হৈ ৰ'ল। এটা খোজো আগ নবঢ়ালে, এষাৰ মাত মাতিবলৈকো বুকত সাহ উলিয়াব নোৱাৰিলে। বেৰৰ কাষত জানিবা এটা প্রস্তৰ মূৰ্ত্তি।

জাভেয়াৰে কি কৰিছে, নকৰিছে ভেলজঁই কেৰাহিকৈয়ে নেচালে। দুই হাতে আল-ফুলকৈ ফঁটিনৰ মূৰটো কোলালৈ তুলি ল'লে। মৰণৰ কঠোৰ স্পৰ্শ লাগি ফঁটিনৰ চকু দুটি থৰ হৈ আছিল। ভেলজঁই আঙুলিৰে লাহে লাহে চকু দুটি জপাই দি একেথৰে মৃতাৰ মুখলৈ চাই থাকিল।

ভেলজঁৰ সংসাৰ নাছিল। সংসাৰৰ বন্ধনো নাছিল। ফঁটিন তাৰ একো নহয়। তাই অপৰিচিতা, পৰিত্যক্তা। কিন্তু, আজি সংসাৰ-বিৰাগী ভেলজঁৰ ঘোৰ সংসাৰীৰ দৰে বুকু ভাঙি, চকু ফালি চকুলো বাগৰি আহিল—এই অপৰিচিতা, পৰিত্যক্তা ৰমণীৰ মৰণত। কোনে জানে কাৰ মৰণত ক'ৰ কোন আহি কান্দে ক'ত !

মোটোহা-মোটোহ হাতেৰে চকুৰ পানী মচি ভেলজঁই অতি সন্তৰ্পণে ফঁটিনৰ মূৰটি কোলাৰ পৰা নমাই গাৰুৰ ওপৰত থলে। কাপোৰ-কানিথিনি টানি মেলি দিলে। মূৰটিৰ ওপৰত লাহেকৈ চাপৰি মৃতাৰ কপালত শেষ বিদায়ৰ আল-ফুল চুমা এটা দি মাটিত আঠু কাঢ়ি বহি গ'ল। দুই হাত দাঙি আত্মাৰ সদগতিৰ কাৰণে পৰমাত্মাৰ ওচৰত প্রাৰ্থনা জনালে। পৰমাত্মাৰ চৰণ-ধুৱাই তাৰ চকুৰ মাজেদি দুধাৰ পানী বেগেৰে বাগৰি আহিল। প্রাৰ্থনা শেষ হলত ভেলজঁই ঠিয় হৈ

জাভেয়াৰক মাত দিলে—"আহাঁ, মই সাজু।" জাভেয়াৰে ভেলজঁক লৈ গৈ জেলত বন্ধ কৰি দিলে।

ক্ষন্তেকৰ ভিতৰতে 'এম' নগৰত হৈ-চৈ উঠিল। নগৰৰ মেয়ৰ মেড্‌লেনক পুলিছে ধৰি নিছে। বতাহৰ বোকোচাত দূৰ-দূৰনিলৈ বাতৰি গ'ল। হুলস্থূল কাণ্ড! কিন্তু ইকাণে সিকাণে যেতিয়া মানুহে শুনিলে যে মছিঅ' মেড্‌লেনেই ছদ্মবেশী দুৰ্দ্দান্ত চোৰ জঁ ভেলজঁ, তেতিয়া আৰু সকলোৱেই নিজম-নিমাত হৈ পৰিল। সমবেদনাৰ হুমুনিয়াহ নিমিষতে মাৰ গ'ল। মেড্‌লেনৰ সদ্‌গুণ, সৎকাৰ্য্যই অসীম অনন্তত চিন-চাব নোহোৱাকৈ লীন হৈ যাবলৈ বাট ললে। সলনিত, দোষৰ খেৰৰ জুমুঠিত জন-প্ৰবাদৰ কুমাৰ-মাটিৰ লেপ আৰু ৰং-ৰাংপতাৰ আবৰণ পৰি এটা এটা দোষেই এটা এটা বিৰাট দৈত্যৰ মূৰ্ত্তি ধৰি তেওঁৰ আহিঁ জীৱনৰ শূন্য আসনত বহিবলৈ আহিল! সহস্ৰজনৰ এখন প্ৰাণেও তেওঁৰ এই আকস্মিক বিপদত কান্দি নুঠিল। কান্দিছিলে যদি বৰ বেছি তিনি চাৰিখন হিয়া। তাৰ ভিতৰতে মেড্‌লেনৰ লিগিৰীৰ প্ৰাণো এক।

মেড্‌লেনক ধৰি নিয়াৰ লগে লগেই গধূলি হওঁতে-নৌহওঁতেই তেওঁৰ কাৰখানাও বন্ধ হৈ পৰিল। সন্ধিয়া মেড্‌লেনৰ গোটেই হাটি মৰিশালিৰ দৰে এৰা-পৰা। লিগিৰীজনীয়ে আন দিনাৰ দৰেই গিৰিহঁতৰ কোঠাত চাকি জ্বলাই বৰ বিষণ্ণ মনেৰে শোৱা চাৰি-পাটি জাৰি-জোকাৰি ঠিক-ঠাক্ কৰিছে। এনে সময়তে তাই দেখিলে কোনোবাই যেন বাহিৰৰ পৰা হাত সুমুৱাই খিৰিকি-দুৱাৰখন মেলিছে। তাইৰ পেটতে হাত-ভৰি লুকাল। কিছুমান পৰ চাই থাকি তাই হাতখন চিনি পালে। সেই হাত, সেই আঙুলি, সেই ছোলা মেড্‌লেনৰ বাহিৰে কাৰো নহয়। পাছ মুহূৰ্ত্ততেই খিৰিকি খুলি ভেলজঁ ঘৰৰ ভিতৰ সোমাল। লিগিৰীয়ে সৰু সৰুকৈ সুধিলে—"আপুনি আহিলে! মই আকৌ বোলোঁ!—"

"এৰা, এৰা; মই ফাটেকত আছিলোঁ। ফাটেকৰ খিৰিকি এখনৰ লোহা এডাল বেঁকা কৰি মই সেই পোনেই সৰকি পলাই আহিছোঁ। মই ইয়াতে ৰওঁ! তুমি চিম্পলিচক মাতি আনা।"



ক্ষন্তেকৰ ভিতৰতে চিম্পলিচ আহি ভেলজঁক অভিবাদন কৰিলে। ভেলজঁক ধৰি নিয়াৰ পিছৰে পৰা চিম্পলিচ কান্দি-কাতি অস্থিৰ। গাত শক্তি নাই, হাত-ভৰি কঁপি উঠিছে। ভেলজঁই কাগজ এখনত কিবা এটা লিখি কাগজখন চিম্পলিচৰ হাতত দি ক'লে—"ভনী! পাদুৰীক এই চিঠিখন দিবা, পঢ়ি চোৱা কি লিখা আছে।" চিম্পলিচে পঢ়িবলৈ ধৰিলে—"মই আমাৰ পাদুৰী ডাঙৰীয়াক অনুৰোধ কৰোঁ, তেখেতে যেন স্থাৱৰ অস্থাৱৰ সকলোখিনি সম্পত্তি অধিকাৰ কৰে। সেই সম্পত্তিৰ পৰা মৃতা ফঁটিনৰ অন্তিম কাৰ্য্যৰ কাৰণে যি আৱশ্যক হয়, সকলো খৰচ-পাতি বহন কৰি বাকীখিনি দুখীয়া মানুহক দান কৰিব।" চিম্পলিচে কিবা ক'ব খুজিছিল, কিন্তু বিপুল আবেগত তাইৰ ডিঙিত ঢকা-ঢমকা লাগিল। কিছুমান বেলিৰ মূৰত ঠোকা-ঠোকিকৈ মাত লগালে—"ডাঙৰীয়া! এবাৰ ফঁটিনক শেষ দেখা কৰি নেযায়নে?"

"নোৱাৰোঁ ভনীটী! ইমান পৰে চাগৈ মোক ধৰিবলৈ পুলিছে কেউপিনে ঢাপলি মেলিছে।"

ভেলজঁৰ কথাষাৰ শেষ হৈছেহে এনেতে লিগিৰীৰ মাত কাণত পৰিল। তাই বাহিৰত কাৰ'বাক কৈছে—"এঃ ডাঙৰীয়া! শপত খালেও নপতিয়ায়। তেওঁ ইয়ালৈ একেবাৰেই অহা নাই। মই চকুৰ নিমিষলৈকো আজি ঘৰৰ বাহিৰ হোৱা নাই। অহা হলে নেদেখি থাকোঁনে?"

এনেতে এটাই মাত দিলে—"সোঁৱা, সোঁৱা। সৌটো কোঠাত চাকি জ্বলিছে।" কোঠাৰ বেৰত এটা স্প্ৰিং আছিল। সেই স্প্ৰিংটো বাহিৰৰ পৰা টিপা মাৰি দিলে বেৰৰ মাজত এটা খালি আলমাৰি ওলাই পৰে। ভেলজঁই বাহিৰত কোৱা-মেলা কৰা শুনিয়েই বেৰৰ স্প্ৰিংটো টিপা মাৰি দি আলমাৰিটোৰ ভিতৰলৈ সোমাই গ'ল। ভিতৰৰ পৰা আকৌ স্প্ৰিংটো টিপা মাৰি দিলে—আলমাৰিটো বেৰৰে সৈতে আকৌ

একে হৈ পৰিল। ততালিকে চিম্পলিচে আঁঠুকাঢ়ি সান্ধ্য-উপাসনা কৰাৰ ভাও জুৰিলে। জাভেয়াৰ আহি কোঠা সোমাল। কোঠাৰ ভিতৰত ভেলজঁৰ সলনি চিম্পলিচক উপাসনাত বহি থকা দেখা পাই সি কোঁচ্ মোচ্ খাই গ'ল। চিম্পলিচক সুধিলে—"আপুনি বোধকৰোঁ অকলে! চিম্পলিচে উত্তৰ দিলে—"দেখিছেই দেখোন!" জাভেয়াৰে ক'লে,—ক্ষমা কৰিব, কৰ্ত্তব্যৰ অনুৰোধত বিৰক্ত কৰিলোঁ।" এই বুলি সি অভিবাদন কৰি ওলাই গুচি গ'ল। চিম্পলিচৰ কথাত অবিশ্বাস কৰিবলৈ জাভেয়াৰে কাৰণ নেদেখিলে। চিম্পলিচে মিছা ক'লে।

জাভেয়াৰ যোৱাৰ এঘণ্টা মানৰ পিচতে এটা মানুহে নিশাৰ আন্ধাৰত গা লুকুৱাই এম্ নগৰৰ পৰা পেৰিলৈ যোৱা বাটেদি বৰ বেগেৰে খোজ লৈছিল। তাৰ গাত এটা ব্লাউছ আৰু কান্ধত এটা টোপোলা। সেই মানুহটো অইন কোনো নহয়—জঁ-ভেলজঁ।

ফঁটিনৰ বিষয়ে একেবাৰ শেষ কথা। জীৱন পাত কৰিও ফঁটিনে জীৱনত যি শান্তিৰ মুখ নেদেখিলে সেই শান্তি তাই লাভ কৰিলে জীৱনৰ সিপাৰে মৰণত। বিশ্ব-জননীৰ কোলাত ফঁটিন সন্তানে আন সকলোৰে সমানে ভাগ পালে—কোনো হীন-দেঢ়ি নহল। ভেলজঁৰ সম্পত্তি পাত্ৰুৰীয়ে যিমানে পাৰিলে নিজে অধিকাৰ কৰিলে। হতভাগ্য দৰিদ্ৰ-বিলাকৰ কাৰণে কৰা সমাধিক্ষেত্ৰৰ একোণে, অভাগিনী ফঁটিনৰ শেষ-শয্যা ৰচিত হ'ল। জনম-দুখুনীৰ বিছনা আছিল যেনে দুখীয়া, সমাধি-স্মৃতিও হ'ল ঠিক তেনেই।

---

## ত্ৰয়োদশ অধ্যায়

ৱাটাৰলুৰ ৰণ-ক্ষেত্ৰৰ শেষ-সন্ধিয়াৰ এটা ঘটনা। নিশা অহাৰ লগে লগেই ৱাটাৰলুৰ শোণিত-প্লাবিত ৰণ-ক্ষেত্ৰত ফৰাছী গৌৰৱ ৰবি অস্তমিত। ৰণক্ষেত্ৰত মৰা শৱ পৰ্ব্বত। পৰ্ব্বত ভেদি তেজৰ নৈ বৈ গৈছিল। মেঘহীন আকাশৰ জোনৰ পোহৰত শ্মশানৰ ভীষণতাই জীৱন্ত-মূৰ্ত্তি ধৰি উঠিছিল। শিয়াল-কুকুৰৰ বিকট আৱাৱ আৰু আহতৰ আৰ্ত্তনাদত নৈশ নিস্তব্ধতা বিভীষিকা-পূৰ্ণ। তেতিয়া বিজয়ী ইংৰাজ বিজিত ফৰাছী শিবিৰত জয়োন্মত্ত। জয়-গৌৰৱ দীপ্ত ৱেলিংটন লৰ্ড বাৰ্থহৰ্ষ্টলৈ বিজয়-বাতৰি লিখাত আপোন-পাহৰা।

মাজ নিশা। সুদূৰব্যাপী সমৰ-প্ৰাঙ্গন। জন-মানৱৰ সমাগম নাই। প্ৰেতাত্মা নহলে পাৰ্থিব নৰৰ সমাগম অসাধ্য। সেই মাজনিশা, সেই জীৱন্ত শ্মশানত সেই বিকট বিভীষিকাৰ মাজতো এটা মানুহক চোৰৰ দৰে চুচুক-চামাক্‌কৈ কেতিয়াবা চাপৰি কেতিয়াবা আকৌ ক্ষন্তেকলৈ ঠিয় হৈ ৰাশি ৰাশি মৰাশৱৰ মাজত কিবা এটা বিচাৰি ফুৰা যেন দেখা গ'ল। আকৃতিত সি ফৰাছীও নহয়, ইংৰাজো নহয়; সৈনিকো নহয়, হজুৰাও নহয়। মানুহৰ লগত তাৰ আকৃতি-প্ৰকৃতি প্ৰায়েই অমিল। যেন এটা প্ৰেতাত্মাই নৰ-ৰক্তৰ গোন্ধ পাই মৰিশালিয়ে মৰিশালিয়ে ঘূৰি ফুৰিছেহি। যুদ্ধত আহত হোৱা বা মৰা সৈনিক বিলাকৰ কাপোৰকানি আদি চুৰ কৰাই যেন তাৰ উদ্দেশ্য। মৰসাহ লৈ ঘূৰিছে, অথচ যেন ভয়ত পিছ-হুহকিব খোজে। তাৰ পৰিচয় বোধকৰোঁ দিনৰ পোহৰতকৈ ৰাতিৰ আন্ধাৰেহে বেচি জানে। তাৰ হাতত কোনো মোনা নাছিল। কিন্তু তাৰ হলোৌ ছোলাৰ বৰ ডুলিৰ দৰে ডাঙৰ ডাঙৰ জেপ কেটা বস্তুৰ ভৰত ওলমি পৰিছিল। তাৰ অমানুষিক চলন-ফিৰণে গেৰেকনি, এৰাবাৰী আৰু মৈদামৰ পৰা ওলোৱা "ভুত-জুই"লৈ মনত পেলাইছিল।

মানুহটোৰে মৰাশবোৰ বগৰাই-জিগৰাই ধন গোটাই ফুৰিছিল। মৰা-শবিলাকে কাটি-কুটাও নকৰিলে। আহতবিলাকৰ কোনো কোনোটোৱে তাৰ আজোৰ-পিজোৰত একোবাৰ মাত্ৰ 'উশ্-আশ্' কৰি নিমাত হৈ পৰিল। নিশাচৰৰ সেইফালে কাণেই নগল। এইদৰে ঘূৰি ফুৰিছে। যি পাইছে জেপত ভৰাইছে। আঁঠুলৈকে তেজ। ভ্ৰূক্ষেপেই নাই। য'তে ৰমক-জমক কিবা এটা দেখিছে, ত'তে ধন-সোণ-হীৰা বুলি হাত দিছে। এইদৰে এবাৰ সি এটা আঙঠিৰ তিৰ-বিৰনি দেখিবলৈ পাই দুগুণ উৎসাহেৰে কামত লাগি গ'ল। শ'ৰ পাছত শ বগৰাই দিছে, আজোৰৰ পাছত আজোৰ ধৰিছে। শেহত আঙঠি থকা হাতখন ওলাল। আঙঠিটো সোলকাই ল'লে। আঙঠি পিন্ধোতাঁৰ জেপত হাত ভৰালে। সোণৰ ঘৰী এটা উলিয়াই আনিলে। ছোলাত আঁৰি লোৱা সোণ-ৰূপৰ কেবাটাও মেডেল একুৱাই ল'লে। যিটো মানুহৰ ওপৰত এইবাৰ তাৰ চকু পৰিছিল, সেই মানুহটো মৰা নাছিল। সি অচেতন হৈ আছিল। বুকৰ ওপৰত পৰি থকা মহা ভাৰৰ পৰা মুক্তি পাই আজোৰ-পিজোৰ আৰু মুকলি আকাশৰ তলত নিশাৰ শীতল বতাহ পাই সংজ্ঞা লাভ কৰিলে। চকু মেল খাই আহিল। কাষত এই নিশাচৰক দেখা পাই থোকা-থুকিকৈ মাত দিলে—"অশেষ ধন্যবাদ। যুদ্ধত কোন জিকিলে ?" নিশাচৰে কওঁ-নকওঁকৈ ক'লে—"ইংৰাজ" সৈনিকৰ বুকু ভাঙি দীৰ্ঘ নিশ্বাস পৰিল। অলপ প'ৰ নিমাতে থাকি মাত দিলে, "মোৰ জেপত এটা সোণৰ ঘৰী আছে। তুমি হাত ভৰাই লৈ যোৱাঁ। তুমি মোক জীৱন দিলা।" লুণ্ঠনকাৰীয়ে ঘড়ী আগেয়েই নি থৈছে, মিছাকৈয়ে সৈনিকৰ জেপত হাত ভৰাই উত্তৰ দিলে—'নাই।' সৈনিকে দুখেৰে মাত দিলে, "কি কৰিম ! কোনোবাই আগেয়েই নিলে। তুমি কি কৰা ?" "মই তোমাৰ দৰেই ফৰাছী সেনা। মই যাওঁ। কোনোবাই দেখিলে গুলি কৰিব। মই তোমাৰ জীৱন দিলোঁ। এতিয়া তুমি যেনে উপায়ে পাৰাঁ, ইয়াৰ পৰা আঁতৰা।"

"তুমি কোন শ্ৰেণীৰ সেনা ? তোমাৰ নাম ?"



"ছাৰ্জেণ্ট, নাম টেনাৰ্ডিয়েৰ।"

সৈনিকে মাত দিলে, "তোমাৰ নাম মই নেপাহৰোঁ। তুমিও মোৰ নাম মনত ৰাখিবা ; মোৰ নাম পণ্টমাৰ্চি।"

ৱাটাৰলুৰ যুদ্ধৰ পিছৰ পৰাই এই নিশাচৰ লুণ্ঠনকাৰী টেনাৰ্ডিয়েৰে ম'ফেয়াৰ মে'লত হোটেলৰ কাৰবাৰ চলাইছে। ৱাটাৰলুৰ তেজত ৰাঙলি হোৱা লুণ্ঠিত ধনেই তাৰ ব্যৱসায়ৰ পুঁজি ; এই টেনাৰ্ডিয়েৰ দম্পতাৰ হাততেই ছবছৰৰ আগতে অভাগিনী ফঁটিনে তাইৰ নয়নৰ মণি কজেটক এৰি থৈ গৈছিল। তাৰ পিছত এতিয়া ছটা দীঘল বছৰ পাৰ হৈ গৈছে। এতিয়া জনম-দুখুনী জননী মৰণৰ শান্তিময় কোলাত টোপনি গৈছে। মাউৰী কজেটে এৰা পাতৰ এৰেহা এমুঠিৰে কোনো ৰকমে দিন নিয়াইছে—যি মুঠিৰ নাতিনী—বাঢ়িৰে সৈতে টেনাৰ্ডিয়েহঁতে তাইক গৰু-গাধৰ দৰে খটাই কড়িটোলৈকে আদায় কৰি লৈছে।

জাভেয়াৰৰ হাতৰ পৰা পলাই সাৰিজঁ ভেলজঁই ঘৰৰ পৰা ওলায়ে ৰাতিয়েই ম'ফেয়াৰ মেলৰ ফালে খোজ লৈছিল। কিন্তু বেছি দূৰ যাবলৈ নৌ পাওঁতেই পুলিছে আকৌ ধৰি জন্মৰ কাৰণে টুল জেলত তেওঁক ভৰাই পেলালে। এইবাৰ তেওঁৰ ভাগত জেলখানাৰ কয়দীৰ ক্ৰমিক নম্বৰ পৰিল ৯৪৩০। বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে 'লোমহৰ্ষক কাণ্ড'! 'অত্যাশ্চৰ্য্য ঘটনা !' প্ৰকাশ হ'ল। ফঁটিনৰ লগত অপবাদ দি, চোৰ-ডকাইতৰ মুখা পিন্ধাই ভেলজঁক ৰাইজৰ আগত দাঙি ধৰিলে। কোনো কোনো কাকতত ভেলজঁই ফাটেকৰ পৰা পলাই অহাৰ চাৰিদিনৰ ভিতৰতে তেওঁৰ স্ব-উপাৰ্জ্জিত আধা কোটিৰো ওপৰ ফ্ৰাঁ কোনোবা এখন বেঙ্কৰ পৰা উলিয়াই আনি কৰবাত পুতি থৈছে বুলিও প্ৰকাশ পালে। সেই বুলি কোনো কোনো কাকতৰ উদাৰ সম্পাদকৰ হাতত ভেলজঁৰ মহত্ত্বই অভিবাদন নোপোৱাকৈ থকা নাছিল।

ভেলজঁ ফাঁটেকৰ পৰা পলাই মাত্ৰ চাৰিদিনহে আছিল। পুলিছে ইকাণ-সিকাণকৈ ম'ফেয়াৰমে'লৰ ওচৰত তেওঁক ঘূৰি ফুৰা গম পাই চাৰিদিনৰ দিনা ধৰা পেলায়। এই চাৰিদিনৰ ভিতৰতে ম'ফেয়াৰমে'লত

ভেলজঁৰ উপস্থিতিয়ে বহুত দিনলৈকে জন-প্ৰবাদ সৃষ্টি কৰি থৈ গ'ল। বাটৰ কাষৰ হাবিকটা এটা বুঢ়া কুলীয়ে এদিন সন্ধিয়া কামৰপৰা উভতি আহিবৰ সময়ত হাবিৰ মাজত এটা অচিনাকী মানুহ লগ পাইছিল। মানুহটোৰ কাষলতিৰ তলত এটা সৰু পেৰা, হাতত এখন কোৰ আৰু এপাত ছিপৰাঙ্। বুঢ়াৰ মনত সন্দেহ হ'ল। বুঢ়াই লুকাই চাবৰ মন কৰিলে—মানুহটোৱে কৰে কি। দুঘণ্টা মানৰ পাছত অচিনাকি মানুহটো হাবিৰ পৰা ওলাই আহিল। হাতত কোৰ আৰু ছিপ্‌ৰাঙ্ আছে। কাষলতিত পেৰাটো নাই। পাছদিনা পুৱাই হাবি চলাথ কৰিলে। বুঢ়াই ঠিক কৰিছিল পেৰাটো সৰু যেতিয়া তাত নিশ্চয় ধন আছিল। কিন্তু বুঢ়াৰ যত্ন অথলে গ'ল. বুঢ়াই পেৰাটো বিচাৰি নেপালে। বুঢ়াই শেহত হাবিলৈ যাবলৈ এৰি দিলে। কিন্তু সেই যে বুঢ়াক হাবিত দেখি হাবিৰ ধনগুলৈয়ে ধন বিচাৰি ফুৰা বুলি এটা ঢৌ উঠিছিল, সি আজিও একেবাৰে মাৰ যোৱা নাই। এতিয়াও মানুহে কয়, "বুঢ়াই এনেয়ে হাবিত ঘূৰা নাছিল, ধনগুলৈক সি দেখা পাইছিল।"

ভেলজঁক 'টুল' জেলত থোৱাৰ বেছি দিন হোৱা নাই। ১৮২৩ খৃষ্টাব্দৰ অক্টোবৰ মাহৰ শেষ। টুল বন্দৰত এখন যুদ্ধৰ জাহাজৰ লঙ্গৰ পৰিল। হুযুগপ্ৰিয় মানুহে বন্দৰত ভিৰ দি বাট পাবলৈ নাইকিয়া কৰিলে। পুৱা-গধূলি দলে দলে মানুহে অহা-যোৱা কৰিছে। এদিন পুৱা জাহাজত এটা দুৰ্ঘটনা হৈ গ'ল। খালাছী এটাই জাহাজৰ পাল সামৰোঁতে ৰচি এডালত লাগি এৰাব নোৱাৰা হ'ল। কেনেবাকৈ এৰাব লাগিলেই আৰু তাৰ পিনে শেষ! সাগৰৰ অথাউনি পানীত পৰি চিন-চাবো নাইকিয়া হব। জাহাজৰ কৰ্ম্মচাৰী, দৰ্শক সকলো থৰ হৈ পৰিল। ঘটনাৰ শেষফল নেচাবলৈ কোনোকোনোৱে চকু মুদিলে। অথচ ৰক্ষা কৰিবলৈ কোনেও আগ বাঢ়িব নোৱাৰিলে। এনেতে জাহাজত মাল কঢ়িয়াবলৈ লগোৱা কয়দীদলৰ কয়দী এটাই তাৰ জমাদাৰৰ কাষচাপি মানুহটোক ৰক্ষা কৰিবলৈ যাবলৈ হুকুম খুজিছে। জমাদাৰৰ হুকুম পোৱা মাত্ৰে, তাৰ ভৰিত থকা লোহাৰ শিকলিডাল হাঁতুৰি এটাৰে



মাৰি মাৰি ছিঙি জাহাজৰ ওপৰ উঠিল। ইমান পৰে মানুহে তাক মন কৰা নাছিল। যেতিয়া সি জাহাজৰ ওপৰ উঠি ৰচি বগাবলৈ ধৰিলে, তেতিয়াহে সকলোৰে চকু পৰিল। দেখিলে তাৰ গাত ৰঙা ছোলা, গতিকে সি কয়দী; মূৰত সেউজীয়া টুপী, গোটেই জীৱনৰ কাৰণে জেল দিয়াৰ চিন। নিমিষৰ ভিতৰতে সি বিপদগ্ৰস্ত খালাছীটোৰ কাষ পালেগৈ। বতাহে তাৰ মূৰৰ সেউজীয়া টুপীটো উৰুৱাই নি পকা মূৰটো উলিয়াই তাৰ বুঢ়া বয়সৰ বাতৰি দিলে। সকলোৱে বিস্ময়-বিস্ফাৰিত নেত্ৰে তাৰ কাৰ্য্য-কলাপ চাবলৈ ধৰিলে।

এটাৰ লগত দুটা মৰে! মানুহবিলাক অস্থিৰ। যেতিয়া কয়দীটোৱে খালাছীটোৰ গাত হাত দিলে, সেই হেজাৰ হেজাৰ চকু পলকবিহীনভাবে একে ঠাইতে নিক্ষিপ্ত হ'ল। ক'তো এটা মাত নাই এটা শব্দ নাই। চাওঁতে চাওঁতে খালাছীটো মুক্ত হ'ল। দুয়োটাই ৰচি বাগৰি জাহাজ পালেহি। কাণ তাল মাৰি যোৱা হাত চাপৰিৰ ৰোল উঠিল। কোনোৰ চকুত চকুপানী ওলাল। তিৰুতাসকলে ইগৰাকীয়ে সিগৰাকীক সাবটা-সাবটি কৰিলে। কোনো কোনোৱে চিঞৰি উঠিল, "তাক খালাছ দিব লাগে।"

কয়দীটোৱে নামি আহি তাৰ দলৰ ফালে যাবলৈ বুলি লৰা-ঢপৰা কৰি এডাল ৰচিত ধাৰ নামি যাব খোজোঁতেই মানুহবিলাকে একেলগে চিঞৰ মাৰি উঠিল—কয়দীটো পানীত পৰিল! নাওলৈ লৰালৰিকৈ মানুহ নামিল। কিন্তু কয়দী আৰু পানীৰ তলৰ পৰা ওপৰলৈ নুঠিল। জাল মাৰিও তাৰ শ'টো বিচাৰি উলিয়াব নোৱাৰিলে। সকলো যত্ন বিফল হ'ল। পিছদিনা টুলৰ কাকতত বাহিৰ হ'ল—"নবেম্বৰ ১৭।১৮২৩ কালি জাহাজত কাম কৰিবলৈ অনা কয়দী এটা পানীত পৰি মৰিল। তাৰ শ'টো বিচাৰি পোৱা নগল। সাগৰৰ তলিত কৰবাৰ জাজৰিত লাগি ৰ'ল। মানুহটোৰ নাম জঁ-ভেলজঁ। কয়দী নম্বৰ ৯৪৩০।"

ম'ফেয়াৰমেল পৰ্ব্বতৰ ওপৰত এখনি সৰু গাঁও। পাহাৰত নিজৰাৰ

পানী, হাবিত খৰি অপৰ্য্যাপ্ত। গাঁৱত প্ৰায় বস্তুৱেই সস্তা। কম খৰচতে মানুহে ম'ফেয়াৰ মেলত থাকিব পাৰিছিল। এই ম'ফেয়াৰ-মেলতেই ৱাটাৰলুৰ ছাৰ্জ্জেণ্ট্ টেনাৰ্ডিয়েৰৰ হোটেল। টেনাৰ্ডিয়েৰৰ হোটেল গাঁৱৰ এমূৰীয়া। হোটেলত অন্য অসুবিধা নেথাকিলেও পানীৰ অসুবিধাটো অলপ বেছি বুলি অনুভৱ হৈছিল। পানীৰ নিজৰাটো হোটেলৰপৰা এমাইলমান দূৰ। হোটেলৰ গৰাকীহঁতৰ চাকৰ চাকৰনী বুলিবলৈ আছিল, একমাত্ৰ কজেট। কজেটৰ পৰা টেনাৰ্ডিয়ে-হঁতৰ দুটা কাম হৈছিল। মাকে কজেটৰ খৰচ যোগাইছিল, কজেটে সিহঁতৰ চাকৰ খাটিছিল। পানী অনা কামটো আহিল কজেটৰ। ৰাতিও সময়ত নাটনি হলে পানী আনিবগৈ লাগে বুলিহে কজেটে সদায় দিনতেই যথেষ্ট পানী আনি ৰাখে। এই এমাইল দূৰৰপৰা পানী কঢ়িয়াই অনাটো আন কামতকৈ কজেটে বেছি টান পাইছিল।

এইবাৰ খৃষ্ট-মাছত ম'ফেয়াৰমেলত বৰ ধুম-ধাম। বহুত মানুহ আহিছে। হোটেলবোৰ ভৰি পৰিছে। টেনাৰ্ডিয়েৰৰ হোটেলতো মানুহৰ ভিৰ। হোটেলত মানুহৰ ভিৰ হোৱাৰ লগে লগেই কজেটৰো কামৰ ভিৰ পৰিছে।

আজি খৃষ্ট-মাছ্ সন্ধিয়া। টেনাৰ্ডিয়েৰ হোটেল আলহীৰে ভৰি পৰিছে। ৰাতি খোৱাৰ সময় হৈছে। এনেতে নতুনকৈ চাৰিজন আলহী ওলালহি। কজেটৰ অন্তৰ কঁপি উঠিল। জানোচা পানী কম হয়। পানী কম হলে, ৰাতিয়েই নিজৰাৰ পানী আনিবগৈ লাগিব। কজেটে যিহলৈকে ভয় কৰিছিল সেয়ে হৈ উঠিল। আলহীহঁতৰ ঘোৰাৰ পানী লাগে। টেনাৰ্ডিয়েৰে পানী দিবলৈ ক'লে। মেহেঙা-মেহেঙ কৈ মাডাম্ টেনাৰ্ডিয়েৰৰ ফালে চাই কজেটে উত্তৰ দিলে, "পানী বেছি নাই।" একেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। মাডাম্ গুজঁৰি উঠিল। দুৱাৰ মেলি দি হুকুম কৰিলে, "যা, এতিয়াই লৈ আহ।" কজেট নিৰুপায়। তললৈ মূৰ কৰি এটা বাল্টি হাতত লৈ তাই দুৱাৰমুখত হাজিৰ হ'ল। বাল্টিটো ছোৱালীজনীতকৈ ডাঙৰ। বাল্টিটোৰ



ভিতৰত তাই হাত-ভৰি মেলি বহিব পাৰিলেহেতেন। মাডাম্ টেনাৰ্ডিয়েৰ আহি তাইৰ হাতত ১৫ 'চু'ৰ মোহৰ এটা গুজি দি ক'লে, "যা আহিবৰ সময়ত ৰুটিৱালাৰ দোকানৰ পৰা ভাল চাই ৰুটি এটা লৈ আহিবি।" কজেটে মোহৰটো তাইৰ ফটা ছোলাৰ জেপত ভৰাই লৈ ভয়ে ভয়ে নিজৰাৰ ফালে খোজ ল'লে।

ঘৰৰ বাহিৰ ওলাই কজেটে আন্ধাৰৰ ফালে চাই কঁপি উঠিল। যেনিয়ে চায় তেনিয়ে দেখে তাই অকলশৰীয়া। ইফালে-সিফালে চাওতে হঠাৎ চকু পৰিল কাষৰ দোকানখনৰ দিনত দেখি যোৱা ডাঙৰ পুতলাটোলৈ। পুতলাটো দেখি তাই সকলো দুখ, সকলো চিন্তা, সকলো ভয়, পাহৰি পেলালে। থমকি ৰৈ একেৰাহে পুতলাটোৰ ফালে চাবলৈ ধৰিলে। এই ধুনীয়া পুতলাটো যদি তাই পালেহেতেন! আহা!! কজেটৰ পাবৰ উপায় নাই। গাৱঁৰ কোনো ছোৱালীৰ ভাগ্যত ঘটা নাই। ইপনিন্, এজেল্‌মায়ো পোৱা নাই। তাই কোন কুটা! তথাপি তাই চায়ে সুখ পাইছে। আপোন-পাহৰা হৈ গৈছে। এনেভাৱে থাকোঁতেই হঠাৎ বজ্ৰধ্বনি আহি তাইৰ চমক ভাঙি দিলে। ঘৰৰ দুৱাৰমুখৰপৰা মুখ উলিয়াই মাডাম্ টেনাৰ্ডিয়েৰে মাত দিছে—"হাৰামজাদী! তই ৰৈ আছ?" কজেটে হাতত বাল্টি লৈ দুপ্-দুপ্ কৰে লৰ মাৰিলে। আৰু দোকানৰ ফালে কেৰাহিকৈয়ে নেচালে। গাৱঁৰ মূৰ নোপোৱালৈকে ক'তো ক্ষন্তেক নিজিৰালে। শেহত গাঁৱঁৰ মূৰ পালেহি। মানুহৰ বসতিৰ আঁতৰ হ'ল। ঘৰৰ ভিতৰৰ চাকি-চুকা এটাও চকুত নপৰা হ'ল। খোজ ঢিলাই আহিল। লগ নাই, আন্ধাৰ ৰাতি। বালটিটোকে জোকাৰি জোকাৰি তাৰ মাতকে সাৰথি কৰি গৈ থাকিল। দূৰ-দূৰণিত কৰবাত অকণমান চাকিৰ পোহৰ দেখিলেই তাই প্ৰাণ পাইছিল। পোহৰ তেতিয়া তাইৰ জীৱন আৰু জীৱনৰে পোহৰ। মুকলি পথাৰ, হাবিৰ মাজ—কত কি পাৰ হল! গছৰ ডালত তাইৰ চকুৰ আগত কত ভূতে নচা যেন লাগিল! কতবাৰ ভয়ত তাইৰ উশাহ বন্ধ হোৱাৰ দৰে হ'ল! কতবাৰ নেযাওঁ বুলি ৰৈ থাকিল। কতবাৰ

তাই চিঞৰি চিঞৰি কান্দিবৰ মন কৰিলে। নেদেখিও তাই কত ভূত-পিশাচ, কত বাঘ-ভালুক দেখিলে! গছৰ পাত এটা খিৰিক্ কৰিলেই তাই কতবাৰ জিকাৰি উঠিল! এফালে গভীৰ ৰজনী, আনফালে এটি ক্ষুদ্ৰ প্ৰাণী। এফালে গাঢ় অন্ধকাৰ, আনফালে এটি ক্ষুদ্ৰাতিক্ষুদ্ৰ পৰমাণু। কজেট গৈ নিজৰা পালেগৈ। নিজৰাত বাল্‌টি বুৰাবলৈ কুজা হ'ল। জেপত থকা মোহৰটি পানীত পৰিল। বেচেৰীয়ে গমকে নেপালে। পানী ভৰাই হেঁকেৰ-পেকেৰ কৈ বালটিটো আনি তাই ঘাঁহনি এডোখৰৰ ওপৰত বহি পৰিল। তেতিয়াও তাই যেন উশাহ লবলৈ সময় পোৱা নাই। ওপৰত মেঘৰ আঁৰত জোন। তৰাও বেছি নাছিল। সন্ধিয়াৰ তৰাটো বৰ ডাঙৰ যেন দেখা গৈছিল। কুঁৱলীয়ে কেউপিনে তাইক বেৰি ধৰিছে। চেঁচা বতাহত তাই কঁপিছিলও। তাইৰ মনত তেতিয়া কি ৰকমৰ ভয় হৈছিল, তাই নিজেই ক'ব নোৱাৰে। তাইৰ ইচ্ছা হৈছিল তাই উৰা মাৰি গৈ গাৱঁত সোমাবগৈ। কিন্তু বালটিটো! বালটি নিনিলেতো ৰক্ষা নাই। বালটিটো হাতলৈ দাঙি লৈ তাই ঘৰমুৱা হৈ খোজ ললে। কেখোজমান গৈয়ে আকৌ বালটি থব লগাত পৰে। হাতখন তাইৰ উখহি গৈছিল। যিমানবাৰ তাই বালটিটো থৈছিল, সিমানবাৰ বালটিৰ পানী উফৰি আহি তাইৰ শুদা ভৰিকেটাত পৰিছিলহি। মানুহৰ চকুৱে নেদেখাত হাবিৰ মাজত জাৰকালিৰ ৰাতি ঘটিছিল এই আঠ বছৰীয়া ছোৱালীটিৰ এই দুৰৱস্থা? ঈশ্বৰেহে এই মুহূৰ্ত্তত এই দুখলগা ঘটনা দেখিছিল। মাকেও অৰণ্যে দেখিছিল, কাৰণ এনে বিধৰ ঘটনাই সমাধিৰ মাজতো মৃতৰ চকু মেল খুৱাই দিয়ে। তাইৰ বুকু ফাটি ডেডনি আহিল। ফেকুৰিবলৈ ধৰিলে। কিন্তু শব্দ নকৰিলে—কৰবাত মাডাম টেনাৰ্ডিয়েৰে শুনিব! মনত দুখ আহিল, বেজাৰ লাগিল, খং উঠিল। দুখ বেজাৰ খঙৰ লগতে অন্ধকাৰ নিশাৰ ভয়েও তাইক থৰক্-বৰক্ কৰি তুলিছে। কিছুমান দূৰ অহাৰ পাছত তাইৰ আৰু অসহনি হ'ল। হাঁ-হুতাশত বেচেৰীয়ে এবাৰ চিঞৰি উঠিল—"হে ঈশ্বৰ! হে ঈশ্বৰ!!" মুহূৰ্ত্তৰ



ভিতৰতে তাই বাল্‌টিৰ ভৰটো নাইকিয়া হোৱা যেন পালে। এখন বৰ ডাঙৰ হাতে বালটিটো তাইৰ হাতৰ পৰা লৈ গ'ল। মূৰ দাঙি দেখিলে এটা বৰ ওখ মানুহে তাইৰ কাষে আহিব লাগিছে। এই মানুহটো লগ লগা তাই গম নেপায়। মানুহটোৱেও একো নমতাকৈ তাৰ হাতলৈ বালটিটো লৈ লগে লগে আহিবলৈ ধৰিলে। কজেটে মানুহটো দেখি অকনো ভয় নেখালে। জীৱনৰ প্ৰত্যেক মিলনতে অন্তৰত মানুহে কিবা এটা অনুভৱ কৰে। ই নিয়তিৰ নীতি নজনা, অচিন; তথাপি কজেটে যেন চিনি পালে!

---

## চতুৰ্দ্দশ অধ্যায়

সেই ১৮২৩ খৃষ্টাব্দৰ গ্ৰীষ্মমাহৰ দিনাই আবেলি ডাগতে প্যাৰী ছহৰৰ জন-মানৰ বিৰল ৰাজআলি এটাৰ কাষত মানুহ এজনক কেৰেয়াঘৰ বিচাৰি ফুৰা দেখা গৈছিল। বহুত পৰ ঘুৰিপকি মানুহজনে শেষত বৰ আপচু ঘৰ এটা ভাৰা কৰিলে। গঢ় আৰু কাপোৰ কানিত মানুহজনক কোনো সম্ভ্ৰান্ত বৈৰাগী যেন লাগিল। কাৰণ তেওঁৰ গাত দুৰ্ঘোৰ অনাটন আৰু অতি মাত্ৰাৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ পূৰ্ণ সমাবেশ হৈছিল। বগা চুলি, শিৰ-উঠা কপাল, অশান্তি ভৰা জীৱনৰ প্ৰতিবিম্ব, টোটোৰা পৰা অথচ গম্ভীৰ মুখ আদিয়ে তেওঁৰ বয়স তিনি কুৰিৰ ওচৰা-ওচৰি যেন দেখুৱাইছিল। ধীৰ-গম্ভীৰ খোজ কেইটালৈ চালে আঢ়ৈ কুৰিয়েই নাই হোৱা যেন হে লাগে। বাওঁহাতত কাপোৰেৰে মেৰিওৱা এটা টোপোলা, সোঁহাতত টোকোন যেন এডাল লাখুটি। মানুহজনে ঘৰ ভাৰা কৰি অঁতায়ে সন্ধিয়াৰ আগে আগে বাটৰ বাটকৰাৰ পৰা অলপ দূৰে দূৰে থাকি ম'ফেয়াৰ মেলৰ ফালে খোজ ললে। আন্ধাৰ হোৱাৰ লগে লগেই মানুহজনে ম'ফেয়াৰ মেলৰ ঘাই বাট এৰি দি হাবিৰ মাজত সোমাই পৰিল। হাবিৰ মাজ সোমায়েই তেওঁ খোজ ঢিলা কৰি দিলে। বৰ জুমি জামি গছবোৰৰ ফালে চাবলৈ ধৰিলে; যেন তেওঁ সেই হাবিৰ মাজত গছৰ তলত অইনে নজনা অকল তেওঁহে চিনি পোৱা বাট এটা বিচাৰি ফুৰিছে। কিছুমানপৰ এই দৰে অকাই-পকাই' ফুৰি শেহত এজোপা গছৰ কাষ পাই তেওঁ বৈ পৰিল। গছ জোপাৰ গাত পিতল অকণমান লিপিত খুৱাই লগাই থোৱা আছিল। পিতল ডোখৰ হাত ফুৰাই চাই তেওঁ গছজোপাৰ তললৈ মূৰ গুজি চাবলৈ ধৰিলে। যেন সেই মাটিডোখৰ কোনোবাই নতুনকৈ খানিছিল নে নাই খনা তাৰ হে চিন চাইছে। তেওঁৰ চোৱা শেষ হল। কেউপিনে



ঘূৰি পকি চালে। কতো একো নেদেখি আকৌ হাবিৰ মাজে মাজে যাবলৈ ধৰিলে।

এই মানুহজনেই কজেটৰ হাতৰ পৰা বালটি লোৱা মানুহজন। হাবিৰ মাজে মাজে ম'ফেয়াৰ মেলৰ ফালে আহোঁতে দূৰৈৰ পৰা এটা অকণমানি ছাঁক কিবা এটা থৈ থৈ লৈ অহা দেখি মানুহজনে ছাঁটোৰ কাষ চাপে; দেখে—এজনী সৰু ছোৱালীয়ে এটা দুৰ্জ্জয় বালটিত পানী কঢ়িয়াইছে। তেওঁ ছোৱালীজনীৰ হাতৰ পৰা বালটিটো নিজৰ হাতলৈ আনিলে আৰু তাইৰ কাষে কাষে খোজ ললে।

কজেটে ভয় খোৱা নাছিল। মুখেৰে মতাও নাছিল। মানুহজনে মাত লগালে—"বালটিটো গধুৰ নহয় নে ?"

কজেটে মূৰ দাঙি উত্তৰ দিলে "হয়, ডাঙৰীয়া !"

মানুহজনে নিজকে নিজে কলে 'সঁচাকৈয়ে গধুৰ।' ছোৱালীজনীক সুধিলে "মই নি দিম। তোমাৰ বয়স কিমান, আইকণ ?"

"আঠবছৰ"

"পানী ক'ৰ পৰা আনিলা ?"

"হাবিৰ মাজৰ নিজৰাৰ পৰা।"

"ঘৰ কিমান দূৰত ?"

"আৰু পোন্ধৰ মিনিটমান যাব লাগিব।" মানুহজন ক্ষন্তেক নীৰৱ হৈ ৰল। আকৌ ঘপহ কৰে প্ৰশ্ন কৰিলে—"তোমাৰ মাৰা নাই ?"

"মই কব নোৱাৰোঁ।"

মানুহজনে কিবা কব খোজোঁতেই আকৌ কজেটে মাত দিলে, "নাই হবলা। আন ছোৱালীৰ এজনী এজনী আছে মোৰ হলে নাই —মোৰ আই কিজানি নাছিলেই।" মানুহজন ৰৈ গল। হাতৰ বালটিটো নমাই থলে। ছোৱালীজনীৰ কান্ধত হাত দুখন থৈ আন্ধাৰত তাইৰ মুখখন এবাৰ ভালকৈ চাবলৈ চেষ্টা কৰিলে। সুধিলে— "তোমাৰ নাম ?"

"কজেট।"

মানুহজন যেন তড়িৎ শক্তিৰ প্ৰবাহত চক খাই উঠিল। আকৌ ছোৱালীজনীৰ মুখৰ ফালে চাই পঠিয়ালে। তাইৰ কান্ধৰ পৰা হাত দুখন নমাই বালটিটো দাঙি লৈ যাবলৈ ধৰিলে। অলপ গৈয়ে সুধিলে—"ক'ত থাকা তুমি ?"

"মফেয়াৰ মেলত। আপুনি চিনি পায়নে ?"

"আমি তালৈকে আহিছোঁ নে ?"

"হয়, ডাঙ্গৰীয়া।"

মানুহজন আকৌ নিমাত হল। ক্ষন্তেক পিছতে মাত দিলে, "পানী নিবলৈ তোমাক এই ৰাতি কোনে পঠিয়াইছে ?"

"মাডাম টেনাৰ্ডিয়েৰে ?"

"কোননো মাডাম টেনাৰ্ডিয়েৰ ?"

"তেওঁৰে মই কাম কৰোঁ। তেওঁৰ হোটেল আছে।"

"হোটেল ? ভালেই হল, মই আজি তাতে থাকোঁগৈ।"

দুয়ো যাবলৈ ধৰিলে। কজেটে গৈ থাকোঁতে ঘনে ঘনে মানুহজনৰ ফালে কিবা এক অবৰ্ণনীয় প্ৰশান্ত নিৰ্ভৰ নেত্ৰে চাই গৈছিল। তাইক ওপৰত থকা নেদেখা জনৰ ফালে চাবলৈ কেতিয়াও শিকোৱা হোৱা নাছিল, তথাপি তাই অন্তৰত কিবা এটা আনন্দ আশা অনুভৱ কৰিলে। এই কিবাটো যেন সৰগ ধিয়াই উঠিল। কিছুমান পৰ এইদৰে গৈ থকাৰ পিছত মানুহজনে মাত লগালে—

"মাডাম টেনাৰ্ডিয়েৰৰ আন লগুৱা-লিগিৰী আছে ? তুমি আৰু কোন কোন থাকা ?

"পনিন্ থাকে, জেলমা থাকে।"

"সিহঁত কোন ?"

"মাডামৰ জীয়েক।"

"সিহঁতে কি কৰে ?"

"ই! ই! সিহঁতৰ যিহে ধুনীয়া ধুনীয়া পুতলা আছে! সিহঁতে পুতলা লৈ ধেমালি কৰে।"



"তুমি ?"

"কাম কৰোঁ।"

"দিনৰ দিনটো ?"

ছোৱালীজনীয়ে মূৰটি দাঙি মানুহজনৰ মুখলৈ চালে। তাইৰ ডাঙৰ ডাঙৰ চকু দুটিয়েদি আন্ধাৰতো জিলিকি দুধাৰি চকুলোৱে দেখা দিলে। কোমল কৈ মাত দিলে "হয়, ডাঙৰীয়া! কেতিয়াবা কামৰ পৰা আজৰি হলে, মোক অকণমান উমলিবলৈ দিয়ে। মোৰ পুতলাও নাই। পনিন্ আৰু জেলমাই সিহঁতৰ পুতলা ছুবলৈকে নিদিয়ে।" কেয়াঁ আঙুলিটো দেখুৱাই কলে "মোৰ ইমানকণিমান্ সীহৰ্ তৰোৱাল এখনি মাথোন আছে।"

"কাটেনে ?"

"অঁ। মাখিৰ মূৰ কাটি পেলাই নহয়!" এইদৰে কথা পাতি আহি দুয়ো ঘৰৰ কাষ পালেহি। কজেটে কলে—"ঘৰ পালোহি। বালটিটো মোৰ হাতত দিয়ক"।

"কিয় ?"

"লোকে মোৰ পানী আনি দিয়া দেখিলে মোক মাৰিব।" মানুহজনে কজেটৰ হাতত বাল্‌টি এৰি দিলে। কেইখোজমনে আহিয়ে দুয়ো হোটেলৰ জপনা পালেহি। কজেটে হোটেলৰ আগৰ দোকানখনিৰ পুতলাটোলৈ আকৌ এবাৰ চাই পঠিয়ালে।

দুৱাৰত টুকৰিয়াই দিয়াত মাডাম টেনাৰ্ডিয়েৰে চিয়ঁৰ মাৰি উঠিল "যখিনী! কৰবাত ধেমালি কৰি আছিলি!"

কজেটে থোকা-থুকিকৈ কলে—"এই মানুহজনে থাকিবলৈ ঠাই বিচাৰিছে।"

মাডাম টেনাৰ্ডিয়েৰ শাঁত পৰি গল। মানুহজনৰ ফালে ভুমুকিয়াই চাই মাত দিলে—"সোমাই আহক, পথিক!"

পথিক সোমাই আহিল। টেনাৰ্ডিয়েৰ দম্পতীয়ে আলহীৰ সাজ পাৰ দেখি হতাশ হৈ পৰিল। ইঙ্গিততে দুয়োৰে কথা হল।

আলহীৰ লগত কথা পাতিবলৈ ধৰিলে। টেনাৰ্ডিয়েৰ দম্পতীৰ মনত সন্দেহ হৈছিল—ই নিশ্চয় কোনোবা ক্ৰোড়পতি। নহলে কথাই কথাই ধন ঢালিব কিয় ? কজেটৰ কথা উলিয়ালে। কজেটে আঁতৰৰ পৰা কাণ পাতি শুনিবলৈ ধৰিলে। কাণেৰে কথা শুনি আছিল, তৰোৱাল-পুতলা লৈ গুন্ গুন্ কৰে নাম গাই আছিল। কিবা এটা তাইৰ কাণত পৰিল। সুৰ একেদৰেই থাকিল, নামটি ওলাল "আই মোৰ মৰিলে! আই মোৰ মৰিলে!" হঠাৎ তাইৰ মনত শোকৰ ঢকা-ঢমকা লাগিল।

ওচৰতে এটি সৰু পুতলা। পুতলাটো ইপনিনৰ। কজেটৰ তৰোৱালখন ভাল নেলাগিল। কেউ পিনে চকু ফুৰাই চালে। তাইক কোনেও মন কৰা নাই। তাই পুতলাটো লৈ অকণমানি বেলি ধেমালি কৰি আকৌ আগৰ ঠাইত থৈ দিব। সুতুককৰে পুতুলাটি লৈ তাই নিতাল মাৰি নীৰৱে উমলিবলৈ ধৰিলে। তাই আনন্দত স্বৰ্গ ঢুকি পালে। কিন্তু এই স্বৰ্গ তাই বেছি পৰ নাপালে। এই খন্তেকীয়া সুখো তাইৰ বৰ বেছি হৈ উঠিল। ইপনিনে কজেটৰ হাতত পুতলাটো দেখা পাই মাকৰ ওচৰত ওজৰ দিলে। মাক কঁপি উঠিল। চিঞৰ মাৰি দিলে "কজেট !"

কজেট উচপ খাই উঠিল যেন ভূমিকম্প হে হল! ঘটনা বুজিব পাৰি তাই আগৰ ঠাইতে আলফুলকৈ বৰ হতাশ মনেৰে পুতলাটো শুৱাই থলে। দুই হাতেৰে বুকুৰ গুৰিত খামুচি ধৰি ফেকুৰি ফেকুৰি কান্দি উঠিল। মানুহজনে গিৰিসাই ঠিয় হৈ প্ৰশ্ন কৰিলে "কি হল? কি হল?" মাডামে উত্তৰ কৰিলে "তাই হাৰামজাদীয়ে মোৰ ছোৱালীকেজনীৰ পুতলাটো লৈ উমালিবলৈ বিচাৰে। সাহৰ গোট!"

মানুহজনে একো নেমাতি ঘৰৰ বাহিৰ ওলাল। সুবিধা পাই মাডামে কজেটক গোৰ মাৰি দিলে। কজেট চিঞৰ মাৰি উঠিল। মানুহজন উভটি আহি আকৌ ভিতৰ সোমাল, পোনচাতেই কজেটৰ কাষ চাপি কজেটৰ সেই হেপাহৰ পুতলাটি তাইৰ আগত ঠিয় কৰি



দিলে, আৰু কলে "হোৱাঁ, তোমাক এইটো দিছোঁ।" মানুহজনে কাষৰ দোকানলৈ গৈ পুতলাটো কিনি আনিছিল।

কজেটৰ কান্দোন বন্ধ হল। ভয়-বিস্ময়ত তাইৰ উশাহ বন্ধ হোৱা যেন লাগিল। সপোনৰ বাণী যেন লাগিল "হোৱাঁ, তোমাক এইটো দিছোঁ।" তাই একো বুজি নেপালে। মাডাম টেনাৰ্ডিয়েৰে বুজিলে আলহী কুবেৰ। তেওঁক সন্তুষ্ট কৰিব পাৰিলে লাভৰ বাহিৰে লোকচান নাই। আলহীক ভালৰি লগাই কজেটক মাত দিলে "ল' ল'! সেইটো এখেতে তোলৈকে আনিছে!"

"মাডাম, মই লমনে ?"

"অঁ, ল।"

"ডাঙৰীয়া! সচাকৈয়েনে ?"

আলহীৰ চকু তেতিয়া চকুলোৰে ভৰা। কণ্ঠৰোধ হৈ আহিছিল। মূৰ দুপিয়াই পুতলাৰ হাতখন কজেটৰ হাতত লগাই দিলে। পুতলাটো সাবটি ধৰি কজেটে মাত লগালে "মই এওঁক কেথেৰিন্ বুলি মাতিম।"

কজেটৰ ফটা-চিটা মলিয়ন কাপোৰে যেতিয়া পুতলাটোৰ নতুন চফা মছলিন কাপোৰৰ লগত ওচৰা-ওচৰিকৈ লগ লাগিছিল তেতিয়া দেখিবলৈ কিবা অভজঁা অভঁজা যেন লাগিছিল।

কজেটে সুধিলে "মাডাম! মই এওঁক চকি এখনত বহুৱাম নে ?"

"বাৰু বহুৱা।"

মাডাম টেনাৰ্ডিয়েৰে যদি সেই সময়ত পৃথিবীৰ ভিতৰত কাৰবাক বেছি ঘিণ কৰিছিল সেইটো মানুহ হৈছে কজেটক মৰম কৰা এই আলহীটো। তাইৰ অসহ্য হল। খঙ আৰু ঈৰ্ষাত তাইৰ তেজ তপত হৈ উঠিল। তৎক্ষণাত নিজৰ জীয়েকহঁতক শুবলৈ পঠিয়াই দি কজেটকো লগতে পঠিয়াই দিলে। কজেটে পুতলাটো বুকুত বান্ধি শুবলৈ গল।

আলহীজন নিমাত নিতাল হৈ আকাশ-পাতাল ভাবি বহি থাকিল। এটা এটাকৈ হোটেলৰ আটাইবোৰ আলহী দিহা-দিহি গল।

মানুহজন একেদৰে বাহিয়েই থাকিল। মাডাম টেনাৰ্ডিয়েৰে শেহত আলহীৰ গুৰিত গিৰিয়েকক বহুৱাই থৈ শোৱাকোঠা সোমাল।

নিৰুপায় হৈ টেনাৰ্ডিয়েৰে মাত লগালে "ডাঙৰীয়া, শুব লাগিছিল।"

মানুহজনে চক্-মক্ খাই মাত দিলে "অ, এৰা। পাছে আস্তাবল কেনি?"

"মোৰ লগে লগে আহক।" এই বুলি টেনাৰ্ডিয়েৰে আগে আগে দেখুৱাই গল। মানুহজন পাছে পাছে গৈ থাকিল, অলপ গৈয়ে এটা বৰ ধুনীয়াকৈ সজোৱা শোৱনী কোঠা পালেগৈ। মানুহজনে সুধিলে— "এইটো কি?"

"আপোনাৰ শোৱা-কোঠা।"

"মই আস্তাবলহে ভাল পালোঁহেতেন।" টেনাৰ্ডিয়েৰ নুশুনা ভাওজুৰি কোঠাৰ বাজ হল। মানুহজন চকি এখন টান মাৰি লৈ বহি পৰিল।

---



## পঞ্চদশ অধ্যায়

ৰাতি মানুহজনে আনবোৰ শুই নিহপালি দিলত হাতত সাৰে ভৰিত সাৰে ঘৰটো পৰীক্ষা কৰিবলৈ লাগিল। সেইদিনা খৃষ্টমাছ ৰাতি। খৃষ্টমাছৰ ৰাতি সৰু সৰু লৰা-ছোৱালীহঁতৰ বিশ্বাস অপ্সৰী পৃথিবীলৈ নামি আহে আৰু সিহঁতে যদি চিমনিৰ ওপৰত সিহঁতৰ জোতাবোৰ তুলি থয় তেন্তে অপ্সৰীয়ে জোতাৰ ভিতৰতে সিহঁতলৈ ভাল ভাল উপহাৰ থৈ যায়। পুৱা উঠি সিহঁতৰ জোতা চাবলৈ উখল-মাখল লাগে, দৰাচলতে মাকহঁতেই ৰাতি তাত উপহাৰ থৈ দিয়ে। পুৱা লৰা-ছোৱালীবিলাকে হাঁহি-খিকিন্দালিৰ মাজত সিহঁতলৈ অপ্সৰীয়ে থৈ যোৱা উপহাৰ লৈ কৃতাৰ্থ মানে। মানুহজনে ঘুৰি ফুৰোঁতে দেখিলে—চিমনি এটাৰ ওপৰতে দুযোৰ জোতা তুলি থোৱা হৈছে। তেওঁৰ সেই কৌটিকলীয়া ৰীতিলৈ মনত পৰিল। জুমি চাই, দেখা পালে—জোতা দুযোৰত দুটা ১০ ছু মোহৰ। জোতা দুযোৰ ইপনিন্ আৰু এজেল্মাৰ বুলি বুজিবলৈ বাকী নেথাকিল। আৰু নামি আহা অপ্সৰীজনীও যে মাডাম্ টেনাৰ্ডিয়েৰ তাক তেওঁ উপহাৰ দেখিয়েই গম পালে।

চিমনিৰ একাষে আৰু এযোৰ ভগা কাঠৰ জোতা তেওঁৰ চকুত পৰিল। তেওঁ জোতাৰ গঢ় দেখিয়ে কজেটৰ জোতা বলি চিনি পেলালে। জোতাযোৰৰ ভিতৰত একো নাই, কোনে থব? তথাপি লৰাৰ লৰামন। সিহঁত বিমুখ হব পাৰে, কিন্তু নিৰাশ নহয়। কজেটো শিশু তাইৰো মনত অবিচলিত বিশ্বাস আছিল—অপ্সৰীয়ে কিবা এটা দিব। নিৰাশাৰ বাহিৰে একো চিনি নোপোৱা ছোৱালীটীৰ আশাৰ ওচৰত মূৰ দোঁৱা দেখি মানুহ জনৰ হৃদয়ত বৰ আঘাত লাগিল। তেওঁ জেপত হাত ভৰাই এটা লুই মোহৰ উলিয়াই জোতাৰ ভিতৰত ভৰাই দি তাৰপৰা বাহিৰ হল।

পিছদিনা পুৱা পোহৰ হোৱাৰ দু'ঘণ্টা মানৰ আগতে মানুহজনে তালি-টোপোলা বান্ধি যাবলৈ বুলি বৈঠকখানা ওলালহি।

টেনার্ডিয়েৰ পত্নীয়ে মাত লগালে 'এতিয়াই যায় নে ?'

"এৰা মই কিমান দিব লাগিব ?"

টেনার্ডিয়েৰ পত্নীয়ে বিল এখন আগবঢ়াই দিলে। মানুহজনে বিলখন খুলি চাবলৈ ললে। কিন্তু তেওঁৰ মন বিলৰ ওপৰত নাছিল। সুধিলে "কাৰবাৰ ভাল চলেনে ?"

"বৰ বেয়া নহয়। পিছে আপোনাৰ লেখীয়া ভাল অতিথি কাচিত হে পাওঁ। আজি-কালি বস্তু-বাহানিৰ দামো বৰ বেছি। তাতে সেই ছোৱালীজনীৰ লগতে আমাৰ বহুতো খৰচ হয়।"

"কোন ছোৱালীজনী ?"

"কিয়, কজেট! লার্ক!"

মানুহজনে অন্যমনস্কভাৱে মাত দিলে "যদি তাইক আঁতৰাই দিয়ে।" তেওঁ কজেটক পুতৌ কৰা দেখি মাডামৰ ৰাতিও চকুত টোপনি নাছিল। তাতে টেনার্ডিয়েৰ দম্পতীয়ে এই চহকী মানুহজনৰ কজেটৰ ওপৰত স্নেহ দেখি বহুতো লাভৰ আশা গণি আহিছিল। সুবিধা বুজি একে উশাহে কৈ গল "লৈ যক! দাঙি লৈ থক দাঙ-কোলা কৰি নিয়ক, উৰুৱাই নিয়ক, এতিয়াই—এই মূহূৰ্ত্ততে।"

"একো কথা নাই মাতক।"

মাডাম টেনার্ডিয়েৰে ৰিং ধৰিলে "কজেট!"

"ইতিমধ্যে আপোনাৰ বিলৰ টকা কেটা দিয়া হক। কিমান ?"

"তেইশ্ ফ্ৰঁা।"

মানুহজন আচৰিত হল। পাচোঁটা পাঁচফ্ৰঁা মোহৰ উলিয়াই মেজৰ ওপৰত থৈ মাতদিলে "আনক, ছোৱালীজনী আনক।"

ঠিক এই সময়তে ছেগ চাই থকা স্বামী টেনার্ডিয়েৰ আহি কোঠাৰ ভিতৰ সোমাল, ঘৈণীয়েকৰ ফালে চাই মাত দিলে "এখেতে আমাক তেইশফ্ৰঁা দিব নেলাগে। মুঠেই ২৬ ছুহে।"



টেনার্ডিয়েৰ পত্নী চিঞৰ মাৰি উঠিল মুঠেই ২৬ ছু!"

"অঁ, ২০ ছু ঘৰ-ভাৰা, ৬ ছু খোৱাৰ। কজেটৰ বিষয়ে তেখেতৰ লগত মোৰ ভিতৰুৱা বন্দৱস্ত হব। তুমি অলপ আঁতৰি যোৱাঁ চোন।"

মাডাম কোঠাৰ বাহিৰ হল। স্বামী টেনার্ডিয়েৰে চকি এখন আনি মানুহজনক বহিবলৈ দি নিজে কাষতে ঠিয় হৈ বৰ নম্ৰভাৱ ধৰি মাত লগালে "ডাঙৰীয়া! সঁচাকৈয়ে ছোৱালীজনীক আমি নিজৰ পেটৰ পোৱালীৰ দৰে চেনেহ কৰোঁ।"

মানুহজনে স্থিৰ দৃষ্টিৰে টেনার্ডিয়েৰৰ মুখৰ ফালে চাই প্ৰশ্ন কৰিলে—"কোন ছোৱালীজনী ?"

"কিয় ? কজেট। তাইক আপুনি লৈ যাব খোজা নাই ? মই তাইক এৰি দিব নোৱাৰোঁ। তাইক কেচুৱাৰে পৰা তালিতুলি মানুহ কৰিছোঁ। নোৱাৰোঁ, নোৱাৰোঁ ; তাইক এৰি দিব নোৱাৰোঁ।"

তেতিয়াও মানুহজনৰ দৃষ্টি অচঞ্চল ভাবে টেনার্ডিয়েৰৰ মুখৰ ওপৰত। টেনার্ডিয়েৰে কৈ গল "মোক ক্ষমা কৰিব। অচিনাকী মানুহ এজনৰ হাততনো বাৰু ছোৱালীজনী কেনেকৈ এৰি দিওঁ। মাক-বাপেক কেওঁ কিছু নাইকিয়া মাউৰী ছোৱালী। যদি বা এৰি দিলোঁৱেই মইতো জনা উচিত, কাৰ হাতত দিছোঁ, কত আছে, কেনে আছে। মই আপোনাক চিনি পোৱা দূৰৈত থক, নামটোকে নেজানো। এখন ৰছিদ-তছিদ লব লাগিব।"

মানুহজনে আগৰ দৰেই স্থিৰ দৃষ্টিৰে টেনার্ডিয়েৰৰ ফালে চাই গম্ভীৰ ভাৱে উত্তৰ দিলে "পেৰি নগৰৰ ৪ মাইলৰ ভিতৰত এটা মানুহে দলিল-পত্ৰেৰে পৰিচয় দিবৰ কোনো সকাম নাই। মই মোৰ নাম নকওঁ, একো পৰিচয় নিদিওঁ ; যদি তাইক মই নিওঁ, আপোনাৰ লগত তাইৰ চকুৰ চোৱা-চুই থাকিব নোৱাৰিব। মই তাইক নিবলৈ ওলাইছো তাইৰ ভৰিৰ শিকলি কাটি দিবলৈ। শিকলি কাটি দিম—তাই উৰা মাৰিব। এই মোৰ কথা! দিয়ে নিদিয়ে সঠিক কৈ পেলাওক।"

টেনার্ডিয়েৰে বুজিলে যে সি তাতকৈও চতুৰ মানুহৰ হাতত পৰিছে। গোটেই ৰাতি টেনার্ডিয়েৰে মানুহজনৰ কথা ভাবি তৰ পোৱা নাছিল। কজেটৰ ওপৰত তেওঁৰ মৰম, তেওঁৰ হাব-ভাব আদিয়ে তাৰ মনত বহুতো ভাবৰ জাজৰি তুলি দিছিল। ভাবিছিল—অপর্য্যাপ্ত লাভৰ বাট মুকলি হৈছে। এতিয়া মানুহজনৰ কথা কোৱাৰ গঢ় দেখি বুধিৰ থুনুপাক আঁতৰাই থৈ মাত দিলে "মোক দেৰ হাজাৰ ফ্রঁা লাগিব ডাঙৰীয়া।"

মানুহজনে তেওঁৰ জেপৰ পৰা এটা পুৰণা কলা ধনৰ মোনা উলিয়াই তাৰ পৰা তিনিখন পাঁচশ ফ্রাঁৰ নোট বাহিৰ কৰিলে। টেনার্ডিয়েৰৰ হাতত নোট কেখন দি কলে "যোৱা কজেটক লৈ আহাঁ।" স্বামীৰ ইঙ্গিত পাই আঁতৰত ৰৈ থকা পত্নীয়ে কজেটক বিচাৰি ভিতৰ সোমাল।

বাহিৰত যেতিয়া এই ঘটনা তেতিয়া কজেটে কি কৰিছিল? পুৱা ঢাৰি-পাটী এৰি এই নিৰাশা-জীয়ৰীয়ে আশাৰ পাছে পাছে ঢাপলি ধৰিলে—আন আন লৰাছোৱালীৰ দৰেই তাইৰ অপ্সৰী-দত্ত উপহাৰ চাবলৈ। যেতিয়া তাই জোতাৰ ভিতৰত 'লুই' মোহৰটো দেখিলে তাই আচৰিত হৈ পৰিল। সোণৰ মোহৰ তাই হাতেৰে ছুই পোৱা নাছিল। মোহৰটো চকুত পৰা মাত্রকে তাই স্তুতুক্কৰে হাতলৈ লৈ ছোলাৰ মাজত লুকুৱাই পেলালে যেন তাই চুৰহে কৰিছে। তাইৰ মনত বিশ্বাস হৈছিল মোহৰটো তাইৰেই। তাই বুজিছিল মোহৰটো তাইলৈ অপ্সৰীৰ উপহাৰ। তথাপি তাইৰ ভয়েৰে ভৰপুৰ মনত আনন্দই ঠাই ললেহি। এনে আশাতীত বস্তু! তাই সচানে সপোন ঠিক কৰিব নোৱাৰাত পৰিল। ৰাতিৰ পুতলাটো পাই তাই ভয় খাই উঠিছিল। এতিয়া মোহৰটো পায়ো তাইৰ ভয় লাগিল। তাই কিবা এটা নজনা ভয়ত কঁপিবলৈ ধৰিলে। ভয় নালাগিছিল তাইৰ এই আচিনাকি মানুহজনলৈ মাথোন, বৰং তাই কিবা এটা সাহহে পাই আহিছিল। যেন তাই অকলশৰীয়া নহয়, মাডামে যেন তাইক একো কৰিব নোৱাৰে। তাই মোহৰটো লুকুৱাই লৈ লৰালৰিকৈ ঘৰ-দুৱাৰ সৰা আদি তাইৰ দৈনিক কামত লাগি গল। মোহৰটি তাই আগনিশা ১৫ ছুৰ মোহৰ



ওলাই পৰা জেপটিতে লৈ ফুৰিছিল। তাই কামত লাগিছিল সচাঁ কিন্তু তাইৰ মনে মনে মন আঁতৰি আহিছিল তাইৰ জেপত থকা "লুই" মোহৰটিৰ লগলৈ। তাই এইদৰে আওকণীয়া হৈ কাম কৰি ফুৰোঁতেই মাডাম টেনার্ডিয়েৰ আহি কজেটৰ আগত উপস্থিত হল। বৰ অস্বাভাৱিক—টেনার্ডিয়েৰ পত্নীয়ে তেওঁৰ পূর্ব্বৰ ৰীতি ভঙ্গ কৰিলে। কজেটক দেখি তাইক মাৰিবলৈ তেওঁৰ হাত দাঙ নাখালে, দেখা মাত্রকে মুখত এষাৰো গালি শপনি নোলাল। কোমলকৈ মাত দিলে "কজেট, এইপিনে আহ।"

ক্ষন্তেকৰ পাছতে কজেট আহি বৈঠকখানা পালেহি। তাইক দেখা পায়ে মানুহজনে তেওঁৰ টোপোলাটো মেলি এটা কলা বৰণৰ সাজ উলিয়াই কজেটক দি কলে "থোৱাঁ, বেগতে পিন্ধি আহাঁ গৈ।" ক'লা বৰণ শোকৰ চিন।

তেতিয়া পুৱাৰ পোহৰ ভালকৈয়ে পৰিছিল। ম'ফেয়াৰ মেলৰ ঘৰবোৰৰ দুৱাৰ তেতিয়া প্ৰায় ভাগেই মুকলি হোৱা নাছিল। দুৱাৰ-খিৰিকি মেলোতে বহুতৰ চকুত পৰিল প্যাৰীৰ বাটেদি এজনী সৰু ছোৱালীয়ে বুঢ়া এটাৰ হাতত ধৰি ছহৰৰ ফালে যাব লাগিছে। ছোৱালীজনীৰ কোলাত এটা ডাঙৰ পুতলা। বুঢ়াৰ কাপোৰ কানি ভিকহুৰ। কোনেও এই মানুহজনক চিনি নাপালে; কাৰণ কজেটৰ গাত নতুন কাপোৰ কানি। কজেট গুচি গৈছে। কাৰ লগত? কলৈ? তাই নাজানে। যদি তাই কিবা জানিছিল—তাই জানিছিল তাই টেনার্ডিয়েৰৰ হোটেল এৰি থৈ আহিছে বহুত পাছত। কোনেও তাইক বিদায়-সম্ভাষণ কৰিবলৈ ভাবি নেপালে, তায়ো কাকো বিদায়-সম্ভাষণ নকৰিলে। বেচেৰী হতভাগিনী!

মানুহজন ওলাই যোৱাৰ পাছতে টেনার্ডিয়েৰ দম্পতী লগ লাগিল। যেতিয়া মাডাম টেনার্ডিয়েৰে শুনিলে যে দেৰ হাজাৰ ফ্রঁা লৈয়ে কজেটক গিৰিয়েকে এৰি দিলে, তেতিয়া তাই একেবাৰে হতাশ হৈ পৰিল। টেনার্ডিয়েৰেও দেখিলে মুখৰ কথা এষাৰতেই ডাঙৰ "দাওঁ" এটা সাৰি

গল। ঘৈণীয়েকক একো কথা নকৈ একেজাপেই ঘৰৰ বাহিৰ হৈ কজেটক নিয়া মানুহজন বিচাৰি ঢাপলি ধৰিলে।

মানুহজন আহি তেতিয়া গাৱঁৰ বহুত দূৰত পথাৰ এখনৰ মাজত জোপা এটাৰ কাষত বহি অলপ জুৰণি লৈছিল। টেনাৰ্ডিয়েৰে ফোপাই জোপাই আহি তেওঁৰ কাষ চাপি তেওঁৰ আগত নোট কেখন পেলাই দি কলে "নিয়ক ডাঙৰীয়া। আপোনাৰ ধন নিয়ক।"

"মানে?"

"মানে মই কজেটক লৈ যাম।"

ছোৱালীজনীয়ে ভয়ত মানুহজনক সাবটি ধৰিলে। মানুহজনে মাত দিলে "কজেটক লৈ যাবা?"

"হয়। মই ভাবি-চিন্তি চালোঁ। মই তাইক এৰি দিবৰ একো স্বত্ব নাই। তাই মোৰ ছোৱালী নহয়। মাকে মোৰ ওচৰত থৈ গৈছিল, মই মাককহে ওভোতাই দিব পাৰিম। আপুনি কব পাৰে "মাক মৰিল।" তেতিয়া হলে মই মাকৰ পৰা কোনো চিঠি পত্ৰ লৈ অহা মানুহৰ হাতত হে ছোৱালীজনী দিব পাৰিম।"

মানুহজনে কোনো উত্তৰ নিদিলে। জেপত হাত ভৰাই তেওঁৰ ধনৰ মোনাটো উলিয়াই আনিলে। ধনৰ মোনাটো মেলোঁতে তাত থকা নোটবোৰ দেখি টেনাৰ্ডিয়েৰৰ মন আনন্দত নাচি উঠিল। মনতে ভাবিলে "আকৌ পাম"।

মানুহজনে মোনাটো খোলোতে আশেপাশে কোনোবা কৰবাত আছেনে নাই এবাৰ চকু ফুৰাই চালে। দূৰণিৰ পথাৰ। কতো এটা মানুহৰ চিন নাই। মোনাটোৰ পৰা এখন সৰু কাগজ উলিয়াই টেনাৰ্ডিয়েৰৰ হাতত দি তেওঁ মাত লগালে "তুমি ঠিক কথা কৈছা-পঢ়া"।

টেনাৰ্ডিয়েৰে কাগজখন লৈ পঢ়িবলৈ ধৰিলে ঃ—

এমছুৰ এম, মাৰ্চ্চ ২৫, ১৮২৩।

মচিঅ'ৰ টেনাৰ্ডিয়েৰ—



আপুনি পত্ৰবাহকৰ হাতত কজেটক দিব। আপোনাক যি দিব লাগে তেখেতে আদায় কৰিব।

আপোনাৰ ফটিন।"

পঢ়া শেষ হল। মানুহজনে মাত লগালে ছহিটো চিনি পাইছানে? ৰচিদ ৰাখিব পাৰা।"

টেনাৰ্ডিয়েৰে ভোৰ ভোৰালে—"জাল। যি হওক খৰচ পাতি দি থক। মোক বহুতো দিব লগা আছে।"

মানুহজন উঠি ঠিয় হল। চোলাৰ হাতৰ ধূলি জোকাৰি জোকাৰি কৰবলৈ ধৰিলে "মচিঅ'ৰ টেনাৰ্ডিয়েৰ! জানুৱাৰীৰ পৰা হিছাপ কৰি আহাঁ। জানুৱাৰীত দিব লগীয়া আছিল ১২০ ফ্ৰাঁ। তুমি ফেব্ৰুৱাৰীত বিল দিছিলা ৫০০ৰ। ফেব্ৰুৱাৰীৰ শেহত পাইছা ৩০০ আৰু মাৰ্চ্চৰ পহিলা তাৰিখে পাইছা ৩০০। তাৰ পাছৰ পৰা এই ন মাহত মাহে পোন্ধৰ ফ্ৰাঁ হিছাপে তুমি পাবা ১৩৫ ফ্ৰাঁ। সেই হিছাপে তোমাক দিব লাগে মাথোন ৩৫ ফ্ৰাঁ। এতিয়া মই তোমাক ১৫০০ শ দি আহিছোঁ।"

জালত বাঘ পৰাদি টেনাৰ্ডিয়েৰ বান্ধ খাই পৰিল। জালত পৰা বাঘৰ দৰেই জপিয়াই উঠিল—"মই তোমাক চিনি নাপাওঁ—জানি নাপাওঁ। ৩০০০ ফ্ৰাঁ নিদিলে মই কজেটক লৈ যাম।"

মানুহজনে লাহেকৈ কজেটৰ হাতখনিত ধৰি মাত লগালে "আহাঁ, কজেট!" কজেটে খোজ ললে। মানুহজনে তেওঁৰ লাখুটিডাল তুলি লৈ বাওঁহাতেৰে কজেটৰ হাতখন ধৰি যাবলৈ ধৰিলে। লাঠিৰ গঢ় আৰু ঠাইডোখৰৰ নিৰ্জনতা দেখি টেনাৰ্ডিয়েৰ অলপ পৰ পাছে পাছে গৈ আৰু যাবলৈ সাহ নকৰি উভটি গুচি আহিল। মানুহজনে কজেটক লৈ অবাধে গুচি গল। মানুহজন জঁ ভেলজঁ।

ৰাতি ভালেখিনি পৰত জঁ ভেলজঁ আহি পেৰী নগৰ সোমাল। ছোৱালীজনী বাটত আহোঁতেই বৰ ভাগৰি পৰিছিল। ভেলজঁই বাটতেই তাইৰ টোপনি অহা যেন গম পাই তাইক কান্ধত তুলি

ললে। কজেটেও কান্ধত আউজি শোৱাৰ সুবিধা পাই এহাতে তাইৰ হেপাহৰ পুতলা কেথেৰিণক আকোঁৱালি ধৰি আৰু আন হাতেৰে ভেলজঁৰ ডিঙিত সাবট মাৰি নিশ্চিন্ত মনেৰে টোপনি গল। মানুহজনে অকাই পকাই পেৰী নগৰৰ ঘাই—বাটবোৰ এৰি সৰু সৰু বাট বোৰেদি আহিবলৈ ধৰিলে। শেহত তেওঁ এটা মানুহ-দুনুহ নাইকিয়া ৰাজআলিৰ কাষত এটা ভগা ঘৰৰ সন্মুখত আহি ঠিয় দিলে। ঠাইডোখৰ নগৰৰ সীমাত। ঠাইডোখৰ দিনত কবৰ স্থানৰ দৰে নিজম, ৰাতি হাবিতকৈ জয়াল। ভেলজঁই যিটো ঘৰৰ আগত আহি ঠিয় হল সেই ঘৰটোৰ ভগা কাঠৰ দুৱাৰ খনত লেখা আছিল নং ৫০'৫২। ভেলজঁই জেপৰ পৰা চাবি এটা উলিয়াই দুৱাৰখন মেলি ভিতৰ সোমাই গল। কজেটক আলফুলকৈ বিছনা এখনত শুৱাই দিলে। তাই টোপনিত লালকাল। তাই কত শুইছে কাৰ লগত কলৈ আহিছে একো নেজানিলে; নিৰ্ভয় চিত্তেৰে শুই থাকিল। ভেলজঁই চাকিৰ পোহৰত ছোৱালীজনীৰ মুখৰ ফালে একে থৰে চাবলৈ ধৰিলে। মৰম আৰু কোমলতাৰ পূৰ্ণবিকাশত ভেলজঁৰ মুখ তেতিয়া বলিয়া মানুহৰ মুখ যেন দেখা গৈছিল। ভেলজঁই লাহেকৈ হাঁউলি ছোৱালীজনীৰ হাত এখনি দাঙি লৈ এটি চুমা দিলে। ঠিক ন মাহৰ আগতে তাইৰ চিৰ-নিদ্ৰা-মগনা মাকৰ হাতত এনেকৈয়ে এদিন চুমা খাই, ভেলজঁৰ হিয়া ঠিক এনেদৰেই ব্যথাত বাজি উঠিছিল—ধৰ্ম্মভাবত গদ্‌গদ্ হৈ পৰিছিল—বিচ্ছেদত বলিয়া হৈছিল। ভেলজঁ যেন অৱশ হৈ পৰিল। কজেটৰ বিছনাৰ কাষতে আঁঠুকাঢ়ি বহি গল।

ৰাতি পুৱাল। ৰাতি পুৱাবৰ বহুত পাছতো কজেটৰ টোপনি ভগা নাই। খিৰিকিৰ মাজেদি দিছেম্বৰ মহীয়া বেলিৰ পোহৰ আহি কোঠাৰ ভিতৰ সোমাইছে। এনেতে কাষেদি যোৱা গাড়ী এখনৰ ঘড়ঘড়নিত কজেটৰ টোপনি ভাগিল। তাই চক্‌মক্ খাই উঠি চকু নেমেলাকৈয়ে মাত দিলে "উঠিছো মাডাম্, উঠিছো। এয়া গৈছো।" এই বুলি তাই জাপ মাৰি বিছনাৰ পৰা উঠি চকু নেমেলাকৈয়ে হাতখন মেলি ঘৰৰ



চকুত কিবা এটা বিচাৰি বিচাৰি কবলৈ ধৰিলে "ক'তা, মোৰ বাঢ়নিটাৰ ইয়াৰ পৰা কলৈ গল?" চকু মেল খালে। চকু মেলি ইফালে সিফালে চাই ওচৰতে ভেলজঁক দেখা পাই তাইৰ আগৰ দিনা কথাবোৰলৈ মনত পৰিল। অলপ লাজ পাই ভেলজঁক কলে, "নমস্কাৰ, ডাঙৰীয়া! মই পাহৰি গৈছিলো।

মনৰ সুখ আৰু আনন্দ শৈশৱৰ চিৰলগৰীয়া। কাৰণ শিশুৱেই মূৰ্ত্তিমান আনন্দ আৰু প্ৰফুল্লতা। চকুত পৰা মাত্ৰকে ঘপহ কৰে কজেটে তাইৰ কেথেৰিণক বুকলৈ দাঙি ললে। ধেমালি কৰি কৰি ভেলজঁক কত কি সুধিলে "তাই ক'ত? নগৰ কিমান ডাঙৰ? মাডাম্ টেনাৰ্ডিয়েৰ কিমান দূৰৈত? আকৌ তাই যাব লাগিবনে?" ইত্যাদি ইত্যাদি। অলপ থাকি আকৌ সুধিলে "মই ঠাই সাৰোঁনে?"

ভেলজঁই উত্তৰ দিলে "নেলাগে, তুমি ওমলঁা।" কজেটৰ হাঁহিৰ শেষ নাই। হাঁহি হাঁহি কজেটে কলে "এইখন কেনে ভাল ঠাই!"

প্ৰকৃততে ঠাইখনত ভাল বুলিবলৈ একোৱেই নাছিল। জঘন্য গাঁত এটা মাথোন। কিন্তু তাত কথা আছিল—বিহঙ্গিনী তেতিয়া পিঞ্জৰামুক্তা —তেতিয়া তাই স্বাধীনা—বনৰ বনৰীয়া চৰাই—মুকলিমূৰীয়া।

---

## ষোড়শ অধ্যায়

ভেলজঁই ঠাইডোখৰ বিচাৰি ভালেই উলিয়াইছিল। সেই ফালেদি মানুহ-দুনুহৰ আহ-যাহ নাই বুলিলেও হয়। ঘৰভাৰা লবৰ সময়ত ভেলজঁই নিজকে এজন স্পেইন-ফৰাছী সন্ধিত সৰ্ব্বস্বান্ত হোৱা ছৰ্কাৰৰ পেনসন-ভোগী মানুহ বুলি চিনাকি দিছিল, আৰু কজেটক জীয়েক বুলি কৈছিল। ঘৰৰ ভিতৰত মানুহ ভেলজঁ, কজেট আৰু এজনী বুঢ়ী লিগিৰী!

ঘৰটোলৈ আহি আহি কজেটক পঢ়োৱা আৰু কজেটে ধেমালি কৰা চাই থকাই ভেলজঁৰ একমাত্ৰ কাম হৈ উঠিল। কজেটে ভেলজঁক "পিতা" বুলি মাতে। "পিতা"ৰ বাহিৰে ভেলজঁৰ আৰু কিবা নাম আছিল নে নাই তাই নেজানিছিল। ঘণ্টাৰ পাছত ঘণ্টা পাৰ হৈ যায়—ভেলজঁই একেথৰে একাষত বহি কজেটে ওমলা চাই থাকে, তাইৰ কেলকেলনি, তাইৰ উত্তৰ দিব নোৱৰা জটিল জটিল প্ৰশ্ন শুনি আপোন-পাহৰা হৈ যায়। কজেটক পাবৰে পৰা ভেলজঁৰ মনত সংসাৰৰ প্ৰতি কিবা এটা মায়া জন্মিল। কজেটে তেওঁৰ দূৰ ভবিষ্যতখন পোহৰাই দিয়া যেন পালে।

ভেলজঁই দিনত ঘৰৰ ঘৰৰ বাহিৰ নহবলৈ বৰ সতৰ্ক আছিল। সন্ধিয়া লাগি ভাগিলে কজেটক হাতত ধৰি মানুহৰ আলেঙে আলেঙে অলপ পৰলৈ বাহিৰলৈ ওলায়। তেতিয়াও ভেলজঁৰ গাত বৰাগীৰ বেশ। সময়ত বাটত লগ পাই কোনো কোনো মৰমিয়াল তিৰুতাই বেথা লাগি দিয়া ভিক্ষাও বৰাগী ভেলজঁই লব লগাত পৰিছিল। নিজেও সময়ত মানুহে নেদেখা ঠাইত বাটৰ কাষৰ দুই চাৰি মগনিয়াৰক ভিক্ষা দি আহে। যদিও বৰাগীৰ ভিক্ষা প্ৰায়ে মানুহৰ চকুত নপৰাকৈয়ে হৈ আহে, তথাপি কথাটো ইকাণ সিকাণ বাগৰি বহুতো কাণত পৰিল। শেহত তেওঁৰ নাম হৈ উঠিল দানী-ভিখাৰী।



এইদৰে সুখ-আনন্দত ভেলজঁই কিছুমান দিন কটোৱাৰ পাছত তেওঁৰ চলনফিৰণে বিশেষকৈ দান-ভিক্ষাৰ কথাটোৱে মানুহৰ মনত অলপ সন্দেহৰ চিটিকনি দিলে। ঘৰৰ মালিক আছিল এজনী বুঢ়ী। বুঢ়ীৰ মনত হে উচপিচনি বেছি হৈ উঠিল। তাই লুকাই চুৰকৈ ভেলজঁৰ গতি-বিধিৰ ওপৰত চকু দিবলৈ ধৰিলে। এদিন তাই বেৰৰ বিন্ধাই দি জুমি চাওঁতে দেখা পালে মানুহটোৱে বেজী, সূতা আৰু কেচি এখন লৈ তাৰ হলো চোলাটোৰ তলিয়ৰি কাপোৰখন কাটি তাৰপৰা এখন হালধীয়া ৰঙৰ কাগজ উলিয়াই চোলাটো আকৌ সিবলৈ ধৰিছে। কাগজখন দেখি তাইৰ পেটতে হাত-ভৰি লুকাল। তাই হেজাৰ ফ্ৰাঁৰ নোট জীৱনত বৰ বেছি দেখিছিল যদি সেইখনেৰে সৈতে দুখন বা তিনিখন। তুঁহ জুইত লাগনি খৰি দি বুঢ়ীয়ে ফুঁৱাই দিলে। ওচৰ চুবুৰীয়াৰ এই হেজাৰ টকীয়া নোটখন পুৱা গধূলিৰ মুহুদি হৈ পৰিল। বুঢ়ী তাতেই ক্ষান্ত নহল। কেদিনমান পাছতে ছেগ চাই মনে মনে ভেলজঁৰ কোঠা সোমাই তেওঁৰ সেই হলো চোলাটোত হাত দিলেহি। চোলাটোৰ তলিয়ৰিখন ভালকৈ শিয়া আছিল। তাই হাতেৰে পিতিকি পিতিকি চালে। হাতত তাই গম পালে চোলাটো নোটেৰেই ভৰা। তাৰ উপৰি ৰং বেৰঙৰ দাড়ি চুলি কেচি কটাৰি ইত্যাদি অনেক বস্তু। মানুহজনী ভয়ে ভয়ে কোঠাৰ বাহিৰ হল। চোলাটোত সকলো আছিল। তাৰ প্ৰত্যেক জেপেই অভাৱনীয় বিপদৰ পৰা সাৰিবলৈ বিধে বিধে আহিলা-পাতি লৈ সতৰ্ক হৈ আছে।

এই দৰে সন্দেহৰ মাজতেই ভেলজঁই সেই ঘৰতেই জাৰৰ দিন কেটাৰ সৰহ ভাগেই কটালে। জাৰ শেষ হবলৈ মাথোন কেদিনমান বাকী। ঠিক এনে সময়তে ওচৰৰ আধা-পোতা নাদ এটাৰ কাষত এটা মগনিয়াৰে আহি দিনৌ পুৱা-গধূলি বহিবলৈ ললেহি। মানুহে এই মগনিয়াৰটোক পুলিছৰ মানুহ বুলি সন্দেহ কৰিছিল। ভেলজঁই সন্ধিয়া ফুৰিবলৈ ওলালে এই মগনিয়াৰটোক প্ৰায়ে ২।৪ ছু পেলাই দি যায়। এদিনা সন্ধিয়া হোৱাৰ অলপ আগতে ভেলজঁ ফুৰিবলৈ ওলাল।

মগনিয়াৰ আগৰ ঠাইতে বহি আছিল। ভেলজঁই কাষ চাপি মগনিয়াৰ-টোৰ হাতত ছু এটা দিব খুজিছে এনেতে মগনিয়াৰটোৱে মুৰ দাঙি বৰ তীব্ৰ দৃষ্টিৰে ভেলজঁৰ ফালে চাই আকৌ মূৰ নমাই দিলে। মগনিয়াৰ-টোৰ মূৰ দঙা আৰু মূৰ নমোৱাটো এটা বিজুলীৰ তিৰবিৰণি মাথোন। তথাপি ই ভেলজঁৰ মনত এক নাভূত-নাশ্ৰুত ভয় সুমুৱাই দি গল। ভেলজঁই চকা-মকা পোহৰত যেন মালা গঁঠা মগনিয়াৰটোৰ মুখৰ পৰিবৰ্ত্তে কাৰবাৰ চিনা মুখ এখন দেখিলে। তেওঁৰ অন্তৰাত্মা কঁপি উঠিল—কিজানি পুলিছ ইনচপেক্টৰ জাভেয়াৰ! তেওঁ বিষন্নমনেৰে ঘৰলৈ উভতি আহি ভাবিবলৈ ধৰিলে। ভাবি একো ঠিক কৰিব নোৱাৰি পিছদিনা গধূলি আকৌ মগনিয়াৰটোৰ কাষ চাপিল। আগৰ দৰেই তাক দান দিয়াৰ ছলেৰে সাদৰ-সম্ভাষণ কৰি কথা-বতৰা পাতি ভালকৈ চাই-চিতি উভতি আহোঁতে হাঁহি হাঁহি নিজক নিজে কৈ আহিল "মই ইয়াক জাভেয়াৰ বুলি ভাবিবলৈ কিহে পাইছিল কব নোৱাৰো বুঢ়া হৈ অহাৰ লগে লগে পৰকিতি লৰ হৈ আহিছে হবলা।"

এই ঘটনাৰ কেদিনমানৰ পাছতে এদিনা সন্ধিয়া ভগাৰ পাছত ভেলজঁই তেওঁৰ ঘৰৰ বাহিৰত কিছুমান মানুহৰ ভৰিৰ খোজ শুনিবলৈ পালে। তেওঁৰ মনত বৰ সন্দেহ হল। ৰাতি কোনো ৰকমে কটাই পাছদিনা পুৱাত সেই একে ৰকমৰে শব্দ শুনি তেওঁৰ সন্দেহ বেছিহে পৰিল। দুৱাৰ নেমেলাকৈয়ে দুৱাৰৰ ফাঁকেদি চাই পঠিয়াই তেওঁ ভয়ত কঁপি উঠিল। ভেলজঁই দেখিলে এটা ঠিক জাভেয়াৰৰ লেখীয়া মানুহে তেওঁৰ ঘৰৰ পৰা ওলাই বাটে বাটে যাব লাগিছে। জাভেয়াৰক চিনি পাবলৈ ভেলজঁৰ একো টান নেলাগে। ভেলজঁৰ বুজিবলৈ বাকী নেথাকিল যে জাভেয়াৰে বিচাৰি বিচাৰি আকৌ লগ ধৰিছেহি। দিনৰ দিনটো তেওঁ কাকো একো নোকোৱাকৈ নিজৰ বয়-বস্তুখিনি ঠিক-ঠাক কৰি ৰাতিৰ আন্ধাৰ পৰা মাত্ৰকে কজেটক হাতত ধৰিলৈ চোৰৰ দৰে ঘৰৰ বাহিৰ হৈ পৰিল।

বহুত পৰ বাটে বাটে ঘূৰি ভেলজঁ শেহত আহি এটা বাটৰ মূৰ



ওলালেহি। বাটটো সেই খিনিতে এখন প্ৰকাণ্ড দেৱালেৰে বন্ধ। এনেতে ভেলজঁই দূৰত কোনোবা কিছুমান তেওঁৰ পাছে পাছে অহা যেন পালে। উপায়ান্তৰ নেদেখিলে; ভেলজঁই সিমানতো হতাশ নহৈ দেৱাল বগাবৰ উপায় উলিয়ালে। জেপৰ পৰা হাতুৰি উলিয়াই, দেৱালৰ ইটা খহাই দেৱালখন এটা জখলাৰ নিচিনা কৰি পেলালে। শেহত কজেটৰ ককালত এডাল জৰী লগাই ভেলজঁ দেৱাল বগাবলৈ ওলাল। ভেলজঁৰ কাৰ্য্যকলাপ দেখি কজেট বৰ আচৰিত হৈ পৰিছিল। তাই সুধিলে "পিতা! মোৰ ভয় লাগিছে।" ভেলজঁই কলে, "তুমি মনে মনে থাকা।" এনেতে পাছত অহা কিছুমান মানুহৰ ভৰিৰ খোজ বেছি স্পষ্ট হৈ পৰিল। কজেটে সুধিলে "কোন আহিছে পিতা!" "মনে মনে থাকাঁ, মাডাম টেনাৰ্ডিয়েৰ। একো নকৰিবা ভয়ো নেখাবা। তুমি কান্দিলে বা ফেকুঁৰিলে তাই আহি ধৰিবহি।" এই বুলি ভেলজঁই কজেটৰ ককালত বন্ধা জৰীডাল নিজৰ ককালত বান্ধিলৈ তাইক পিঠিত সাবটমাৰি ধৰিবলৈ লগাই দি দেৱালৰ ওপৰত উঠিল। নিমিষৰ ভিতৰতে দেৱাল পাৰ হৈ দেৱালৰ বাহিৰে থকা এখন প্ৰকাণ্ড বাগিচাৰ ভিতৰত নামি পৰিল। কজেটে মাডাম টেনাৰ্ডিয়েৰৰ ভয়ত কাটিকুটাকে নকৰিলে।

বাগিচাৰ ভিতৰত নামিছে মাত্ৰ—ককালৰ জৰী মোকোলোৱাই হোৱা নাই এনেতে ভেলজঁই দেৱালৰ সিপাৰৰ পৰা জাভেয়াৰক কোৱা শুনিলে "ইয়াতে আছে বিচাৰ, বিচাৰ।" ঘোৰাৰ ভৰিৰ গিৰিপনি আৰু তৰোৱালৰ জন্-জননিয়ে ভেলজঁৰ কাণত সেই মাত্ৰ কাণে কাণ মাৰিয়ে সাৰি অহা বিপদৰ জাননী দিবলৈ ধৰিলে। ভেলজঁই কজেটক সাবটি ধৰি একেৰাহে শুনি থাকিল।

প্ৰায় ১৫ মিনিট মানৰ পাছত ছন্তৰী চিপাহীহঁত উভতি গল। সিহঁত উভতি যোৱাৰ গম পাই ভেলজঁ অলপ স্থিৰ হ'ল। ককালৰ বান্ধ-ছাত মোকলাই কেনি যাব কি কৰিব ভাবিছে এনেতে আকৌ মানুহৰ মাত কাণত পৰিল। অলপ আগতে শুনা জাভেয়াৰৰ পালী

পহৰিয়াৰ হাই-উৰুমিৰ দৰেহঁ এই মাতো সপ্তমতেই আহিছিল কিন্তু পালী-পহৰিয়াৰ ভৰিৰ গিৰিপনি আৰু তৰোৱালৰ জন্‌জননিয়ে মৰণৰ বাতৰি কৈ যিদৰে বুকুত ঢপঢপনি তুলি দিছিল এই মাতে ভেলজঁ আৰু কজেটৰ মনত এইবাৰ তেনে কোনো ভয়ৰ ভাব দিব নোৱাৰিলে। নিশাৰ এন্ধাৰ আৰু নিৰ্জনতাৰ মাজেদি ভাহি অহা এই মাতে এই পৰুৱাই পোৱা পথিক দুটিক ভয়ৰ পৰিবৰ্ত্তে যেন আশ্বাস হে দিলেহি। তেওঁলোকে ৰ লাগি শুনিবলৈ ধৰিলে। প্ৰত্যেকটি শব্দ স্পষ্ট হৈ নপৰিল যদিও তেওঁলোকে অস্পষ্টতে স্পষ্টভাৱে বুজি পালে। কাষৰ আন্ধাৰৰ মাজৰ পৰা এটি বন্দনা-গীত আহি তেওঁলোকৰ কাণত পৰিল। কোকিল-কাকলি জিনা কামিনীৰ কণ্ঠস্বৰ, বিপদৰ পাছত বিপদ-বাৰণৰ চৰণ ধিয়াই যোৱা বন্দনা-গীতৰ মধুৰ ৰাগিণী নিশাৰ গহীনতা আৰু গায়িকাৰ মাতত বৈ থোৱা শিশুৰ সৰলতা আৰু সন্ন্যাসিনীৰ পবিত্ৰতাৰ পূৰ্ণ সমাবেশত ৰচিত হোৱা এনে মধুময় সঙ্গীতৰ মধুৰ মূৰ্চ্ছনাত শ্ৰোতা দুটি আপোন পাহৰা হৈ পৰিল। দুয়ো আঁঠুকাঢ়ি বহি গল। কি গীত, কোনে গাইছে, কত গাইছে, কজেটে গম ধৰিব নোৱাৰিলে, ভেলজঁয়ো একো নেজানিলে। যেতিয়া বতাহত উৰি অহা সুৰৰ লহৰীয়ে প্ৰাণৰ বীণাত ঝঙ্কাৰ তুলি দিলে—মধুৰ মূৰ্চ্ছনাত দুয়োটিয়ে বৃদ্ধ আৰু শিশু—সন্তাপী আৰু নিষ্পাপীয়ে কব নোৱাৰাকৈয়ে আঁঠুকাঢ়ি বহি গল। যেতিয়া গানৰ শেষ হল পৃথিবী আকৌ কাঁহ পৰিজন গল, তেতিয়াহে এই বিজন বনৰ উপাসক দুজনৰ চেতনা আহিল। দুয়ো ঠিয় দিলে। কাণপাতি শুনিলে নিজম নিশা আকৌ নিজম। বাগিচাৰ ভিতৰতো শব্দ নাই বাগিচাৰ বাহিৰৰ বাট পদূলিতো শব্দ নাই। মৰণ ভেৰীৰ ভৈৰৱ ৰোলো মাৰ গল—শাস্তনাৰ আশ্বাস দিয়া সুৰৰ লহৰীও বিলীন হৈ পৰিল।

ওপৰত ৰাতিৰ ফেৰফেৰীয়া বতাহ। তলত জেকা মাটি। ভেলজঁৰ মনত পৰিল কজেটে জাৰত দুখ পাইছে। ভেলজঁই তেওঁৰ চোলাটো সোলোকাই কজেটৰ গাত মেৰিয়াই দি ইফালে সিফালে চাই কজেটক



'অলপ ৰবা' বুলি কৈ তেওঁ থকা ঠাই বিচাৰি গল। কজেটে শিল এটাৰ ওপৰত তাইৰ অকনমানি হাতখনি মেলি দি তাতে মূৰটি থৈ শুই পৰিল। ভেলজঁই এটা পুৰণা ভগা ঘৰ পালেগৈ। ঘৰটোৰ খিৰিকি এখনেদি ভিতৰলৈ চাই পঠিয়াই ভেলজঁ ভয়ত কঁপি-জঁপি আহি একে ঢাপলিয়ে কজেটৰ কাষ ওলালহি। ঘৰটোৰ ভিতৰত অশৰীৰী ছায়াঁৰ তাণ্ডৱ নৃত্য তেওঁৰ চকুত পৰা যেন লাগিল। তেওঁৰ গোটেই গা ঘামেৰে জুকুলি-জুপুৰি হল। কজেটৰ কাষ পাই, তাইৰ ওচৰতে বহি তাইক চাবলৈ ধৰিলে। এনেতে টিলিঙাৰ মাতৰ দৰে কিবা এটা মাত আহি তেওঁৰ কাণত পৰিল। তেওঁ ঘূৰি-পকি চাই দেখে অলপ আঁতৰতে মানুহ এটা এবাৰ কুঁজা হৈ এবাৰ ঠিয় হৈ ঘূৰি ফুৰিছে। পুলিছৰ মানুহ বুলি ভেলজঁৰ বুকু আকৌ কঁপি উঠিল। কজেটক লাহেকৈ দাঙি লৈ ওচৰৰে চালি এখনৰ তললৈ লৈ গল। কজেটে কাতি-কুটাও নকৰিলে। ভেলজঁ মানুহটোৰ গতিবিধি দেখি আচৰিত হৈ পৰিল। ভেলজঁৰ মনত হল মানুহটো যেন লেঙেৰা, মানুহটোৰ লগে লগে যেন টিলিঙাটোও ঘূৰি ফুৰিছে। এনেতে ভেলজঁই কজেটৰ হাত কেখনত হাত দি চাই চকখাই উঠিল। কজেটৰ হাত কেখন শিল যেন চেচা। ভেলজঁই মাত লগালে "কজেট!" কজেটে চকু নেমেলিলে। ভেলজঁই তাইৰ গতে ধৰি জোকাৰি দিলে। কজেটে কাতিকুটাও নকৰিলে। ভেলজঁই ভাবিলে "মৰিল নেকি?" কথাষাৰ মনলৈ অহাৰ লগে লগে ভেলজঁৰ গোটেই শৰীৰ ভয়ত শিয়ঁৰি উঠিল। ভেলজঁই কজেটৰ নাকৰ ওচৰত হাত দি উশাহ নিশাহ লোৱা চাবলৈ ধৰিলে। উশাহ নিশাহ আছিল, কিন্তু এনে ক্ষীণ গতি যে হঠাৎ বন্ধ হোৱাৰ সম্ভৱ। ভেলজঁই কি কৰিব ভাবি একো ঠিক কৰিব নোৱাৰাত পৰিল। ভয়ত আতুৰ হৈ আশ্ৰয় বিচাৰি বলিয়া হোৱা মানুহৰ দৰে অথিৰ-অধিৰহৈ ইফালে সিফালে চাবলৈ ধৰিলে। অলপ জুইৰ সেক নেপালে হয়তো জাৰত থেৰেঙা লগা কজেট চিৰ অন্ধকাৰত খন্তেক পাছতে নেদেখা হৈ পৰিব। ভেলজঁৰ মনৰ সকলো ভয় দূৰ

হল—নিজৰ বিপদ কজেটৰ মৰণৰ লগত চিন চাব নোহোৱাকৈ মিহলাই দিলে। নিজৰ অস্তিত্ব ফেৰাও কজেটৰ অস্তিত্বৰ লগত লীন কৰি দি আগ-পাছ নেভাবি চকুৰ আগত থকা—টিলিঙা বজোৱা মানুহটোৰ কাষলৈ লৰ ধৰিলে। মানুহটোৰ কাষ পাই বিতত ভেলজঁই চিঞঁৰি চিঞঁৰি কবলৈ ধৰিলে—"এশ ফ্ৰাঁ, এশ ফ্ৰাঁ।"

মানুহটোৱে ভেলজঁক মন কৰা নাছিল। সি আপোন মনেৰে নিজৰ কাম কৰি গৈছিল। হঠাৎ কাষতে মানুহৰ মাত শুনি চক খাই উঠিল। ওচৰত ভেলজঁক দেখি সি আচৰিত হৈ পৰিল।

ভেলজঁই কৈ গল—"এশ ফ্ৰাঁ পাবা যদি মোক আজি ৰাতিটোৰ কাৰণে অকণ আশ্ৰয় দিয়া।"

ঠিক এই সময়তে ডাৱৰ এছটাৰ মাজৰ পৰা জোনটো ওলাই আহিছিল। জোনৰ দিন যেন পোহৰত ভেলজঁৰ বিয়াকুল হিয়াৰ আকুল মুখখন স্পষ্ট হৈ মানুহটোৰ চকুত পৰিল। মানুহটোৱে ওচৰত মানুহৰ মাত শুনি যিমান আচৰিত হৈছিল মানুহটোৱে মুখখন দেখি তাতকৈও বেছি আচৰিত হৈ মাত দিলে "অঁ, ফাদাৰ মেডলেন্ দেখোন!"

অচিনাকি মানুহ এটাৰ মুখত এডোখৰ আচহুৱা ঠাইত ৰাতিৰ আন্ধাৰত এনেভাৱে নাম কঢ়া শুনি ভেলজঁ দুখোজ পাছহুঁহকি পৰিল। ভেলজঁই ইয়াৰ বাহিৰে সকলো বিপদলৈকে সাজু আছিল। মানুহটো এটা সামান্য হজুৱা। ভৰি এটা খোৰা। ভৰিত এটা টিলিঙা। ভেলজঁই মানুহটো ঘূৰি-পকি চাই মাত দিলে 'তুমি! এইটো কাৰ ঘৰ?"

"ক'তনো মৰোঁ! মোক আপুনি চিনি পোৱা নাই? এই কামত আপুনিয়ে মোক সুমুৱাই দিয়া নাইনে? মোক আপুনি গাড়ীৰ তলৰ পৰা উলিয়াই আনি প্ৰাণ দান দিয়া নাইনে?" কথা কোৱাৰ লগে লগে মানুহটো ঘূৰি পৰিল। মুখৰ ওপৰত জোনৰ পোহৰ পৰিল—জঁ ভেলজঁই জোনৰ পোহৰত মানুহটোক চিনি পালে। মানুহটো বুঢ়া ফক্‌লেভেণ্ট।



ভেলজঁই কলে "অ ফকলেভেণ্ট! চিনি পাইছোঁ, চিনি পাইছোঁ। ইয়াত কি কৰিছাঁ?"

"মই চিৰাল, তৰমুজবোৰৰ ওপৰত ঢাকনি দিছোঁ।"

ভৰিত টিলিঙা বন্ধা কিয়?"

"টিলিঙাৰ মাত শুনি তেওঁবিলাক আঁতৰ হব পাৰিব।"

"কোন তেওঁবিলাক?

"ক'তনো মৰোঁ! ইয়াত অকল মাইকী মানুহহে থাকে। তেওঁ-বিলাকে মোক নৌ-দেখোঁতেই আতৰিব লাগে গুণে মই ঘণ্টা দিওঁ।"

"এইটো নো কি ঘৰ?

"ইস্, আপুনি নজনাই হল। এইটো কন্‌ভেণ্ট।"

ভেলজঁৰ এটা এটাকৈ সকলো ঘটনা মনত পৰিল। ফক্‌লেভেণ্টে সুধিলে "বাৰু, আপুনি ইয়ালৈ কেনেকৈ আহিলে? আপুনি সাধু হলেও পুৰুষ—ইয়াত পুৰুষক সোমাবলৈ নিদিয়ে।"

"তুমি আছা নহয়!"

"অকল মই!"

ভেলজঁই বুঢ়াৰ কাষ চাপি গম্ভীৰভাৱে কলে "চোৱা, মই তোমাৰ জীৱন ৰক্ষা কৰিছিলোঁ। মই তোমাৰ কাৰণে যি কৰিছিলো তুমিও আজি মোৰ কাৰণে তাকে কৰা।"

"আপুনি মোৰ কাৰণে যি কৰিলে, মই ঘুৰাই আপোনাৰ বাবে তাৰ দহভাগৰ এভাগ কৰিবলৈ পালেও সাৰ্থক মানিম। ফাদাৰ মেড্‌লেন্! কওক মই কি কৰিব লাগে।"

"তোমাৰ বেলেগ ঘৰ আছে?"

"হয়, পজা এডুখৰি আছে।"

"বেছ। কিন্তু দুটা কথা তোমাক মই এতিয়াই কৈ থওঁ। তুমি ইয়ালৈ মই কেনেকৈ সোমালোঁ—কেতিয়াও নুসুধিবা। আৰু মোক তুমি চিনি পোৱা বুলি কাৰো আগত নকবা।"

"একো কথা নাই। আপুনি সাধু-মানুহ। আপোনাৰ নিচিনা সন্ত-সাধুৰ মনত বেয়া ভাব আছে বুলি মোৰ মনে নধৰে।"

"মোৰ লগত সৰু ছোৱালী এজনী আছে তাইক লৈ আহোঁ, আহা।"

"ছোৱালীও এজনী!"—এই বুলি বুঢ়া ভেলজঁৰ পাছে পাছে যাবলৈ ধৰিলে। কজেটক লৈ দুয়ো পর্জাঁৰ ভিতৰ সোমাল? জুই ধৰি কজেটক সেও পোতক দিলে। আধা ঘণ্টা মানৰ ভিতৰতে কজেটে জুইৰ তাপ পাই সুস্থ মানুহৰ দৰে উশাহ-নিশাহ লৈ শুবলৈ ধৰিলে।

বৃদ্ধ ফকলেভেণ্টে তাৰ প্ৰাণদাতা ফাদাৰ মেড্‌লেনক পাই কি কৰিম কিং নকৰিম লগালে। বিছকুট, মাখন, মদ যি আছিল তাকেই আস্ত-ব্যস্তকৈ আনি ভেলজঁৰ আগত দি আঠুকাঢ়ি হাত যোৰকৈ কলে, "ফাদাৰ মেড্‌লেন্! আপুনি মোক দেখা মাত্ৰেই চিন ধৰিব নোৱাৰিলে। আপুনিয়ে মানুহ এটাৰ জীৱন ৰক্ষা কৰিব, আকৌ আপুনিয়ে তাক চিনি নোপোৱা হব। আপুনি বৰ বেয়া মানুহ!"

জঁ ভেলজঁ এই নগণ্য বৃদ্ধৰ মহৎ প্ৰাণ দেখি মুগ্ধ হৈ পৰিল। টোপনিত পৰাৰ আগতে ভেলজঁই কলে "মই ইয়াতে থাকিম, ইয়াৰ পৰা নেযাও।" বুঢ়াই কথাষাৰ শুনি হতাশ হৈ পৰিল। মটা মানুহ থকা দূৰত থক, 'কনভেণ্ট'ৰ কাষেদিও যাব নোৱাৰে। তেনেস্থলত বুঢ়াই মেড্‌লেনক ৰাখে কি উপায়েৰে? বুঢ়াৰ ভাবনাত টোপনি নাহিল। ভেলজঁই ভাবিলে তেওঁৰ দৰে সংসাৰে ছেই ছেই কৰি খেদি দিয়া অঘৰীৰ কাৰণে এনে অসম্ভৱ ঠাইত লুকাই থকাই একমাত্ৰ উপায়। ভেলজঁৰ ক্ষন্তেক পাছতে টোপনি আহিল।

এপিঠি দুপিঠি কৈ বুঢ়াই অতীতৰ বুৰঞ্জীখন লুটিয়াবলৈ ধৰিলে। বুঢ়াৰ মনত পৰিল ডেকাকালৰ কথা। তেতিয়াৰ স্বাৰ্থপৰ ভাৰ-মই মতালি স্বভাৱ। তাৰ পাছত গাড়ীৰ চকাৰ তলত সোমাই লেণ্ডেৰা হোৱাৰ কথা। ১০।১২টা মানুহ আগত থাকিও গাড়ীখন উলাৰি।দ বুঢ়াক উলিয়াই ননা, বুঢ়া মৰোঁ মৰোঁ হোৱা—ফাদাৰ মেড্‌লেনে নিজক বিপদত পেলাই বুঢ়াক গাড়ীৰ চকাৰ তলৰ পৰা উলিয়াই প্ৰাণদান



দিয়া—পাছত এই কনভেণ্টত চকিদাৰৰ কামত সুমুৱাই দুবেলা দুমুঠি খাবৰ দিহা কৰি দিয়া। বুঢ়াই কৃতজ্ঞতাৰ বান-পানীত গা এৰি দিলে। বিপদ-আপদ সকলো পাহৰি গল। কেৱল মনত হল—এই ফাদাৰ মেড্‌লেনে মোৰ জীৱন ৰক্ষা কৰিছিল—এতিয়া মোৰ পাল।"

বুঢ়াই এম্ নগৰ এৰা বহুত দিন হল। 'কনভেণ্ট'ত থাকে, বাহিৰা খবৰ-খাবাৰ একো নেজানে। ফাদাৰ মেড্‌লেনৰ লগত কজেটক দেখি বুঢ়াৰ মনত অলপ খোকোজা লাগিছিল কিন্তু মেডলেনৰ দেৱোপম কীৰ্ত্তি আৰু প্ৰাণদান দিয়া কথাই বুঢ়াৰ সকলো সন্দেহ তল পেলালে। উপকাৰীৰ শলাগ লবৰ সোণালী সুযোগ পাই বুঢ়া উত্ৰাৱল হৈ পৰিল। বুঢ়াই চকু মুদি বিছনাত পৰি পৰি ভৱিষ্যত কল্পনা কৰিবলৈ ধৰিলে।

পুৱা ভাবনাৰ অঠাই সাগৰ পাৰ হৈ বুঢ়াই চকু মেলিয়ে কাষতে ভেলজঁক জুপুকা মাৰি বহি, শুই থকা কজেটৰ মুখলৈ চাই থকা দেখা পালে। বুঢ়া লৰালৰিকৈ উঠি ভেলজঁৰ কাষতে শাৰী পুৰাই বহি গল। বুঢ়াই অলপ পৰ তলকা মাৰি থাকি সুধিলে "পাছে কি উপায়েৰে নো ইয়াত থাকিবৰ দিহা কৰিছে?" বুঢ়াৰ চিন্তা ভাবনা সকলো এই এষাৰ কথাৰ ভিতৰতে সোমাই আছিল। কথাষাৰ শুনি ভেলজঁৰ ভাবৰ সপোন অন্ত হল। ভেলজঁ বুঢ়াৰ মুখৰ ফালে চাই ৰল।

বুঢ়াই কলে প্ৰথমতে আপুনি নাইবা ছোৱালীজনীয়ে কেতিয়াও দুৱাৰ দলিৰ বাজ হব নোৱাৰিব। দুৱাৰ দলিৰ বাজ হব লাগিলেই আমাৰ আটাইকিটিৰে দিহা লাগিব। আপুনি কিন্তু ভাল সময়তে ওলালহি। ছিষ্টাৰ এগৰাকীৰ টান নৰীয়া, কিজানি মৰিবৰ সময়েই হল। কালি ৰাতিৰে পৰা নামগুণ গোৱা শুনিছো। নৰীয়াৰ কাষৰ পৰা তেখেতসকল এইফালে ফুৰা চকা কৰিবলৈ নাহিব পাৰে। মৰাৰ আগতে নামগুণ হব, মৰাৰ পাছতো হব। সেই কাৰণে আজি দিনটো নিৰাপদ। সকলোখিনি নামগুণ গোৱাতে ব্যস্ত থাকিব। কিন্তু কালিৰ কথাহে মই কব নোৱাৰোঁ। বৰ ভয়—সৰু সৰু ছোৱালীখিনিৰ কাৰণে। সিহঁতে ইয়াত আহি পিতপিতাই ফুৰেহি।

ঠিক এই সময়তে কাঁহৰ মাত শুনা গল। বুঢ়াই কলে "মৰিল শুনক"। ভেলজঁই একো উত্তৰ নিদিলে। মনতে ভাবিলে "কনভেন্টৰ আন আন ছোৱালীহঁতৰ লগতে কজেটকো পঢ়িবলৈ দিম। বুঢ়াই কবলৈ ধৰিলে, "ইয়াত পুৰুষ মহামাৰীৰ নিচিনা। চকচোন, মোৰ গাত ঘণ্টা বান্ধি দিছে। মই জানিবা বনৰীয়া পশুহে।"

ভেলজঁই ভাবিলে "এই কনভেন্টেই মোৰ প্ৰধান আশ্ৰয়।" বুঢ়াক শুনাই কলে, "ইয়াত থকাটোহে বৰ টান হব।"

"থকাটো টান নহয়, ইয়াৰ পৰা ওলাই যোৱাটোহে টান। ইয়ালৈ সোমাবলৈ হলে, আপুনি বাহিৰলৈ ওলাই যাব লাগিব। ছোৱালীটি শুই আছে, তাইৰ নাম?"

"কজেট।"

"আপোনাৰ জীয়েক? এ, কিবাটো আহে! বোলো তাই আপোনাৰ নাতিনীয়েক?"

"এৰা।"

"তাইক উলিয়াই নিব পাৰিম, আপুনি ওলাই যোৱাটোহে টান দেখিছোঁ। এবাৰ বাহিৰ উলিয়াব পাৰিলেই, সুমুৱাবলৈ উপায় কৰিব পাৰিম। অ' সেয়া ঘণ্টা দিছে। মোক মাতিছে, মই যাওঁ আপুনি বহক।"—এই বলি বুঢ়া ওলাই গল। ভেলজঁই বেৰৰ জলঙাই দি বুঢ়াক লেঙুৰিয়াই লেঙুৰিয়াই যোৱা চাবলৈ ধৰিলে।

বুঢ়া গৈ যাই 'ছিষ্টাৰ'ৰ ঘৰ সোমাল। ছিষ্টাৰে মালা জপি বহি আছিল। বুঢ়াক দেখা পাই মাত লগালে "ফাদাৰ ফভেণ্ট! তোমাক কথা এটাৰ কাৰণে মাতি পঠিয়াই ছিলোঁ।

"আইৰ ওচৰত মোৰো এটা গোহাৰি আছে।"

"কোৱা।"

বুঢ়াই নিজৰ বুঢ়া বয়স, লেঙেৰা ভৰি, কামৰ ভিৰ ইত্যাদি কথাৰ মুখ-পাতনি দি দুখ-কষ্টৰ কথা কলে। বুঢ়াৰ এটা ভায়েক আছে। তেখেতে অনুমতি কৰিলে ভায়েকক বুঢ়াই লাওনি পাচনি কৰিবৰ কাৰণে



আনিব খোজে। ভায়েকৰ ছোৱালীজনীও 'ছিষ্টাৰ' কৰিবৰ মন কৰে। ভায়েকে মালীৰ কামো জানো। নহলে বুঢ়াই অকলে কাম কৰা টান হৈ উঠিছে। বুঢ়াৰ কথা শেষ হলত "ছিষ্টাৰে" কলে "ফাদাৰ ফভেণ্ট! 'চেপোল'ৰ মজিয়াৰ পৰা কেচটামান শিল তুলিব লাগিব। পাৰিবা?"

"অকলে নোৱাৰিম, আই! আৰু এটা লগ লাগিব।"

"মাদাৰ এছেন্‌ছনৰ পুৰুষৰ দৰে বল। তেওঁক লগত দিম।"

তিৰুতাই হাজাৰ হলেও পুৰুষৰ যোৰ নেপায়। মোৰ ভাই আহি লেহে সুবিধা হব।"

ছিষ্টাৰে কিছুমান সময় ভাবি উত্তৰ দিলে "ফাদাৰ ফভেণ্ট! তুমি নেজানানে আজি এগৰাকী ছিষ্টাৰ উঠাৰ কথা?"

"নেজানো আই!"

"তুমি কাঁহৰ মাত শুনা নাই।"

"কলা মানুহ আই! মোৰ এই ভৰিৰ টিলিঙাটোৰ মাতকে মই ভালকৈ শুনিবলৈ নেপাওঁ।"

"মাদাৰ ক্ৰুছিফিক্‌শ্যান আজি পুৱাৰ বেলা ঢুকাল। শেষ মুহূৰ্ত্তলৈকে তেওঁৰ জ্ঞান আছিল। আহা! কি সুন্দৰ মৰণ! হাঁহি হাঁহি গল। পৰমেশ্বৰ কাষত হে যেন ঠিয় দিছিলে—স্বৰ্গ! তাতেই স্বৰ্গ!"

বুঢ়াই ভাবিছিল, 'ছিষ্টাৰে' উপাসনা কৰিছে। 'ছিষ্টাৰ'ৰ কথা শেষ হলতে বুঢ়াই উপাসনাৰ শেষ হল বুলি ভাবি মাত দিলে "এমেন!" (শান্তি!)

"ফাদাৰ ফভেণ্ট! মৃতাৰ কামনা পূৰ্ণ কৰা উচিত।"

"সঁচা।"

ছিষ্টাৰে মালা জপি জপি কৈ গল "ফাদাৰ ফভেণ্ট! মাদাৰ ক্ৰুছিফিকশ্যনে কুৰি বছৰ যিটো কফিনত শুই আহিছিল সেই কফিনতে তেওঁক কবৰ দিব লাগিব।"

"তেন্তে সেইটো কফিনতে মই তেওঁক বন্ধ কৰিব লাগিব।"

"এৰা।"

"ছৰ্কাৰী কফিনটো তেনেহলে আমাক নেলাগে?"

"ঠিক ধৰিলা।"

"যিহকে আদেশ দিয়ে মই তাকে কৰিম।"

"চাৰি গৰাকী 'ছিষ্টাৰে' তোমাক সহায় কৰিব।"

"কফিন'টো বন্ধ কৰিবলৈ? মই অকলে পাৰিম।"

"নহয়। 'চেপোল'ৰ ভিতৰত কবৰ দিবলৈ।"

"চেপোলৰ ভিতৰত?"

"এৰা।"

"কিন্তু যদি চৰ্কাৰে জানে?"

"মৃতাৰ শেষ অনুৰোধ পূৰণ কৰিবই লাগিব। ঈশ্বৰৰ আইনৰ আগত মানুহৰ আইন একো নহয়। তেওঁ জীয়াই থাকোঁতে যত বহি উপাসনা কৰিছিল তাতেই তেওঁক থোৱা হক। কনভেণ্টৰ ঘটনা বাহিৰৰ কোনেও ভুকে নেপাব। তুমি জানিবা আৰু আমি জানিম।"

"মোক দেৱালৰ এচপৰা ইটা বুলি ভাবিবচোন। এনে কামৰ কাৰণে মোৰ ভাই হলে বেছ হলহেতেন।"

"তুমি ঘণ্টা শুনা মাত্ৰকে আহিবা।"

"শুনা মাত্ৰকে আহিব নোৱাৰোঁ গুণেহে, ভাইকো আনো বুলিছিলো। লেঙেৰা মানুহ; এখোজ আহোঁতেই এপৰ যায়।"

"পাছে চৰ্কাৰী 'কফিনটো' কি কৰিবা? তাকতো চৰ্কাৰী কবৰখানালৈ নিবই লাগিব।"

বুঢ়াই কিছুমান পৰ তলকা মাৰি থাকি উত্তৰ দিলে "তাৰ উপায় ওলাব। ইফালে ইটো 'কফিন'ত কবৰ দি, সিটো 'কফিন'ত মাটি ভৰাই গধুৰ কৰি গজাল-চজাল মাৰি বন্ধ কৰি থম। সিহঁত আহি গমকে ধৰিব নোৱাৰিব। নিসন্দেহে মাটিকে কবৰ দি ঘৰা-ঘৰি গুচি যাব।

"ছিষ্টাৰ'ৰ মুখত হাঁহিৰ ৰেখা বিৰিঙি উঠিল। বুঢ়াক সম্বোধন কৰি কলে "ফাদাৰ ফভেণ্ট! কাইলৈ কবৰ দিয়া শেষ হলে ভায়েৰক মোৰ গুৰিলৈ লৈ আহিবা। ছোৱালীজনীকো লৈ আহিবলৈ কবা।"

অভিবাদন জনাই বুঢ়া ঘৰলৈ উভতিল। উভতি আহোঁতে বুঢ়াই



ভাবি ভাবি এখুজি দুখুজিকৈ আহিছিল। সেই কাৰণে 'ছিষ্টাৰ'ৰ ঘৰৰ পৰা বুঢ়াই নিজৰ পঁজাৰ দুৱাৰ মুখ পাওঁতেই প্ৰায় আধাঘণ্টামান সময় গল। বুঢ়াই ঘৰ সোমাই ভেলজঁৰ লগত পৰামৰ্শ কৰিবলৈ ধৰিলে। ভেলজঁক সকলো কথা ভাঙি পাতি কলে। কজেটক বুঢ়াৰ পিঠিতে থৈলা এটাৰ ভিতৰত সুমুৱাই বাহিৰৰ বুঢ়ী এজনীৰ ঘৰত থৈ অহাৰ বন্দৱস্ত হল। বুঢ়াই ভেলজঁকহে বাহিৰলৈ নিয়াৰ উপায় বিচাৰি নেপালে। অলপমান পৰ ভাবি ভেলজঁই মাত দিলে এটা উপায় আছে। যিটো চৰ্কাৰী কফিন'ত মাটি ভৰাই চৰ্কাৰী কবৰস্থানলৈ লৈ যাবা—তাত মাটি নভৰাই মোকে ভৰাই দিয়া।"

"যক—আপুনি কিবা ধেমালি খন কৰে!"

"নহয়। ধেমালি নহয়। ইয়াৰ পৰা ওলাই যাবলৈ সেইটোৱেই উজু উপায়। ৰাতি দুই মান বজাতে তুমি মোক কফিন'ৰ ভিতৰত বন্ধ কৰি পেলাবা। যত মূৰ নাক মুখ পৰিব তাত অলপ অলপ বিন্ধা কৰিবা। ওপৰৰ তক্তাখনো টানি নগজালিবা। মই বেছ উশাহ লব পাৰিম, কিন্তু কবৰৰ পৰা ওলাম কেনেকৈ?"

"তাৰ কাৰণে ভয় নাই। যদি 'কফিন'ৰ ভিতৰত আপুনি জীয়াই থাকে কবৰৰ পৰা ময়ো আপোনাক জীয়াই জীয়াই উলিয়াই আনিব পাৰিম। কবৰত মাটি দিয়া মানুহজন মোৰ পৰম বন্ধু। তেওঁ ভয়ঙ্কৰ মদপী। মদ খুৱাই লৈ আপোনাক 'কফিন'ৰ পৰা উলিয়াই কফিন' বন্ধ কাৰ দিম। একো ভয় নাই।"

ভেলজঁই বুঢ়াৰ ফালে হাত মেলি দিলে। বুঢ়াই ভক্তি গদ্ গদ্ হৈ ভেলজঁৰ হাতখন দুই হাতে সাবটি ধৰি মূৰ দোৱাঁই বহি পৰিল।

পিছদিনা আবেলি পৰত কনভেণ্টৰ ওচৰৰ বাটেদি এখন মৰা-শ নিয়া গাড়ী যাওঁতে ভেটা-ভেটি হোৱা দুই চাৰি বাটকৰাক মূৰৰ টুপি খোলা দেখা গল। লগত যোৱা মানুহ এজনৰ পৰাই বুজিব পৰা গল যে মৰা শটি কনভেণ্টৰ। মানুহজন লেঙেৰা বুঢ়া ফকলেভেণ্ট। গাড়ী কবৰ স্থানৰ দুৱাৰ মুখত ৰোৱা মাত্ৰকে কবৰ স্থানৰ মানুহ আহি

ধৰাধৰিকৈ কফিনটো কবৰ দিয়া ঠাইলৈ লৈ গল। ফকলেভেণ্টৰ মনত অপাৰ ৰঙ। প্ৰকৃত মৃতাক কবৰ দি এক কৰ্ত্তব্য সাধন কৰি আহিছে—বাকী মেডলেনক সকুৱাই নিয়া। তাকো সুকলমে সাধন কৰিব পাৰিব বুলি বুঢ়াৰ দৃঢ় বিশ্বাস। বুঢ়াই উপাসনা আদি কেতিয়া শেষ হয় কেতিয়া শেষ হয় দেখিছে।

কবৰৰ ভিতৰত কফিন্ পেলাই দিলে; উপাসনা শেষ হৈ গল, বাকী মাত্ৰ মাটি দিয়া। বাকী মানুহ দিহাদিহি গল। কবৰত মাটি দিয়া মানুহে আহি মাটি দিবহি। বুঢ়া ফকলেভেণ্টে ফাদাৰ মেষ্টিয়েন আহিব বুলি ইফালে সিফালে চাওঁতেই, মেষ্টিয়নৰ পৰিবৰ্ত্তে আন এটা মানুহে হাতত কোৰ লৈ কবৰত মাটি দিবলৈ মাটি এছাব তুলি লোৱা দেখি স্বৰগপৰা মানুহৰ দৰে স্তম্ভিত হৈ পৰিল। বুঢ়াৰ মূৰত বিনা-মেঘে বজ্ৰ-পাত হল। বুঢ়াৰ পেটতে হাত-ভৰি লুকাল। বুঢ়াই মানুহটোকে কবৰৰে মাজত ঠিয় দি মাত দিলে—"তু—মি কোন ?" "মই কনভেণ্টৰ ফালৰ কবৰত মাটি দিয়া মানুহ।" "তুমিও যদি কবৰত মাটি দিয়া মানুহেই তেন্তে আমি দুয়ো লগৰীয়া।"

"ৰেছ আমি দুয়ো বন্ধু",

"বন্ধু হবলৈ হলে একেলগে বহি মদ খাব লাগিব। আহাঁ, আমি আগেয়ে মদ খাই আহোঁ। ধন মই দিম।"—এই বুলি বুঢ়া মানুহটোৰ ওচৰ চাপি আহিল। তেতিয়া কবৰ স্থানৰ কাষত কতো এটি মানুহো নাই। আন্ধাৰ ঘনাই আহিছিল।

কবৰৰ কাম শেষ নোহোৱালৈকে মানুহটো কলৈকো এখোজো যাবলৈ মান্তি নহল। বুঢ়া ভাবি অস্থিৰ হৈ পৰিল। মানুহটোৱে হাউলি এচাব-দুচাবকৈ কবৰত মাটি পেলাবলৈ ধৰিলে। বুঢ়াৰ তালুৰেদি জীৱ গল। এনেতে বুঢ়াৰ চকুত পৰিল মানুহটোৰ জেপত থকা বগা কাৰ্ডখন লৈ। এই কাৰ্ড্খন দিহে মানুহে কবৰ-স্থানলৈ সোমাব পাৰে। ওলাবৰ সময়ত ৰাতি হলে এই কাৰ্ড্খন দেখুৱাব নোৱাৰিলে কবৰ-স্থানতে বন্ধ থাকিব লাগিব। নতুবা পোন্ধৰ ফ্ৰাঁ জৰিমনা দিহে ওলাব



পাৰিব। বুঢ়াৰ কাৰ্ড্খনত চকু পৰা মাত্ৰকে মন নাচি উঠিল। মানুহটোৰে কুজাহৈ মাটি খানোতেই বুঢ়াই পুতকৰে মানুহটোৰ জেপত হাত ভৰাই কাৰ্ড্খন লৈ আহিলে। মানুহটোৱে গমকে নাপালে। মানুহটোৱে কবৰত আকৌ এচাব মাটি পেলাব খুজিছে এনেতে বুঢ়াই মাত দিলে "তুমি কবৰ স্থানৰ কাৰ্ড্খন আনিছানে ? ৰাতি হৈ আহিল কাৰ্ড্ নাই অনা যদি বিপাদত পৰিবা।" কাৰ্ড্ নেথাকিলে কি কি বিপদ হব পাৰে মানুহটোৰ সেই বিষয়ে বেছ জ্ঞান আছিল। 'কাৰ্ড্'ৰ কথা শুনি সি কোৰ এৰি জেপত 'কাৰ্ড্' বিচাৰিবলৈ ধৰিলে। জেপত 'কাৰ্ড্' নেপাই সি মাত দিলে "ভাল হল ! 'কাৰ্ড্'টো ঘৰত এৰি আহিলোঁ। এতিয়া কি কৰোঁ ?"

তুমি ৰাতি নৌ হওঁতেই এতিয়াই যোৱাঁ। তোমাৰ হৈ ময়ে কবৰত মাটি দিও। মিছাতে বিপদ চপাই নলবা।"

বুঢ়া ফকলেভেণ্টে কথাষাৰ্ কবলৈহে পালে মানুহটোৱে কোৰ পেলাই "বৰ ৰক্ষা কৰিলা" বুলিয়ে ভিৰাই ঘৰৰ ফালে ঢাপলি মেলিলে। যেতিয়া মানুহটো আন্ধাৰত নেদেখা হৈ পৰিল, বুঢ়াই ইফালে সিফালে ঘূৰি-পকি চাই সাউৎ কৰে কবৰৰ তললৈ নামি গল। 'কফিন'টোৰ ওপৰত কাণ দি বুঢ়াই মাত দিলে "ফাদাৰ মেড্লেন।"

'কফিন'ৰ ভিতৰত কোনো সাৰ-সুৰ শুনা নগল। বুঢ়া ভয়ত থকৃথক্ কৰে কপিবলৈ ধৰিলে। হুৰা-মুৰাকৈ কফিনটো খুলি বুঢ়াই ভেলজঁৰ মুখখন জুমি জামি চাই থৰ হৈ পৰিল। বুঢ়াই বুকুত চপৰিয়াই চপৰিয়াই চিঞৰি উঠিল "মৰিল ! মৰিল ! ভাল ৰক্ষা কৰিবলৈ লৈ আহিছিলো।"

প্ৰকৃততে ভেলজঁ মৰা নাছিল। বহুত পৰৰপৰা বন্ধ থকাৰ কাৰণে অচেতন হৈ পৰিছিল। কফিনৰ ওপৰত কাঠছটা এৰুৱাই দিলত মুকলি বতাহ লাগি চেতনা আহিল। চেতনা পাই চকু মেলি ওচৰতে অথিৰ-অবিৰ হৈ থকা বুঢ়াক দেখি মাত লগালে "মোক কিবা আছে যদি দিয়া, বৰ জাৰ লাগিছে।"

বুঢ়াই মৰা মানুহ ঘূৰাই পাই বৰ ভয় আৰু আনন্দৰ বেমেজালিত পৰি অবাক হৈ পৰিল। কিছুমান পৰৰ পাছত সপোনৰ পৰা উঠা মানুহৰ দৰে মাত দিলে "বলক, বলক, ইয়াৰ পৰা।"

ভেলজঁ কবৰৰ ওপৰলৈ উঠি আহিল। বুঢ়াই কফিনটো বন্ধ কৰি কবৰটো পুতি পেলালে। সকলো কাম শেষ হৈ গলত দুয়ো কবৰ স্থানৰ বাহিৰ ওলাল। বাট্ পায়ে বুঢ়াই মাত দিলে "উস! কেনে সুবিধাকৈ কামটো হৈ গল! ফাদাৰ মেড্লেন্! আপোনাৰ মনত হলে ভাল বুধিটোৱেই খেলাইছিল।"

পিছদিনা পুৱা 'কনভেণ্টৰ বাগিচাত এটা ঘণ্টাৰ ঠাইত দুটা ঘণ্টাৰ মাত শুনা গল। দুটা ফকলেভেণ্টে ওচৰা-ওচৰিকৈ কোৰ মাৰি ফুৰিছিল। ছিষ্টাৰবিলাকেও তেওঁলোকৰ ওৰণীৰ একোণেদি এই ককায়েক ভায়েক হালক চোৱাৰ লোভ সামৰিব নোৱাৰিছিল। তেওঁলোকে কোৱাকুই কৰিলে "আমাৰ বুঢ়া মালী ফভেণ্টৰ ভায়েকে ককায়েকক লেঙেৰা গুণে লাঙনি-পাচনি কৰি দিবলৈ আহিছে।"

ভেলজঁই কনভেণ্টত নিগাজিকৈ কাম ললে। কজেট কনভেণ্টৰ ছাত্ৰী হল।

কজেটেই ভেলজঁৰ সংসাৰ বান্ধোন। সংসাৰ-অন্ধ ভেলজঁৰ কজেট কণাৰ-লাখুটী। ভেলজঁৰ সংসাৰত বন্ধু বুলিবলৈ কোনো নাই। ঈশ্বৰেই তেওঁৰ একমাত্ৰ সহায়। ঈশ্বৰৰ পৱিত্ৰ মন্দিৰেই দুবাৰ দুটা বিপদৰ সময়ত তেওঁক পৰিত্ৰাণ কৰিছে। প্ৰথমবাৰ মানুহে তেওঁক দেখি ছেই ছেই কৰি দুৱাৰ দাঙ মাৰোঁতে বিশ্বপ মেৰিয়েলৰ অবাৰিত দ্বাৰে তেওঁক হাত বাউল দি মাতি নি অধঃপতনৰ পৰা ৰক্ষা কৰিছিল; আনবাৰ এই বাঘৰদৰে মানুহে তেওঁক আক্ৰমণ কৰিবলৈ খেদি আহোতে পুৰুষৰ অভেদ্য কনভেণ্টৰ দেৱালে তেওঁক নিৰাপদ আশ্ৰয় দি কাৰাবাসত পচি মৰাৰ হাত সকুৱালে। এই কজেট আৰু ঈশ্বৰক লৈয়ে ভেলজঁই সংসাৰ পাতিলে। এচুকত স্নেহ আৰু আন চুকত শলাগৰ নিজৰা বোৱাই ভেলজঁই কনভেণ্টত দিন কটাবলৈ ধৰিলে। কজেট দোপত দোপে বাঢ়ি আহিল।

---

## সপ্তদশ অধ্যায়

ভেলজ আৰু কজেটে এইদৰে প্ৰায় ৮।৯ বছৰ মানেই কটালে। কজেট এতিয়া বৰ এজনী; —গাভৰু।

এই সময়ত চেটু ড' ইউৰ ফালে প্ৰায়েই লৰা এটাক বাটে বাটে অনাই-বনাই ফুৰা দেখা গৈছিল। লৰাটোৰ ককালত এটা বৰ ডাঙৰ ঠেঙা, দেখিলে বাপেকে দিয়া বুলিও মনে নধৰে। গাত কোনোবা মৰমিয়াল তিৰুতাই পুতো কৰি দিয়া ব্লাউছৰ নিচিনা ছোলা এটা, তাৰো ঠায়ে ঠায়ে দহি ওলমিছে। লৰাটো দেখিলেই কেওঁ-কিছু নাইকিয়া ঘাট-মাউৰা যেন লাগে। ঘৰ নাই, বাৰী নাই; বাটে-পথে ধিতিঙলি কৰি ফুৰে। কামৰ ভিতৰত হাঁহি-কিৰিলিয়াই গাই, নাচি ঘূৰি ফুৰা—দুই চাৰি বাটৰুৱাক সময়ে সময়ে চুপতি ভেঙুচালি কৰা। 'চোৰ' বুলি গালি নেপাৰিলে আন কোনো গালি শপনিয়ে তাৰ খং তোলাব নোৱাৰিছিল—বৰঞ্চ "দুষ্ট দগাবাজ" বুলি গালি শপিলে সি হাঁহি তিলিকি মাৰি জপিয়াইহে উঠিছিল। জাৰত কাষ চাপি বহিবলৈ এখনি জুহাল নাছিল, ৰাতি কাতি হৈ পৰি থাকিবলৈ এখনি চালি নাছিল: ভোকত খাওঁ বুলিলে এটুকুৰা ৰুটিও পাবলৈ নাছিল। টানে-আপদে চাওঁতা-চিতোঁতা দূৰে থ'ক, এষাৰ মাতো পোৱাৰ আশা নাছিল। তথাপি তাৰ চিন্তা নাই; ভাবনা নাই; সদায় হাঁহি, সদায় ৰং। সি যেন এই অকলশৰীয়া মুকলি মূৰীয়া সংসাৰখন নিজেহে বাচি লৈছে!

প্ৰকৃততে লৰাটো মাক-বাপেক নাইকিয়া বা ঘাট-মাউৰা বা ঘৰ-নথকা অঘৰী নহয়। থকাত তাৰ মাক-বাপেক দুয়ো আছিল। সচায়-মিছায় এখনি ঘৰো আছিল। দুজনী কান-সমনীয়া গাভৰু বায়েকো। কিন্তু থাকিলে কি হব? বাপেকৰ কথা দূৰে থ'ক, জয়জননী মাকজনীয়েও তাৰ ভু নলয়। গতিকে বাটেই তাৰ ঘৰ হৈ পৰিল। বাটৰ শিলো

তাৰ মনত মাকৰ বুকুতকৈ বেছি কোমল হৈ উঠিল। তথাপি হেজাৰ হলেও লৰাৰ লৰা মন। মাকে তাক এইদৰে বনবাস খপিবলৈ এৰি দিয়া সত্ত্বেও, সি মাকলৈ পাহৰিব নোৱাৰিছিল। দুমাহ তিনি মাহৰ মূৰ পৰিলে, মাকলৈ মনত পৰি ঘৰলৈ ঢাপলি ধৰিছিল। মাকক চাই আহিলে তাৰ মনত যে কি আনন্দ! লৰাটোক মানুহে 'গেভৰ'ক বুলি মাতে। বাপেকৰ নাম জনদ্ৰেট্। বাপেক আগেয়ে জঁ-ভেলজঁ থাকি যোৱা ঘৰটোকে কেৰেয়া কৰি থাকিবলৈ লৈছে।

গেভৰোকে মাকলৈ মনত পৰি দুমাহ তিনি মাহৰ মূৰত চাবলৈ আহিলেও তাক যে বাপেক বা মাকে অলপ পুতৌ কৰিছিল এনে নহয়। সি আশা-দাশা কৰি মাক-বাপেক আৰু বায়েকহঁতৰ কাষ চাপেহি হয়, কিন্তু এষাৰ মাত বা এটি হাঁহিও সি সমিধান নেপায়—এনে কঠুৰা ঘৰ, এনে কঠুৰা হিয়া! ক্ষন্তেক থাকিয়ে আকৌ তাৰ আছল ঘৰ—বাটৰ কাষৰ গছৰ তললৈ গুচি যায়। উৰণীয়া পাখি নৌ গজোতেই বাহৰ পৰা মাকবাপেকে বলেৰে উলিয়াই দিয়া লৰাটোৰ দুখৰ কথা নগৰৰ সৰহ ভাগ মানুহৰ মুখতে। লৰাটোৰ পৰাই এই জনদ্ৰেট পৰিয়ালক নগৰৰ সকলোৱে চিনি পায়।

জনদ্ৰেট পৰিয়ালে লোৱা ঘৰটোৰ কাষতে আন এটা সৰু ঘৰত মছিঅ'ৰ মেৰিয়াছ নামেৰে এজন দুখীয়া ডেকা লৰাই থাকিবলৈ লৈছিল।

যি সকল বীৰৰ অতুলনীয় স্বাৰ্থত্যাগ আৰু দেশভক্তি মহাবীৰ নেপলিয়ানৰ লগতে ফৰাছী ৰাষ্ট্ৰবিপ্লৱৰ অমৰ বুৰঞ্জীত আজিও লেখা আছে, ৱাটাৰলু ৰণক্ষেত্ৰত কথমপি প্ৰাণ ৰক্ষা হৈ অহা পণ্টমাৰচি তাৰ ভিতৰত এজন। প্ৰজাতন্ত্ৰ বিৰোধীসকলে অৱশ্যে আজীৱন ৰাজদ্ৰোহী বুলিয়েই তেওঁলোকক ঘৃণা কৰি গল আৰু ঘৃণা কৰিবও। দুখীয়াৰ ঘৰত জনম লৈ অধ্যৱসায় আৰু চেষ্টা-চৰিত্ৰৰ বলত সামান্য সৈনিকৰ পৰা উচ্চপদ লাভ কৰাৰ জ্বলন্ত চানেকি আছিল পণ্টমাৰচি। নেপোলিয়ানক ৱাটাৰলুৰ সমৰত পণ্টমাৰচিয়ে নিজক বিপন্ন কৰি মৃত্যুৰ হাতৰ



পৰা ৰক্ষা কৰোতে যুদ্ধক্ষেত্ৰতে সম্ৰাটৰ মুখৰ পৰা শুনিবলৈ পাইছিল "পণ্টমাৰচি, তুমি আজিৰ পৰা কৰ্ণেল বেৰণ আৰু লিজন অৱ অনাৰ'ৰ বিষয়া হলা"। পণ্টমাৰচিয়ে উত্তৰ দিলে—"মোৰ বিধৱা পত্নীৰ ধন্যবাদ ল'ক।" যদিও পণ্টমাৰচি নমৰিল, নেপলিয়ানৰ অধঃপতনৰ লগে লগেই তেওঁৰ পদ-পদবী লোপ পালে। প্ৰজাতান্ত্ৰিক দল ছিন্ন ভিন্ন হোৱাৰ লগতে পণ্টমাৰচিৰো সকলো গল। আনকি, তেওঁৰ সুখ-দুখৰ লগৰীয়া প্ৰিয়তমা পত্নীয়েও এটি শিশু সন্তান এৰি থৈ ইহলীলা সম্বৰণ কৰিলে। পণ্টমাৰাচিয়ে দুখে-বেজাৰে ভাৰ্নিন নগৰৰ এচুকত এটা ঘৰ লৈ সংসাৰৰ পৰা যিমানে পাৰে আঁতৰি থাকিবলৈ বিচাৰিলে।

পণ্টমাৰচিয়ে ঘৈণীয়েকক বৰ চেনেহ কৰিছিল। প্ৰিয়তমা ভাৰ্য্যাৰ অকাল বিয়োগত পণ্টমাৰচিৰ যুদ্ধত হাৰি আধাভগা হিয়া একেবাৰেই ভাগি চূনচাত হল। ভাবিছিল, অকলশৰীয়া জীৱনৰ নীৰলা বছৰকেইটা তেওঁৰ পত্নীৰ শ্ৰেষ্ঠ উপহাৰ শিশু পুত্ৰটিকে বুকুত বান্ধি পাৰিলে মনৰ দুখ পাহৰি থাকিব। কিন্তু ভাগ্য-বিপৰ্য্যয়ত সিও হৈ নুঠিল। প্ৰজাতন্ত্ৰ বিৰোধী শহুৰ জিল নৰমেণ্ডে তাকো কাঢ়ি লৈ গল। পণ্টমাৰচিৰ একো নাই। অপুত্ৰক শহুৰেক অগাধ সম্পত্তিৰ অধিকাৰী। শহুৰেকে কৈয়ে দিছিল, নাতিয়েক পণ্টমাৰচিৰ লগত থাকিলে এটা ছুৰো উত্তৰাধিকাৰী হব নোৱাৰে। ৰাজদ্ৰোহী দস্যুৰ লগত নাতিয়েকৰ কোনো সম্বন্ধই থাকিব নোৱাৰে। বাপেকে পুতেকৰ ভৱিষ্যতলৈ চাই আৰু পুতেকক মৰম কৰিবলৈ নেপাই নিজৰ ফুলনিবাৰীৰ ফুলকিটিকেই মৰম কৰি দিন কটাবলৈ বাধ্য হল। মেৰিয়াছ পণ্টমাৰছিয়ে ককায়েকৰ ঘৰত থাকি ডাঙৰদীঘল হৈ পঢ়াশুনা কৰিবলৈ ধৰিলে। পুতেকৰ কোনো অনিষ্ট হোৱাৰ ভয়ত বাপেকে কোনো ভূ-ভা লবলৈ সাহ নকৰিলে। পুতেকেও ককাকে খঙ কৰে বুলি বাপেকলৈ চিঠিপত্ৰ নিলিখে। ওচৰতে থাকিও দুয়ো বহুত দূৰৈত ৰল। বাপেক-পুতেক হৈও কৰবাৰ কোনোবা হোৱাদি হল।

১৮২৩ খৃষ্টাব্দত মেৰিয়াছৰ বয়স ১৭ বছৰ। তেতিয়া মেৰিয়াছে

ককাকৰ আদেশত "আইন" পঢ়িছে। এদিন কলেজৰ পৰা মেৰিয়াছ ঘূৰি আহিছে, এনেতে ককাকে হাতত এখন চিঠি লৈ আহি মেৰিয়াছক কলে, "কাইলৈ তুমি ভাৰ্ণনলৈ যোৱাঁ।" মেৰিয়াছে সুধিলে "কিয়"? ককাকে উত্তৰ দিলে "তোমাৰ পিতাৰক চাবলৈ।"

মেৰিয়াছ আচৰিত হল। ককাকে যে নিজে মেৰিয়াছক বাপেকৰ গুৰিলৈ পঠিয়াব সেইটো সপোনতো ভবা নাছিল। ককাকে কলে, "পিতাৰাৰ কিজানি টান নৰিয়া, সেইহে তোমাক চাবলৈ মাতিছে। পুৱা ছয় বজাৰ সময়ত ভাৰ্ণনলৈ এখন গাড়ী যায়। সেই খনত গলেই ৰাতিলৈ পাবগৈ। সেই গাড়ীতে যোৱাঁ। নৰিয়া হেনো বৰ টান।" এই বুলি বুঢ়াই চিঠিখন জেপত পেলাই গুচি গল। মেৰিয়াছৰ বিশ্বাস বাপেকে তাক বৰ ভাল নেপাইছিল। নহলে একেটা পুতেকক এইদৰে এৰেনে? আনপিনে, ককাকৰ শিক্ষাৰ তলত থাকি মেৰিয়াছ বিপ্লৱবাদীৰ মতৰ সম্পূৰ্ণ বিৰোধী হৈ পৰিছিল। তথাপি বাপেকক চাবলৈ মেৰিয়াছ পাছদিনা পুৱাই ভাৰ্ণনলৈ ৰাৱনা হল।

গধূলি বেলিকা মেৰিয়াছ আহি ভাৰ্ণন পালেহি। বাটৰ মানুহক সুধি সুধি পণ্টমাৰচিৰ ঘৰ ওলালগৈ। দুৱাৰত বহুত পৰ ঢকিওৱাৰ পিছত এগৰাকী মাইকী মানুহে আহি দুৱাৰ মেলি দিলে। মেৰিয়াছে সুধিলে, "মছিয়ৰ পণ্টমাৰচি আছেনে?" মানুহজনীয়ে কোনো উত্তৰ নিদিলে, থৰ হৈ ঠিয় দি থাকিল। "এইটো তেওঁৰ ঘৰ হয়নে?" মানুহজনীয়ে মূৰ জোকাৰি "হয়" বুলি উত্তৰ কৰিলে। "তেওঁৰ লগত কথা কব খোজোঁ।" মাইকী গৰাকীয়ে মূৰ জোকাৰি অসন্মতি জনালে। "কিয়? মই তেওঁৰ পুতেক। তেওঁ মোক মাতি পঠিয়াইছে।" "তেওঁ তোমালৈ বাট চাই বৈ থকা নাই" বুলিয়ে মানুহজনীয়ে চকুপানী টুকি মেৰিয়াছক ভিতৰ সুমুৱাই নিলে।

ভিতৰত তিনিজন মটা মানুহ। এজন মানুহ ঠিয় হৈ আছিল। এজনে আঁঠুকাঢ়ি প্ৰাৰ্থনা কৰিছিল আৰু এজন মাটিত চিত হৈ পৰি আছিল। পৰি থকাজনেই কৰ্ণেল পণ্টমাৰচি। আন দুজনৰ এজন



ডাক্তৰ আৰু এজন পাদুৰী। তিনি দিনৰ আগতে পণ্টমাৰচিৰ জ্বৰ হৈছিল। গতি বেয়া যেন ভাবি পুতেকক চাবলৈ বুলি শহুৰেক জিল নৰমেণ্ডলৈ চিঠি লিখি বাটলৈ চাই আছিল, সেই দিনা অলপ আগতে জ্বৰৰ বিকাৰত "মোৰ লৰা আহি নোলালহি, ময়েই তাক চাই আহোঁ বুলি বিছনাৰ পৰা জাপমাৰি উঠিয়ে মাটিত লুটি খাই পৰি শেষ হল। চাকিৰ পোহৰত কৰ্ণেলৰ শেতা গালেদি বৈ যোৱা চকুলো ধাৰ তেতিয়াও দেখিবলৈ পোৱা গৈছিল। চকুত জ্যোতি নাছিল যদিও, চকুলোধাৰ শুকাই যোৱা নাছিল। পুতেকৰ পলমত এইধাৰি চকুলো মৰণৰ আগতে বৈ আহিছিল।

মেৰিয়াছে মানুহজনৰ শান্ত প্ৰশান্ত মুখখনৰ ফালে চাই থাকিল। এই মুখ দেখা মেৰিয়াছৰ এয়ে প্ৰথম আৰু এয়ে শেষ। যুদ্ধত আহত হোৱা ক'লা ক'লা চিন তেতিয়াও জিলিকি আছিল। বলিষ্ঠ দেহ, সুন্দৰ গঠন, মুখত অকলঙ্কনীয় চৰিত্ৰৰ দীপ্তি। মেৰিয়াছে ভাবিলে—এই বীৰ পুৰুষেই তাৰ পিতৃ আৰু এই পিতৃয়েই আজি মৃত! তাৰ হিয়া ফাটি যোৱাৰ দৰে হল।

পণ্টমাৰচিৰ বিশেষ কোনো লেখত লবলগীয়া সমপত্তি নাছিল। চকি মেজ যি অলপ অচৰপ আছিল তাৰেই সমাধি কাৰ্য্য সম্পন্ন হল। লিগিৰীজনীয়ে পণ্টমাৰাচিয়ে মৰাৰ অলপ আগতে লেখি থৈ যোৱা চিঠি এখন আনি মেৰিয়াছৰ হাতত দিলে। তাত লেখা আছিল "মোৰ পুত্ৰলৈ। ৱাটাৰলুৰ ৰণক্ষেত্ৰত সম্ৰাটে মোক বেৰণ পাতিছিল। বুৰবৰ্ণ ৰজাই এই পদবী স্বীকাৰ নকৰে। মই এই সন্মান মোৰ বুকৰ তেজ দি কিনিছিলোঁ। মোৰ পুত্ৰই তাক ভোগ কৰিব। মোৰ বিশ্বাস, সি এই সন্মানৰ উপযুক্ত হব।" কাগজখনৰ আন পিঠিত লেখা আছিল "এই ৱাটাৰলুৰ যুদ্ধতে টেনাৰ্ডিয়াৰ নামে এজন ছাৰ্জেণ্টে মোৰ জীৱন ৰক্ষা কৰিছিল। শুনো, তেওঁ হেনো পেৰী নগৰৰ ওচৰত মফেয়াৰ মেল নামে গাওঁ এখনত এটা হোটেল পাতিছে। মোৰ পুত্ৰই যদি এই টেনাৰ্ডিয়াৰক লগ পায় তেন্তে তেওঁ যথাসাধ্য সহায় কৰিব।"

মেৰিয়াছে কাগজখন পঢ়ি সামৰি-সুতৰি জেপত ভৰাই থলে। ভাৰ্ণনত বাপেকৰ অন্ত্যোষ্টি ক্ৰিয়াৰ কাৰণে দুদিন কটায়ে তিন দিনৰ দিনা পেৰীলৈ উভটি আহিল।

মানুহে মানুহক মৰা দেখিলে যি এফেৰা বেজাৰ লাগে মেৰিয়াছৰ বাপেকৰ মৰণত তাতকৈ কোনো ৰকমেই বেছি দুখ-বেজাৰ নেলাগিল। মেৰিয়াছে তাৰ বাপেক আছে বুলি শুনিছিল কিন্তু জনা-বুজা হবৰে পৰা বাপেকৰ মৰম কেনেকুৱা বুজিবলৈকে নেপালে। আনপিনে, ককাকৰ লগত সিও বোনাপাৰ্টিৰ সমৰ্থনকাৰী বিপ্লৱবাদীবিলাকক ৰাজদ্ৰোহী বুলি ঘিণ কৰি আহিছিল। বাপেকৰ মৰণৰ পিছত মেৰিয়াছে বাপেকৰ কথা একেবাৰেই পাহৰি গল। লোকক দেখুৱাবলৈ বুলি মাথোন তাৰ টুপিটোত এডাল ক'লা ফিটা মেৰিয়াই ললে। ইমানতেই মেৰিয়াছৰ পিতৃবিয়োগ শোকৰ শেষ পৰিল।

সৰুতে দেওবাৰে দেওবাৰে মেৰিয়াছ পেহীয়েকৰ লগত গীৰ্জ্জাঘৰলৈ অহাযোৱা কৰিছিল। এতিয়া বয়সত উপাসনা কৰাটো মেৰিয়াছৰ এটা অভ্যাসেই হৈ পৰিল। এদিন দেওবাৰে মেৰিয়াছে উপাসনা কৰিবলৈ বুলি গীৰ্জ্জা ঘৰ সোমাল। এই গীৰ্জ্জাঘৰেই মেৰিয়াছৰ শৈশৱৰ ক্ৰীড়াভূমি। গীৰ্জ্জাত সোমাই খুটা এটাৰ আঁৰত থকা চকি এখনত বহি মেৰিয়াছ উপাসনাত বহিল। মেৰিয়াছ বহা চকিখন গীৰ্জ্জা ঘৰৰ চকি নহয়, কোনোবা মানুহৰ নিজা চকি। চকিৰ পিঠিত গৰাকীৰ নামো লেখা আছিল। মেৰিয়াছে সেই বোৰলৈ মন কৰা নাছিল। ঠাইডোখৰ সুবিধা পাই তাতে বহি গল। উপাসনা আৰম্ভ হৈছেহে, এনেতে এজন বুঢ়া মানুহে আহি মেৰিয়াছৰ আগত ঠিয় হৈ মাত লগালে "এইখন মোৰ ঠাই বোপা!" মেৰিয়াছে তৎক্ষণাৎ চকি এৰি দি আঁতৰি গল। বুঢ়াই নিজৰ চকি দখল কৰি উপাসনাত যোগ দিলে। উপাসনা শেষ হলত বুঢ়াই মেৰিয়াছৰ ওচৰলৈ আহি বেজাৰ মনেৰে কবলৈ ধৰিলে—"বোপা, মোৰ ওপৰত খং নকৰিবা। ইয়াত বহুতো কথা আছে। মোৰ অভদ্ৰতাৰ কাৰণ আছে। মই কওঁ শুনা।"



মেৰিয়াছে কলে "নেলাগে ডাঙৰীয়া, একো দৰ্কাৰ নাই।"

বুঢ়াই কৈ গল, "নহয়, নহয় বোপা! তুমি মোৰ ওপৰত খং নকৰিবা। এই ডোখৰ মোৰ বহুত দিনীয়া পুৰণা ঠাই। ইয়াত বহি উপাসনা কৰিবলৈ নেপালে মোৰ ভাল নালাগে। কাৰণ কওঁ শুনা। বোপা! দহ বছৰৰ আগৰ কথা। দুমাহে তিনিমাহে এজন দুখীয়া মানুহে ক্ৰমান্বয়ে এই ঠাইডুখৰিত আহি উপাসনাৰ সময়ত বহিছিল। মানুহজনৰ এটি লৰা আছিল। লৰাটি কোনো ঘৰুৱা বাদ-বিসম্বাদৰ কাৰণে বাপেকৰ লগৰ পৰা আঁতৰি থাকিব লগা হৈছিল। বাপেকে লৰাটিক গীৰ্জ্জাত দেখাৰ বাহিৰে আন ঠাইত দেখিবৰ কোনো উপায় নাছিল। মানুহজনে লৰাটো দেওবাৰে দেওবাৰে গীৰ্জ্জালৈ আহে বুলি কৰবাত গম পাই গীৰ্জ্জাত বহি থাকেহি। লৰাটোৱে তাৰ বাপেকে তাতে তাকে চাবলৈ আহি বহি থাকে বুলি এদিনো বুজ নেপালে। সি কিজানি তাৰ বাপেক নাই বুলিহে শুনিছিল। এই খুটাটোৰ আঁৰতে বহি মানুহজনে লৰাটোৰ মুখলৈ চাই চাই, যেতিয়াই আহিছিল তেতিয়াই উচুপি উচুপি কান্দি গৈছিল, সেই কাৰণেই এই ঠাইডোখৰ মোৰ নিমিত্তে বৰ পবিত্ৰ। উঃ কি স্নেহ! মই সেই নিছলা দুৰ্কপলীয়া মানুহজনক চিনিও পাইছিলোঁ। মানুহজনৰ শহুৰেক ধনী মানুহ। শহুৰেকে লৰাটো মানুহজনৰ লগত থাকিলে একো ধন-সম্পত্তি নিদিওঁ বুলি ভয় দেখুৱালত লৰাটো সুখী আৰু ধনী হক বুলিয়েই বাপেকে লৰাটোক শহুৰেকৰ লগলৈ এৰি দিলে। ৰাজনৈতিক মতামত লৈয়ে শহুৰেক জোঁৱায়েকৰ মনোবিবাদ ঘটিছিল। উস্ উস্ উস্! ৰাটাৰলুলৈ গল বুলিয়েইনো সি পিশাচ হলনে? সেই বুলিয়েইনো সি পুতেকৰ মুখ দেখিলেও ছুৱা যায়নে? মানুহটো বোনাপাৰ্টিৰ কৰ্ণেল আছিল। এতিয়া কিজানি ঢুকাল। তেওঁ ভাৰ্ণনত আছিল। নাম "পণ্টমেৰি" নে 'মণ্টপাৰ্চি' এনে কিবা এটা।"

মেৰিয়াছে সুধিলে 'পণ্টমাৰচি?' মেৰিয়াছ তেতিয়া মৰা মানুহৰ দৰে শেতা পৰি গৈছিল।

বুঢ়াই কলে "ঠিক, ঠিক, পণ্টমাৰচি। তুমি তেওঁক চিনি পোৱা ?"

"তেওঁ এই দুৰ্ভগীয়াৰেই পিতা।"

বুঢ়াই হাত দুখন মুঠি মাৰি ধৰি চিঞৰি উঠিল—"তুমিয়েই সেই লৰাটো ? দেহি ঐ! এনে হেন মৰমিয়াল বাপেকি!"

পিছদিনাৰে পৰা মেৰিয়াছৰ চলন ফুৰণত অলপ পৰিবৰ্ত্তনে দেখা দিলে। পুথি ভৰালত সোমাই ৰাষ্ট্ৰবিপ্লৱৰ কাহিনীবিলাক আদ্যোপান্ত পঢ়িবলৈ ধৰিলে। সৈন্যবিভাগৰ লিষ্টিত যেতিয়া মেৰিয়াছে প্ৰথমবাৰ বাপেকৰ নামটো পালে তেতিয়া তাৰ মনৰ ভাব সি নিজেই বুজি নেপাইছিল। ৰাষ্ট্ৰবিপ্লৱৰ বুৰঞ্জী পঢ়াৰ লগে লগে বাপেকৰ ওপৰত তাৰ ভক্তি দিনক দিনে বাঢ়ি আহিবলৈ ধৰিলে। বুৰঞ্জীৰ প্ৰতি পৃষ্ঠাই তাক বুজাই গল যে সি দেশৰ অৱস্থা বুজা দূৰে থক, নিজৰ বাপেককেই চিনি নেপালে। তাৰ মন সন্তাপ অনুতাপত দগ্ধ হৈ আহিল। তাৰ মনৰ ভাব তেতিয়া বাপেকৰ সলনি বাপেকৰ মৰিশালিৰ আগত কবলগীয়া হোৱাত সি হতাশত তল গল। মাজে মাজে ৰাতি সি বুৰঞ্জী পঢ়ি থাকোতে চিঞৰ মাৰি উঠিছিল "পিতা! তোমাৰ দৰেই মোৰো হিয়া দেশৰ কাৰণে কান্দি উঠিছে! মই তোমাৰেই সন্তান! এতিয়াও মই গাই ফুৰিছোঁ—জয় সম্ৰাট নেপোলিয়ানৰ জয়!"

কোনে কব কিয় এই দুৰ্ভগীয়া পিতৃয়ে পুত্ৰৰ জ্বলন্ত প্ৰেমৰ আভাস নোপোৱাকৈয়ে অবিচাৰ-অত্যাচাৰত ইমান সোনকালে নেদেখা লোকলৈ গুচি গল।

সময়ৰ সোঁতত প্ৰজাতন্ত্ৰ বিৰোধী মেৰিয়াছে দুৰ্ঘোৰ প্ৰজাতান্ত্ৰিক হৈ পৰিল। বাপেকে যি মহাব্ৰতত জীৱনৰ একুৰি পাঁচ বছৰ পাত কৰিছিল, ভিতৰে ভিতৰে সিও সেই ব্ৰততেই দীক্ষিত হল। নেপোলিয়ান-দত্ত বেৰণ উপাধি মেৰিয়াছৰ গৌৰৱ-সম্পত্তি হৈ পৰিল। ককাকে গম নোপোৱাকৈ মেৰিয়াছে তাৰ নামৰ আগত 'বেৰণ' উপাধি লগাই কাৰ্ড্ ছপা কৰিলে। লুকাই-চুৰকৈ বাপেকৰ সমাধিৰ ওপৰতো সুবিধা পালেই পুত্ৰৰ যথাকৰ্ত্তব্য সাধন কৰিবলৈ ধৰিলে।



মেৰিয়াছে বুজিলে—তাৰ পিতাক বৰ দয়ালু আৰু বীৰ আছিল আৰু এই পিতাৰেই স্নেহৰ পৰা সি বঞ্চিত আৰু ককাকেই ইয়াৰ মূল। দিনক দিনে তাৰ আৰু ককাকৰ মাজত এখন সাগৰৰ ব্যৱধান হৈ আহিল। ককাকে কিন্তু ইয়াৰ গমকে ধৰিব নোৱাৰিলে। তাৰ গতি-বিধিৰ পৰিবৰ্ত্তন দেখি মাজে মাজে মিচিকিয়া হাঁহি মাৰি বুঢ়াই কৈ ফুৰিছিল—"বয়স হৈছে। লৰা কৰবাত জালত পৰিছে!"

মেৰিয়াছৰ গুপ্ত প্ৰণয় বেছি দিন লুকাই থাকিবলৈ নেপালে। মৃত-পিতাকৰ লগত হোৱা গুপ্ত প্ৰণয় ককাকৰ ওচৰত ধৰা পৰিল। এদিন মেৰিয়াছৰ জেপত "বেৰণ মেৰিয়াছ পণ্টমাৰচি" লেখা কাৰ্ড্খিনি বাপেকে মৰণ কালত লেখি থৈ যোৱা চিঠিখন আৰু শোকৰ চিন কেডালমান ক'লাফিটা পাই বুঢ়া জুইত ঘিঁউ ঢলা যেন হল। মেৰিয়াছক দেখিয়েই বুঢ়াই চিঞৰ মাৰি উঠিল—"বেৰন! আহাঁ, তোমাক মই অভিবাদন জনাওঁ! অশলাগী! এই বোৰ কি?" মেৰিয়াছে সেমেনা-সেমেনিকৈ উত্তৰ দিলে—"মই একো অশলাগী নহওঁ; মই পিতাৰ পুত্ৰ। মই মোৰ কৰ্ত্তব্য কৰিছোঁ।"

বুঢ়া জপিয়াই উঠিল। খঙত কঁপি-জপি কলে, "কোন তোৰ বাপেৰ? মই তোৰ বাপেৰ; আন কোনো নহয়।"

মেৰিয়াছে তল মূৰ কৰি উত্তৰ দিলে, "আপুনি মোৰ পিতা নহয়। মোৰ পিতা এজন নিৰীহ যোদ্ধা। যি যোদ্ধাই অতি সুখ্যাতিৰে ফ্ৰাঞ্চ-প্ৰজাতন্ত্ৰৰ সেৱা কৰি অমৰ কীৰ্ত্তি ৰাখি গৈছে। তেওঁ পাহৰণ আৰু অনাদৰত প্ৰাণ হেৰুৱাইছে। তেওঁৰ এই অকৃতজ্ঞ দেশ আৰু এই হতভাগ্য পোক প্ৰাণভৰি ভাল পোৱাৰ বাহিৰে কোনো দোষ নাছিল!"

মেৰিয়াছৰ কথা বুঢ়াৰ সহন-শক্তিৰ অতীত হৈ পৰিল। বুঢ়াই হুকিয়াই হুকিয়াই কবলৈ ধৰিলে—"মেৰিয়াছ, চা! তোৰ বাপেৰ-চাপেৰ কোন মই চিনি নেপাওঁ। মই চিনিবলৈকো ইচ্ছা নকৰোঁ। তই যেনে বেৰন—মোৰ ছিলপত্ জোতাজোৰো তেনে বেৰন। দস্যু, এটাই বোৰ দস্যু। সিহঁত ৰাজদ্ৰোহী। কাপুৰুষহঁত! ইংৰাজৰ ভয়ত

প্ৰুছিয়ানহঁতৰ খেদাত ৱাটাৰলুৰ পৰা পলাই আহি বীৰ বুলি গৌৰৱ কৰ! মই জানো—সিহঁত দস্যু, ৰাজদ্ৰোহী, কাপুৰুষ। তোৰ যদি বাপেৰ সেইদলৰে হয়—হয় নহয় কব নোৱাৰোঁ—মই সেইবাবে দুখিত।”

বুঢ়াৰ কথা শুনি খঙত মেৰিয়াছৰ গোটেই গা কঁপি আহিল। তাৰ মূৰৰ ভিতৰত জানিবা একুৰা জুই জ্বলিল। তাৰ মুখৰ আগতে বাপেকৰ নিন্দা! কিন্তু কি কৰিব? কাৰ ওপৰত খং সাৰিব। এফালে স্বৰ্গগত পিতা, আনফালে বৃদ্ধ পিতামহ; এফালে পুণ্যময় সমাধি, আনফালে শুভ্ৰকেশ। কিছুমান পৰৰ পিছত বজ্ৰগম্ভীৰ স্বৰে উত্তৰ দিলে—“ধ্বংস হক বুৰবন বংশ।”

যেই মেৰিয়াছে বুঢ়াৰ পৰম পূজনীয় বুৰবন ৰাজবংশৰ ওপৰত অভিসম্পাত দিলে, বুঢ়াই খঙত উন্মত্ত হৈ চিঞৰ মাৰি উঠিল, “তোৰ দৰে বেৰনে মোৰ নিচিনা কুকুৰধূলি জীৱৰে সৈতে একেটা ঘৰতে কেনেকৈ থাকিবি? মোৰ ঘৰৰ পৰা তই এতিয়াই বাজ হ।” মেৰিয়াছ তেতিয়াই ঘৰৰ বাহিৰ হৈ পৰিল।

বুঢ়াই ভিতৰৰ ফালে, চাই কলে, “ছমাহৰ মূৰে মূৰে এই তেজ-খোৱালৈ ৬০টা ৬০টা পিস্তল পঠিয়াবি, তাৰ খৰচ-পাতিৰ কাৰণে। মোৰ আগত কোনেও তাৰ নামকে নলবি।”

খঙ আৰু অভিমানত মেৰিয়াছে ঘৰ এৰি আহি কলৈ যাব কি কৰিব একো ঠিক কৰিব নোৱাৰাত পৰিল। তাৰ ঘৰি চেইন কাপোৰকানি লগত যি আহিছিল তাকে বেচি-কিনি মেৰিয়াছে পোনপ্ৰথমে কিছুমান দিন হোটেল এটাত কটালে। পইছা শেষ হৈ আহিব লগা হোৱাত সি হোটেল এৰি এটা সৰু ঘৰ ভেৰোনীয়াকৈ থাকিবলৈ ললে। ওকালতি কৰাত তাৰ আগেয়েই অনিচ্ছা। উপায়ান্তৰ হৈ প্ৰবন্ধ ৰচনা আদি লেখি তাকে বেচি কোনোৰকমে দিন কটাবলৈ ধৰিলে।

এই সময়ত মেৰিয়াছৰ দুখৰ অন্ত নহৈছিল। বুঢ়া কঁকাকৰ পৰা



ধন আহিছিল, কিন্তু অভিমানী মেৰিয়াছে ককাকৰ ধন হাতেৰে নুছুই ওভোতাই পঠিয়ালে। দৰিদ্ৰতা এটা ভীষণ পৰীক্ষা! এই পৰীক্ষাত নিৰ্ব্বলী একেবাৰে জুৰুলা হৈ পৰে, বলীয়ে বিজয় কিৰীটি পিন্ধি ঠিয় দিয়ে। নিয়তিয়ে দাৰিদ্ৰ্যৰ মাজেদিয়েই কোনোক দেৱতা কৰি তোলে, কোনোক আকৌ পিশাঁচ গঢ়ি দিয়ে। তিনি চাৰি সাঁজ কেতিয়াবা মেৰিয়াছ লঘোনেই আছিল। নিজে পানী-দুনি আনি কাঁহী-বাতি ধুই ঠাই-ঠুই সাৰিহে হলে কেতিয়াবা এসাঁজ খাবলৈ পাইছিল। তথাপি মেৰিয়াছ বিচলিত নহল।

মেৰিয়াছে ঘৰ এৰি যোৱা তিনি বছৰ হল। এই তিনি বছৰেই বুঢ়া জিল্‌নৰমেণ্ডৰ তিনটা যুগ হৈছিল। বুঢ়াই মেৰিয়াছক প্ৰতিমাৰ দৰে পূজা কৰিছিল। মেৰিয়াছ গুচি আহিবৰ দিনৰে পৰা বুঢ়াৰ হিয়া একেবাৰেই উদং হল। বুঢ়াই খঙত মেৰিয়াছৰ নামকো তেওঁৰ আগত উল্লেখ নকৰিবলৈ কৈছিল। পিছত যেতিয়া দেখিলে যে ভয়তে কোনেও বুঢ়াৰ আগত নাতিয়েকৰ নামকে নলয়, তেতিয়া বুঢ়াই মনে মনে অভিমান কৰিবলৈ ধৰিলে। বুঢ়াই বাটলৈ চাই ভাবি থাকে—“সি যদি উভতি আহে গোটাচেৰেক কাণমলা দিম।”

এই মেৰিয়াছৰ ঘৰটোৰ কাষৰ ঘৰতে থাকে জনদ্ৰেট পৰিয়াল।

মেৰিয়াছে মানুহৰ লগ-সঙ্গ বৰ বেছি ভাল নেপাইছিল, দুই চাৰি বছা বছা মানুহৰ বাহিৰে মেৰিয়াছে বিশেষ দৰ্কাৰ নপৰিলে কাচিৎ হে আন মানুহৰ লগত কথা-বতৰাকে পাতিছিল। বাপেকৰ জীৱন-চাৰ্ণেকিৰেই মেৰিয়াছে জীৱন গঠন কৰিবলৈ ওলাল। যেয়ে বাপেকৰ বন্ধু বুলি চিনাকি দিছিল সেয়ে তেওঁৰ দেৱতা হৈ পৰিছিল। বাপেকৰ জীৱন-দাতা টেনাৰ্ডিয়েৰৰ নাম মেৰিয়াছৰ ওচৰত পৰম পৱিত্ৰ বস্তু। মেৰিয়াছে টেনাৰ্ডিয়েৰক বিচাৰি উলিয়াবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলে। টেনাৰ্ডিয়েৰক বিচাৰি উলিয়াবলৈ যদি মেৰিয়াছে তেওঁৰ এখন হাত বলি দিব লাগে, তালৈকো তেওঁ সাজু। টেনাৰ্ডিয়েৰক সহায় কৰিবলৈ যদি শৰীৰ কাটি তেজদিব লগা হয় মেৰিয়াছ তাতো কুণ্ঠিত নহব।

টেনাৰ্ডিয়েৰক পূজা কৰাও মেৰিয়াছৰ এটা জীৱনৰ ব্ৰত হৈ পৰিল।

১৮৩১ খৃষ্টাব্দত মেৰিয়াছৰ নাম ভাল প্ৰবন্ধলিখক বুলি কিতাপ খবৰ-কাগজ আদিৰ প্ৰকাশকসকলৰ ওচৰত জনাজাত হৈ পৰিল। তেতিয়াৰে পৰা মেৰিয়াছৰ অৱস্থাও ভাল হৈ আহিল। খোৱা-বোৱা পিন্ধা-উৰা সকলোতে মেৰিয়াছ আকৌ পৰিপাটি আটোম-টোকাৰি ডেকা।

এই বছৰৰ মাজভাগতে এদিনা মেৰিয়াছৰ বুঢ়ী লিগিৰীজনী আহি মেৰিয়াছৰ আগত কলে—"বোপা! আমাৰ কাষতে যে এই জনড্ৰেটৰ পৰিয়ালটো আছে, ইহঁত বৰ টোকোনা। ঘৰৰ ভেৰোণ দিব পৰা নাই, ঘৰ গিৰীয়ে ইহঁতক কাইলৈ ওলাই যাবলৈ কৈছে। বেছেৰীহঁতৰ দুখ দেখি বৰ বেজাৰ লাগে। আজি হেনো কেবা সাঁজো লঘোন। মেৰিয়াছৰ ঘৰ যদিও জনড্ৰেটৰ ঘৰৰ একেবাৰেই লগালগি, মেৰিয়াছে জনড্ৰেট পৰিয়ালৰ একোকে ভু নেপায়। কথাষাৰ শুনি মেৰিয়াছৰ মনত বৰ দুখ লাগিল। মেৰিয়াছে সুধিলে "ঘৰৰ ভেৰোণ কিমান দিব লাগে?" বুঢ়ীয়ে কলে "২০ ফ্ৰাঁ"। মেৰিয়াছে পেৰা মেলি ধন উলিয়াই আনি বুঢ়ীৰ হাতত দি মাত লগালে, "হোৱাঁ, এই ২৫ ফ্ৰা সিহঁতক দি আহাঁ কুৰি ফ্ৰাঁ ঘৰৰ ভেৰোণ দি পাঁচ ফ্ৰাঁৰে সিহঁতে খোৱা-বোৱা কৰক। কোনে দিছে নকবা।"

এই সময়তে লক্সেমবাৰ্গৰ আওহতীয়া কোণ এটাত দিনে এজন বয়সিয়াল মানুহে এটি পাটগাভৰু ছোৱালীৰে সৈতে আবেলি বেলিকা ফুৰিবলৈ ওলাই গৈ অকলশৰে বহি থকা মেৰিয়াছৰ চকুত পৰিল। মেৰিয়াছো লক্সেমবাৰ্গতে ফুৰিবলৈ যায়! মেৰিয়াছে ক্ৰমান্বয়ে এবছৰ এই মানুহ হালক লগ পাই আহিছে। ছোৱালীটিৰ বয়স বৰ বেছি ১৩ কি ১৪। গা-গাবি নাই, দেখনো চকুত লগা নহয়। বুঢ়াৰ কাষতে বহি ছোৱালীটিয়ে হাঁহি-কিৰিলিয়াই অনৰ্গল কথা কৈ থাকে. বুঢ়াই একেৰাহে তাইৰ ফালে চাই শুনি থাকে। বুঢ়াটিৰ কাপোৰ-কানি বৰ



পাৰপাটী। ছোৱালীটীৰ কাপোৰ-কানি 'কনভেণ্ট'ৰ ছাত্ৰীৰ নিচিনা ধুনপেচ নোহোৱা। প্ৰথম বছৰতো, এদিনো বাদ নোযোৱাকৈ সদায় এই বুঢ়া আৰু ছোৱালীটীৰ লগত একে ডোখৰ ঠাইতে মেৰিয়াছৰ ভেটাভেটি হয়। দ্বিতীয় বছৰত মেৰিয়াছ প্ৰায় ছমাহমান লক্সেমবাৰ্গৰ ফালে ফুৰিবলৈ যোৱা নাছিল। কিবা কথাত মেৰিয়াছে আকৌ লক্সেমবাৰ্গতে ফুৰিবলৈ মন কৰিলে। এদিন আবেলি লক্সেম-বাৰ্গত ঘূৰি ফুৰিছে এনেতে তেওঁ আগেয়ে সেই সদায় লগ পোৱা মানুহ-জনক আগৰ দৰেই একে ঠাইতে বহি কথা পাতি থকা দেখিবলৈ পালে। তেওঁ ফুৰি ফুৰি যেতিয়া মানুহ হালিৰ কাষ চাপিলাহি, তেতিয়া তেওঁ মানুহ হাল দেখি অলপ আচৰিত হোৱা যেন হল। আগেয়ে তেওঁ যি জন বুঢ়া মানুহ দেখিছিল এতিয়াও তেওঁ সেইজন বুঢ়া মানুহকে দেখিলে, কিন্তু ছোৱালীজনী আগেয়ে দেখা ছোৱালীজনী নহয়। এইজনী এজনী দীঘল লাৱনী ছোৱালী। শৈশৱৰ সৰলতাৰ ওপৰত সেই মাত্ৰ যৌৱনৰ কোমল লেখনীয়ে ওপৰে ওপৰে হাত বুলাই গৈছে। গাভৰুও নহয়, ছোৱালীও নহয়—দুই অৱস্থাৰ মাজত যেন তাই "ন যযৌ ন তস্থৌ।"

মেৰিয়াছে যেতিয়া কাষেদি কাষৰিকাটি গৈছিল, তেতিয়া ছোৱালী-জনীয়ে বুঢ়াৰ কথা শুনি তলমূৰ কৰি হাঁহি আছিল। এই অকুত্ৰিম হাঁহিটিৰ দৰে আৰু কি মোহিনী বস্তু থাকিব পাৰে! বগা হাতমুজাৰ মাজেদি ছোৱালীটিৰ হাত দুখনি বেছ মনিব পৰা আছিল। সৰু জোতা যুৰিয়ে তাইৰ সৰু ভৰি দুটিৰ হৈ সাক্ষী দিছিল। চকু দুটি ডাঙৰ। চাৱন একেবাৰেই লৰালি। মেৰিয়াছে ছ মাহৰ ভিতৰতে ছোৱালীজনীৰ এনে আচৰিত সলনি দেখি আচৰিত হৈ পৰিল।

মেৰিয়াছে এই বছৰো লক্সেমবাৰ্গত ফুৰিবলৈ আহি নিতৌ এই বাপেক জীয়েকক আগৰ দৰেই লগ পাবলৈ ধৰিলে। মেৰিয়াছে আপোন মনেৰে ফুৰি গৈ থাকে। গাভৰুৰ ফালে কাচিৎহে তেওঁ চকু দিয়ে। এদিন আবেলি মেৰিয়াছে আগৰ দৰেই ফুৰি ফুৰি যেই এই বাপেক-

জীয়েকৰ কাষ পালেহি, ছোৱালীটীয়ে হঠাৎ মূৰ দাঙি মেৰিয়াছৰ ফালে চাই পঠিয়ালে। ঠিক সেই সময়তে মেৰিয়াছেও ছোৱালীটিৰ ফালে হঠাতেই চাই পঠিয়াইছিল। অকস্মাত দুইৰো চাৱন লগ লাগিল। প্ৰত্যেক গাভৰুৱেই এদিন এইদৰেই চাই পঠিয়ায়, কিন্তু যাৰে ওপৰত এই চাৱনৰ পৰশ লাগে সি সেই মুহূৰ্ত্ততেই শান্তি-ৰাজ্যৰ পৰা বাহিৰ হৈ পৰে।

পাছ দিনাৰে পৰা মেৰিয়াছ ছোৱালীজনীৰ প্ৰেমত মুগ্ধ হল।

মেৰিয়াছ ধুনীয়া কাপোৰ-কানি পিন্ধি লক্সেমবাৰ্গত উপস্থিত। লক্সেমবাৰ্গৰ ধুলিটোৱে পতি মেৰিয়াছৰ প্ৰণয়-বাতৰি। "বাপেক-জীয়েক"ৰ কাষেদি পাৰ হৈ যাবলৈ মেৰিয়াছৰ সাহ নহয়—ভৰি নচলে। আঁতৰত বহি আমন জিমনকৈ চাই থাকে। ছোৱালীজনীৰ প্ৰত্যেক অঙ্গি-ভঙ্গিয়েই মেৰিয়াছলৈ একোটা বাতৰি। দিনক দিনে ছোৱালীজনী মেৰিয়াছৰ চকুত ধুনীয়া হৈ গৈছে। এনে সৌন্দৰ্য্যৰ প্ৰতিমা মেৰিয়াছে জনমত দেখা নাই। এই সৌন্দৰ্য্য দেখি 'পেট্ৰাৰ্কে' আপোনপাহৰা হৈ গান গাই থাকিল হেঁতেন, 'ডান্টেই' সৌন্দৰ্য্যৰ চমক লাগি আঠু কাঢ়ি বহি গলহেতেন।

প্ৰেমিক-প্ৰেমিকাই ইটিয়ে সিটিৰ লৰনী মুখৰ করুণ চাৱন প্ৰতীক্ষা কৰি ৰাতিৰ পাছত ৰাতি কটাইছে। আবেলি লক্সেমবাৰ্গৰ এই ক্ষন্তেকীয়া চকুৰ চোৰা-চুইতে এই আশাধাৰী জীৱ দুটিৰ যেন হিয়াভৰা আবেগৰ পূৰ্ণাহুতি হয়। তাতেই শান্তি, তাতেই মিলন, তাতেই সুখ। দুয়ো তেতিয়া প্ৰেমত অন্ধ, বুঢ়াই যে সন্দেহ কৰিব পাৰে, সেইটো কাৰো গমেই নাছিল। বুঢ়াই হঠাৎ লক্সেমবাৰ্গৰ ফালে ফুৰিবলৈ অহা বন্ধ কৰি দিলে। ইফালে মেৰিয়াছে ছোৱালীজনী ফুৰিবলৈ আহিব আহিব বুলি আশা পালি দিনো লক্সেমবাৰ্গত বহি থাকিবলৈ ধৰিলে। নিৰাশাত মেৰিয়াছৰ সুখ-শান্তি সকলো ওৰ পৰিল।

মেৰিয়াছ তেতিয়াও আগৰ ঘৰতে। হতাশ প্ৰেমিক মেৰিয়াছ তেতিয়া একেবাৰেই জুপুকা। এদিন ষন্ধিয়া ঘৰৰ কাষৰ বাটেদি যাওঁতে



দুজনী গাভৰু ছোৱালীয়ে আহি তেওঁৰ গাত খুন্দিয়াই গল। গধূলিৰ কথমপি মনিব পৰা পোহৰত মেৰিয়াছে ছোৱালীকেজনী ভালকৈ নেদেখিলে। কিন্তু সিহঁতৰ মূৰত টুপি আৰু ভৰিত যে জোতা নাই, কাপোৰকানিবোৰ যে ফটাচিতা আৰু মুখকেখন যে শেতা এইটো তেওঁ বেছ মন কৰিব পাৰিছিল। ছোৱালীদুজনী লৰি গৈছিল আৰু যাওঁতে যাওঁতে ডাঙৰজনীয়ে কৈ গৈছিল "পুলিছে মোক ধৰোঁ ধৰোঁ হৈছিল।"

ছোৱালী দুজনী লৰি লৰি যাওঁতে আন্ধাৰত নেদেখা হৈ পৰিল। মেৰিয়াছে অলপমান পৰ তলকা মাৰি থাকি যাবলৈ ওলাইছে এনেতে এটা কাগজৰ সৰুটোপোলা তেওঁৰ চকুত পৰিল। তেওঁ টোপোলাটো বুটলি লৈ কলে "ছোৱালীকেজনীয়ে পেলাই গল হবলা।" ছোৱালী-কেজনী যি বাটেদি গল, সেইফালে মেৰিয়াছে দুখোজমান আগবাঢ়ি ছোৱালীকেজনীক মাত দিলে, কিন্তু ছোৱালী কেজনী নোলালহি। নিৰুপায় হৈ টোপোলাটো জেপত ভৰাই তেওঁ ফুৰিবলৈ গুচি গল।

ৰাতি শুবৰ সময়ত তেওঁ টোপোলা মেলি তাৰ ভিতৰত ছোৱালী-হতৰ কিবা নাম-ধাম আছে বুলি চাবলৈ ললে। টোপোলাটোৰ ভিতৰত চাৰিখন চিঠি আছিল। চিঠি কেখনৰ এখনো বন্ধ নাছিল। চিঠি কেখনৰ ওপৰত শিৰোনামা লিখা আছে, কিন্তু লিখকৰ নাম নাই। লিখকৰ নাম বিচাৰি তেওঁ চিঠি কেখন পঢ়িবলৈ ললে। ইখনৰ পিছত সিখনকৈ চাৰিওখন চিঠি পঢ়িলে ; কিন্তু চিঠি চাৰিখনত লিখক চাৰিজনৰ নামৰ বাহিৰে এখনতো এজনৰো ঠিকনা বিচাৰি নেপালে। এখনৰ লিখকৰ নাম 'ডন্ এলভাৰেজ' স্পেনীয় অশ্বাৰোহী সৈন্য-নায়ক। দ্বিতীয় খনৰ লিখকৰ নাম "মাডাম বেলিজাৰ্ড", তৃতীয় খনৰ লিখকৰ নাম কবি 'জেন ফ্লো'; চতুৰ্থ খনৰ লিখকৰ নাম নাট্যকাৰ 'ফেবাণ্টো'। চাৰিওখন চিঠিৰ মৰ্ম্ম অৰ্থসাহায্য প্ৰাৰ্থনা। চিঠিকেখন যদিও বেলেগ বেলেগ মানুহে বেলেগ বেলেগ ভাগ্য-বিপৰ্য্যয়ত পৰি বেলেগ বেলেগ মানুহলৈ লিখা, তথাপি লিখা কাগজ লিখাৰ ভাঁজ আৰু হাতৰ আখৰ দেখি

মেৰিয়াছে ঠিক কৰিলে যে চাৰিওটা লিখক এটা মানুহ। কোন মানুহে এনে ভেশচন কৰি এই চিঠিকেখন লিখিলে, সেই বিষয়ে তেওঁ মূৰ ঘমাবৰ আৱশ্যক নেদেখি চিঠি কেখন মেজৰ ওপৰত পেলাই থৈ শুই পৰিল! যদিও শুই পৰিল, তথাপি এই লিখকৰ বিষম ৰহস্যই তেওঁক পূৰ্ণ অব্যাহতি দিব নোৱাৰিলে।

পাছদিনা পুৱা ৭ বজাৰ সময়ত খোৱা বোৱা শেষ কৰি কামত লাগিছে, এনেতে দুৱাৰত টোকৰ মৰাৰ শব্দ তেওঁৰ কাণত পৰিল।

মেৰিয়াছে ভাবিলে তেওঁৰ লিগিৰীয়ে কিবা বিচাৰি আহিছে। মাত দিলে—'সোমাই আহাঁ, কি লাগে?'

দুৱাৰ মেলখোৱাৰ লগে লগে এজনী হাড়ছাল ওলোৱা, শুকান খৰিডালৰ নিচিনা গাভৰু ছোৱালী কোঠাৰ ভিতৰ সোমাল। কাপোৰ-কানিৰ অৱস্থাই নাই, দেখিলেই ভয় লগা, অথচ চকুপানী ওলোৱা। মেৰিয়াছে মাত দিলে "কি লাগে?" ছোৱালীজনীয়ে কলে "আপোনাৰ নামে এখন চিঠি আছে, এয়া লক, মছিয়'ৰ মেৰিয়াছ!"

মেৰিয়াছে চিঠিখন মেলি পঢ়িবলৈ ললে। চিঠিখনত লিখা আছিল—

"দয়ালু যুবক—

মোৰ ওপৰত আপোনাৰ অসীম দয়া। মোৰ এসময়ত ঘৰৰ ভেৰোণ আপুনি আদায় কৰি দিছে। আপোনাৰ মঙ্গল হক। পত্ৰবাহক মোৰ প্ৰথম কন্যা। মোৰ ভাৰ্য্যা শয্যাগত। আমি চাৰিটা প্ৰাণীৰ আজি দুসাঁজ এটুকুৰা ৰুটিও পেটত পৰা নাই। আপোনাৰ কৃপাভিক্ষা কৰিছোঁ। উপকাৰীৰ শলাগ জীৱনত নেপাহৰিম। ইতি

জনড্ৰেট"

যোৱা ৰাতিৰ চিঠিবিলাকৰ লিখকৰ হাতত আখৰৰ লগত এই চিঠিৰ হাতৰ আখৰৰ কোনো প্ৰভেদ নাই। চিঠিখন দেখা মাত্ৰকে এই পাঁচোখন চিঠিৰ, পাঁচোটা গল্পৰ পাঁচোটা নামৰ আৰু পাঁচোটা চহিৰ মালিক যে এজন মাত্ৰ মানুহ, তাক বুজিবলৈ মেৰিয়াছৰ



বেছি সময় নেলাগিল। "ডন্ এলভাৰেজ", "মাডাম বোলজাৰ্ড", 'কবি 'জেনক্লো' আৰু 'নাট্যকাৰ ফেবান্টো' এই চাৰিওটা এই জনড্ৰেটেই—যদি সঁচাকৈয়ে মানুহটোৰ নাম জনড্ৰেটেই হয়—আৰু সেই বহুৰূপীৰেই কন্যা এই গাভৰু।

মেৰিয়াছে চিঠি পঢ়ি এটাই তলমূৰ কৰি ভাবি থাকোতে ছোৱালী-জনীয়ে মেৰিয়াছৰ বস্তুবোৰ ওলট-পালট কৰি ঘূৰি ফুৰিছিল। মেজত থকা কিতাপ এখন মেলি লৈ দুশাৰীমান পঢ়ি কিতাপখন জপাই থলে। ওচৰত থকা কলম এডাল লৈ কাগজ এখনৰ ওপৰত লিখিলে "পুলিছ আহিছে! কাগজখন দাঙি নি মেৰিয়াছৰ আগত থৈ মাত দিলে "চ'ক, মছিয়'ৰ মেৰিয়াছ! মোৰ লিখা চ'ক।" মেৰিয়াছে কোনো উত্তৰ নিদিলে, অলপ পৰ নিতাল মাৰি থাকি ছোৱালীজনীয়ে বৰ আবেগ ভৰা সুৰেৰে মাত লগালে "মছিয়ৰ মেৰিয়াছ। আপুনি জানেনে যে আপুনি বৰ ধুনীয়া মানুহ।"

মেৰিয়াছে কলে "কালি মই এটা কাগজৰ টোপোলা পাই আনিছিলো, তোমালোকৰ হব পায়। লৈ যোৱাঁ।" এই বুলি মেৰিয়াছে চিঠিৰ টোপোলাটো আনি ছোৱালীজনীৰ হাতত দিলে। ছোৱালীজনীয়ে চিঠিৰ টোপোলাটো পাই হাত চাপৰি বজাই বজাই কলে—"ইমান বিচাৰি ফুৰিছিলো!" এই বুলি তাই টোপোলাটো মেলি চিঠিবোৰ চাবলৈ ধৰিলে। চিঠিকেখন লুটিয়াই-বগৰাই কৈগল "গীৰ্জ্জা-ঘৰলৈ অহা বুঢ়াটোক চিঠিখন এতিয়াই দিম গৈ। দুপৰীয়া সাঁজৰ কাৰণে জানোচা কিবা অলপ দিয়েই।" এই বুলি তাই হাঁহি হাঁহি মেৰিয়াছক কলে "বুইছে, আজি যদি আমি দুপৰীয়াৰ সাঁজ খাবলৈ পাওঁহে, এই সাঁজেই আমাৰ পৰহিৰেপৰা এটাইকেসাঁজৰ ঠাই পূৰাব।"

---

## অষ্টাদশ অধ্যায়

মেৰিয়াছ ইমান পৰ চিন্তাৰ চাকনৈয়াত পৰি ঘূৰি ফুৰিছিল। ছোৱালীজনীৰ কথাষাৰ শুনিহে তেওঁৰ ভাবনাৰ ওৰ পৰিল। ছোৱালীজনী অহাৰ সকাম মনত পৰি তেওঁ লৰালৰিকৈ উঠি ছোলাৰ জেপৰ পৰা ধন উলিয়াই আনিলে। ছোলাৰ জেপত ধন আছিল মুঠেই ৫ ফ্ৰাঁ আৰু ১৬ ছু। মেৰিয়াছে মনে মনে ভাবিলে—১৬ ছুৰেই মোৰ আজিৰ দিনটো কোনো ৰকমে চলিব। কাইলে যি হয় কৰিব লাগিব। এই ভাবি তেওঁ ১৬ ছু আকৌ ছোলা জেপত ভৰাই ছোৱালীজনীক পাঁচ ফ্ৰাঁ দি দিলে। ছোৱালীজনী মূৰ দোৱাঁই হাত জোকাৰি ধন্যবাদ জনাই গুচি গল।

জনদ্ৰেট আৰু মেৰিয়াছৰ ঘৰৰ মাজত এখন বাহঁৰ ওপৰত মাটিৰে লেপা বেৰ মাথোন আঁৰ। বেৰৰ য'ত য'ত মাটি খহিছে তাত চকু থলেই ইঘৰে সিঘৰৰ ভিতৰখন তেনেই চাব পাৰে। মেৰিয়াছে ইমান ওচৰতে থাকিও ইমানদিনে জনদ্ৰেটৰ কোনো ভুকে পোৱা নাছিল; আজি জনদ্ৰেটৰ অৱস্থাৰ বুজ লবলৈ জানো কিয় তেওঁৰ উচ্‌পিচ্‌নি লাগিল, মেৰিয়াছে বেৰৰ জলঙাইদি জুমি জনদ্ৰেটৰ ঘৰলৈ চাই পঠিয়ালে। মেৰিয়াছো দুখীয়া, কিন্তু জনদ্ৰেটৰ ঘৰটোত দৰিদ্ৰতা আৰু কদৰ্য্যতাই সিহঁতৰ শেষ সীমা পাইছিল গৈ। গোহালিও সিমান অপৰিস্কাৰ নেথাকে। ছাইজাবৰ এঙ্গাৰ—এলান্ধুৰে ভৰা। বতাহ সোমাবৰ সন্ধি নাই। বিছনা-পাটিও একে গঢ়ৰে। বেৰত এখন নেপোলিয়ানে বোনাপাৰ্টৰ ছবি ওলোমাই থোৱা আছে। ছবিখনৰ তলতে বেৰত লগাই পতা এখন মেজ। মেজৰ কাষতে তিনি কুৰিমান বয়সীয়া এটা শেঁতা, খীন, ছুটিচাপৰ মানুহে বহি বহি চিঠি লেখিছে। তাৰ গাত এটা মাইকীমানুহৰ 'চেমিজ'। মানুহটো দেখিলেই নিষ্ঠুৰ আৰু কঠুৱা যেন লাগে। মানুহটোক লিখি থকা দেখি মেৰিয়াছৰ মনত



খেলালে—কালি পোৱা চিঠি কেখনৰ নিচিনাই আৰু চিঠি লেখিছে।" মানুহটোৰ মুখত এটা চুৰতৰ পাইপ। ঘৰত এটুকুৰা ৰুটি নাই অথচ চুৰতৰ খতিখুন নাই। অলপ আঁতৰত এজনী চল্লিশ বছৰমান বয়সীয়া মানুহে চিমণীৰ কাষত বহি জুই পুৱাইছে। এৱেঁই জনদ্ৰেট-পত্নী। দুৱাৰ মুখৰ ফালে বিছনা এখনৰ ওপৰত এজনী ছোৱালী বহি আছে। তাইৰ চেহেৰালৈ মন কৰিলে বেমাৰী বেমাৰী যেন লাগে। এইজনী জনদ্ৰেটৰ দ্বিতীয় কন্যা। তাইৰ বয়স চৈধ্যৰ কম নহয়। মেৰিয়াছে ইহঁতৰ এই অসহনীয় দৃশ্যৰ পৰা চকু ঘূৰাই আনিব খুজিছে, এনেতে জনদ্ৰেটৰ প্ৰথম কন্যা ফোফাই-জোপাই ঘৰৰ ভিতৰ সোমাই কবলৈ ধৰিলে—"তেওঁ আহিছে।"

বাপেকে সুধিলে—"কোন? সেই গীৰ্জ্জা-ঘৰৰ বুঢ়া?"

"হয়। পায়হিহে লাগে, সেয়া শুনা গাড়ীৰ ঘৰঘৰণি, পালেহিয়েই।"

জনদ্ৰেটে লৰালৰিকৈ উঠি মাত লগালে —"শুনিছা। তুমি জুইকুৰা নুমাই দি বিছনাত শুই পৰা। বেগতে! বুঢ়া আহিছে। জনদ্ৰেট পত্নীয়ে অৰ্থ বুজিব নোৱাৰি থৰ হৈ ৰ'ল। জনদ্ৰেটে পানী একলহ আনি চিমনীত ঢালি দিলে। জুই নুমাই গলত বৰ জীয়েকক কলে, চকিখনৰ বেতৰ গোথনিবোৰ একুৰাই পেলা। বেলি নকৰিবি।" জীয়েকেও বাপেকৰ কথাৰ অৰ্থ বুজিব নোৱাৰি মুখলৈ চাই থকা দেখি নিজেই ভৰিৰে গোৰ মাৰি চকিখনৰ বেতৰ গোথনিবোৰ ছিঙি পেলালে। তাৰ পিছত মুখ ঘূৰাই সৰুজনী জীয়েকৰ ফালে চাই গেঙেৰি দি উঠিল—"নুঠিলিনে পাটিৰ পৰা, ধোদ! খিৰিকিৰ আইনা এখন ভাঙ।" ছোৱালীজনীয়ে ভয়ত একে জাপেই বিছনাৰ পৰা উঠি খিৰিকিৰ কাষ চাপি গল। বাপেকে মাত দিলে "ভাঙ, ভাঙ।" ছোৱালীজনীয়ে ভুকু মাৰি আইনা এখন ভাঙি পেলালে। কেউফালে ঘূৰি-পকি চাই বাপেকে কলে, "বেছ।"

এনেতে দুৱাৰত শব্দ উঠিল। জনদ্ৰেটে লৰালৰিকৈ দুৱাৰ মেলি দিলে, এজন বুঢ়া ভদ্ৰমানুহ আৰু এজনী গাভৰু ছোৱালী হাতত ধৰাধৰিকৈ ঘৰৰ ভিতৰ সোমাই আহিল।

মেৰিয়াছ? মেৰিয়াছে তেতিয়াও আগৰ ঠাইতে ঠিয় হৈ বেৰ জুমি চাই আছিল। মেৰিয়াছৰ ভাব-ৰাজ্য তেতিয়া মানৱ ভাষাৰ দুৰ্গম পথত।

বুঢ়াৰ লগত অহা এৰেঁই তেওঁৰ সেই সাধনাৰ ধন। যি এবাৰ ভাল পাইছিল তেওঁহে বুজিব পাৰিব, 'তেওঁৰ ভিতৰত কিমানখিনি নুবুজি বুজা মানে সোমাই আছে। এই মইনা চৰাইটিয়েই মেৰিয়াছৰ চকুৰ আগৰ পৰা উৰি লৰ মাৰিছিল, এই তৰাটিৰ ফাললৈকে ছমাহ দিন ধৰি মেৰিয়াছে চাই আহিছে; এইখনি মুখৰ অবিহনতে মেৰিয়াছৰ দিনৰাতি একাকাৰ হৈ পৰিছে। আজি মেৰিয়াছৰ চন্দ্ৰগ্ৰহণ ভাগিল। আকাশী জোনায়ে নিজে আহি দুখীয়াৰ পজাত ধৰা দিছেহি। মেৰিয়াছ শিয়ঁৰি উঠিল।

বুঢ়াই ভিতৰ সোমায়ে তেওঁৰ চিৰলগৰীয়া গম্ভীৰ অথচ মৃদু মিচিকিয়া হাঁহিটিৰে জনদ্ৰেটক সম্বোধন কৰি কলে, "এই টোপোলাটো নিয়ক, ইয়াত কাপোৰ-কানি আছে।"

জনদ্ৰেটে কলে "আপুনি দেৱ-দূত!" এই বুলি জনদ্ৰেটে ভদ্ৰ মানুহজনৰ ফালে মূৰ দোঁওৱাৰ চলতে ওচৰতে ঠিয় হৈ থকা বৰজনী জীয়েকক কাণে কাণে সুধিলে, "বুঢ়াৰ ওচৰত মোৰ নাম কি বুলি কৈছিলি?" জীয়েকে ফুচফুচাই উত্তৰ দিলে "ফেবাণ্টো!" ভাগ্যক্ৰমে ঠিক সময়তে জনদ্ৰেটে কথাষাৰ সুধি লৈছিল। কাৰণ সেই মুহূৰ্ত্ততে বুঢ়াই মাত লগালে "সঁচাকৈয়ে আপোনাৰ অৱস্থা বৰ দুখ লগা, মছিয়ৰ—" জনদ্ৰেটে ঘপৰাই মাত দিলে "ফেবাণ্টো।" বুঢ়াই কলে, "হয় মছিয়ৰ ফেবাণ্টো—মোৰ মনত পৰিছে।"

জনদ্ৰেটে সুবিধা বুজি কবলৈ ধৰিলে, মই এসময়ত এজন নামজ্বলা ভাৱৰীয়া আছিলো। মই 'টেলমা'ৰ ছাত্ৰ। ভাগ্যলক্ষ্মীও সেই সময়ত মোৰ ওপৰত বৰ সুপ্ৰসন্ন আছিল। এতিয়াহে বিৰূপ হৈছে। চক, মোৰ ঘৰত আজি এটুকুৰা ৰুটি নাই। জুইৰ ফিৰিঙতি এটা নাই। ছোৱালী দুজনী জাৰত কঁপিছে। এখন মাত্ৰ চকি সিও ভগা। খিৰিকিত



আইনা নাই, তাতে এই মহামাৰী জাৰৰ দিন। মাকৰ নৰিয়া—উঠিব নোৱাৰে। এই ঠেটুৰাই ধৰা জাৰৰ দিনত মই ছোৱালীহঁতৰ মাকৰ এই ফটা চেমিজটোৰে দিন কটাব লগাত পৰিছোঁ। ছোৱালী কেজনীৰ অৱস্থা দেখিলে মোৰ হিয়া ফাটি যায়। তাৰ উপৰি কাইলৈ ৪ ফেব্ৰুয়াৰী। কাইলৈ ঘৰৰ ভেৰোণ শোধাব নোৱাৰিলে মোৰ এই আধামৰা মানুহজনী লৈ জাৰে-বৰষুণে ক'তনো বাঁহতলে গছতলে ফুৰিম। এই বছৰৰ ঘৰৰ ভেৰোণ শোধোৰা নাই। ৬০ ফ্ৰাঁ। কি হব!"

বুঢ়াই তেওঁৰ জেপৰ পৰা ৫ ফ্ৰাঁ মোহৰ উলিয়াই মেজৰ ওপৰত থৈ সুধিলে, "এতিয়া মোৰ হাতত আৰু একো নাই। আজি ৰাতিকৈ ঘৰৰ ভেৰোণ দিলেও হব নহয়? এই বুলি বুঢ়াই তেওঁৰ উমলগা অভাৰ কোটটো সোলোকাই চকিখনৰ ওপৰতে পেলাই থলে। জনদ্ৰেটে কলে, "হয়, আঠ বজাৰ আগতে দিলেও হব।"

"মই ছয় বজাৰ সময়তে দি যামহি।"

"ঈশ্বৰে মঙ্গল কৰক।"

বুঢ়াই জীয়েকৰ হাত ধৰি যাবলৈ ওললা। জনদ্ৰেটৰ ফালে চাই কলে, "গধূলিলৈ কোনোৰকমে বাট চক।" এই বুলি বুঢ়া ঘৰৰ বাহিৰ হল। এনেতে জনদ্ৰেটৰ বৰ জনী জীয়েকে মাত লগালে, "ডাঙৰীয়া, 'অভাৰ কোটটো' এৰি গল।" কথাষাৰ কৈ দিয়াৰ বাবে জনদ্ৰেটে টিপতে জীয়েকক বৰ ঘোকোটা এটা মাৰিলে। বুঢ়াই বাহিৰৰ পৰা মাত লগালে, "মই এৰি অহা নাই, তোমাৰ পিতাৰাৰ কাৰণে এৰি থৈ আহিছোঁ।"

মেৰিয়াছে বেৰ জুমি আদ্যোপান্ত ঘটনা দেখি আছিল যদিও প্ৰকৃত-পক্ষতে তেওঁ একো নেদেখিলে। তেওঁৰ চকু আছিল প্ৰণয়-প্ৰতিমাৰ ওপৰত, মন আছিল প্ৰণয়-প্ৰতিমাৰ চিন্তাত। তাত যিমান পৰ ছোৱালীজনী আছিল সিমান পৰ মেৰিয়াছ বাহ্যজ্ঞান শূন্য হৈ যোগত পৰি আছিল। বুঢ়াই কথা পাতি থাকোঁতে ছোৱালীজনীয়ে জনদ্ৰেটৰ পত্নী আৰু কন্যাক মাজে মাজে তুষাৰ চাৰিষাৰ কথা সুধিছিল।

মেৰিয়াছে তেওঁৰ ডাঙৰ কলা চকুযুৰি চিনে, বহল কপালখনি আৰু সেই লাহি এমুঠিমান কঙ্কালটিও দেখিছে, লয়লাসে কঢ়া খোজকিটিও মনত আছে ; কিন্তু ইমান দিনে তেওঁৰ মুখৰ কথা এষাৰিও শুনিবলৈ পোৱা নাছিল। বৰ হেপাহেৰে শুনিবলে পাওঁ বুলি মেৰিয়াছে কাণ উনাই আছিল, কিন্তু তেওঁ কথা কোৱা সত্বেও জনড্ৰেটৰ ভগাঢোলৰ আগত মেৰিয়াছে একো শুনিবলৈ নেপালে।

বুঢ়া আৰু ছোৱালীজনী ওলাই যোৱাৰ লগে লগেই মেৰিয়াছৰো ধ্যান ভঙ্গ হল। মেৰিয়াছে লৰালৰিকৈ ঘৰৰ বাহিৰ ওলাই দেখিলে বুঢ়াই গাৰীত উঠি গাৰী এৰি দিছে। মেৰিয়াছৰ ভাবিবৰ সময় নাছিল। যি অৱস্থাতে ঘৰৰ ভিতৰত আছিল, সেই অৱস্থাতেই বাহিৰ হৈ পৰিল। গাত এটা পুৰণা কোট। তাতো বুটাম নাই। এখন খালি গাৰী দেখি হাত জোকাৰি গাৰীখন ৰখাই গাৰোৱানক সুধিলে, "এঘণ্টাৰ ভাৰা কিমান ?" গাৰোৱানে উত্তৰ কৰিলে, "৪০ ছু।" মেৰিয়াছে হাত ভৰাই দেখিলে তেওঁৰ জেপত মুঠেই ১৬ ছুহে আছে। গাৰোৱানক কলে, "ঘূৰি আহি দিম।" গাৰোৱানে মেৰিয়াছৰ কাপোৰ-কানিৰ অৱস্থা দেখি আৰু একো নেমাতি গাড়ী চলাই গুচি গল। মেৰিয়াছে নিৰুপায় হৈ কিছুমান পৰ হাঁ-হুতাশ কাঢ়ি ঠিয় হৈ থাকি ঘৰলৈ উভতি আহিল।

মেৰিয়াছে ঘৰলৈ আহি ভিতৰ সোমাইছে মাত্ৰ, এনেতে জনড্ৰেটৰ বৰ জীয়েক মেৰিয়াছৰ ঘৰৰ ভিতৰলৈ সোমাই আহিল। তাইৰ মুখ গম্ভীৰ, খোজ কাটল চুচুক-চামাক। মেৰিয়াছে বৰ বিৰক্ত হৈ মাত দিলে, "কি লাগে তোমাক ?"

"মছিঅ'ৰ মেৰিয়াছ! আপোনাক বৰ বেজাৰমুৱা দেখিছো, কি হৈছে আপোনাৰ ?"

"একো হোৱা নাই। মোক এতিয়া আহুকাল নকৰিবা।"

"ৰব, আপুনি চহকী নহলেও পুৰা আমাক সহায় কৰিছে। আপোনাৰ কি হৈছে মোক কক। আপোনাৰ মনত দুখ লাগিলে তৎক্ষণাতে ধৰিব পাৰি। মোক ঘটনাবোৰ কব নেলাগে, কিন্তু মই কামত আহিব পাৰো। মই পিতাক যেনেকৈ সহায় কৰোঁ, আপোনাকো কৰিব পাৰোঁ।"



গছ ভাগি পৰিব খোজা মানুহলৈ ঠাল-ঠেঙুলিও বৰ উপকাৰী হৈ পৰে। মেৰিয়াছে ছোৱালীজনীৰ কাষ চাপি কলে, "তুমি পুৱা যে বুঢ়া আৰু জীয়েকক লৈ আহিছিলা, তেওঁবিলাক কত থাকে ?"

"নেজানো।"

"মোক বিচাৰি দিয়া"।

ছোৱালীজনীৰ নীৰস চকু দুটা হঠাৎ উজ্জ্বল হৈ উঠি আকৌ গধুৰ হৈ পৰিল। তাই ক্ষন্তেক নিতাল মাৰি থাকি "সেই ধুনীয়া গাভৰুটিৰ ঠিকনা লাগে" বুলি তললৈ মূৰ কৰি ওলাই গুচি গল। মেৰিয়াছে চকি এখন টানি লৈ বহি পৰিল। এনেতে জনড্ৰেটক কোৱা শুনিলে, "মই তাক চিন ধৰিছো কোনো ভুল নাই।"

মেৰিয়াছে কথাষাৰ শুনিয়ে চক্ খাই উঠিল। জনড্ৰেটে কাৰ কথা কৈছে ? ছোৱালীজনীৰ বাপেকৰ কথা নেকি ? মেৰিয়াছে লাহেকৈ উঠি বেৰৰ কাষলৈ গৈ বেৰৰ জলঙাই জুমিবলৈ ধৰিলে। একাষে ছোৱালী দুজনী বহি আছে। বাপেকৰ মুখলৈ চাই মাকে মূৰে-কপালে হাত দি বহি বহি সুধিছে—"সচানে।"

"সঁচা, আঠবছৰৰ হে কথা তেও। তুমি চিনি নেপালা ? কাপোৰ-কানিখিনি জানিবা অলপ বাৰুকৈ পিন্ধিছে। ক'ত সাৰিব!" এই বুলি বুঢ়াই জীয়েকহঁতৰ ফালে চাই মাত দিলে "তহঁত যা। গধূলি পাঁচ বজাৰ সময়ত তহঁতক মই লগ পাব লাগিব।"

ছোৱালীদুজনী ওলাই গলত জনড্ৰেটে কলে—এই ছোৱালীজনীক চিনি নেপালা! সেইজনী ছোৱালীযেই! এতিয়া আমাৰ ভাল দিন আহিছে। বুঢ়া যেতিয়া গধূলিলৈ ৬০ ফ্ৰাঁ ধন লৈ আহিব, তেতিয়া আমাৰ এই চুবুৰীয়া ঘৰত নেথাকে। তেওঁৰ লিগিৰীও ঘৰলৈ যাবগৈ। আমাৰ ছোৱালীহঁতে বাটত মানুহ চাব। মই এতিয়া মানুহ-দুনুহৰ যোগাৰ কৰোঁ। বুঢ়াক ভিতৰ সুমুৱাই লৈ কাজ ৰফা কৰি পেলাম।

কয়লা অলপমানো আনি থবা। মই বাহিৰৰ পৰা আহোঁ।” এই বুলি জনড্ৰেট ঘৰৰ পৰা বাহিৰ হৈ পৰিল।

জনড্ৰেট-দম্পতীৰ কথা শুনি মেৰিয়াছৰ পেটতে হাত ভৰি লুকাল। এটা ভীষণ হত্যাকাণ্ডৰ আয়োজন দেখি মেৰিয়াছে কাপোৰ-কানি পিন্ধি তৎক্ষণাৎ থানাৰ ফালে ঢাপলি মেলিলে।

মেৰিয়াছৰ কথা শুনি পুলিছ ইন্সপেক্টৰে দুটা পিস্তল আনি মেৰিয়াছৰ হাতত দি কলে “এই দুটা আপুনি লৈ থক। এতিয়াই মনে মনে গৈ ঘৰৰ ভিতৰ সোমাই বেৰ জুমি চাই থাকক গৈ। দুইটা পিস্তলতে খাৰ ভৰোৱা আছে। সিহঁতে ভাবিব আপুনি ঘৰত নাই; যেই সিহঁতে কামত লাগিব খুজিব, আপুনি পিস্তলৰ শব্দ কৰি দিব। বাকী মই যি কৰিব লাগে কৰিম।”

মেৰিয়াছে পিস্তল লৈ যাবলৈ ওলাল। এনেতে ইন্স্পেক্টৰে কলে, “এতিয়া আঠে বাজিছে। আৰু তিনি ঘণ্টা বাকী। যদি ইয়াৰ ভিতৰতে মোক দৰকাৰ হয়, ইয়ালৈ আহি ইন্স্পেক্টৰ জাভেয়াৰৰ খবৰ কৰিব।”

ঘৰলৈ উভটি আহি মেৰিয়াছ মনে মনে তাৰ কোঠাৰ ভিতৰ সোমাল। কোনেও গমকে নেপালে।

ছয় বাজিবলৈ আধাঘণ্টা থাকোতেই মেৰিয়াছ বেৰৰ কাষত গৈ সাজু হল। জনড্ৰেটৰ ঘৰৰ চিমনীত দপ্দপ্ কৰে জুই জ্বলিছে। জুইত বহুতো লোহাৰ চেপেনা-টেপেনা তপত কৰা আছে। একাষে জৰী এনুৰা ফটা কাপোৰ এখন দি ঢাকি থোৱা আছে। ঘৰটো ধোৱাৰ তাপত নৰকতকৈয়ো কমাৰৰ ঘৰ যেনহে লাগিছিল। কিন্তু জনড্ৰেটক তেতিয়া কমাৰশালৰ কমাৰ যেন নেদেখি নৰকৰ পিশাচ যেন হে দেখা গৈছিল।

দূৰৰ “ছেণ্ট মেডাৰ্ড্” গীৰ্জ্জাত ঢং ঢং কৰি ছটাৰ কোব পৰিল। মেৰিয়াছে একেবাৰে উশাহ নিশাহ বন্ধ কৰি চাবলৈ ধৰিলে। অলপ পৰৰ ভিতৰতে বুঢ়া আহি ঘৰৰ ভিতৰ সোমাল। জনড্ৰেটে অভিবাদন কৰাৰ লগে লগেই বুঢ়াই এটা লুই মোহৰ উলিয়াই-মেজৰ ওপৰত থৈ মাত



দিলে—“মছিঅ’ৰ ফেবাণ্টো! এই লক। ঘৰৰ ভেৰোণ দি যি অলপ থাকিব তাৰে বৰ্ত্তমান চলাওক। পাছে পৰে আৰু দেখা যাব।”

জনড্ৰেটে বৰ নম্ৰভাৱে কলে—“উদাৰ দানশীল পুৰুষ! ঈশ্বৰে আপোনাক প্ৰতিদান দিয়ক।”

এনেতে এটা মানুহ আহি ভিতৰ সোমাই বহি গল। মানুহটোৰ গাত ডিঙি আৰু হাত ছিগা এটা ফটা নীলা ছোলা। মুখখন দেখিলেই ভয় লাগি যায়। মানুহটো দেখি বুঢ়া অলপ আচৰিত হৈ পৰিল। বুঢ়াই সুধিলে—এখেত কোন?”

“আমাৰে এজন ওচৰ-চুবুৰীয়া।”

বুঢ়াই সৰলভাৱে কলে—“মছিঅ’ৰ ফেবাণ্টো! মই তেখেতক চিনি নেপাইহে সুধিছো, ক্ষমা কৰিব।”

জনড্ৰেটৰ মুখৰ ভাব পৰিবৰ্ত্তন হৈ আহিল। বঢ়াক ঘোপাকৈ ধৰি মাত দিলে, “উপকাৰী বন্ধু! অৱস্থাই আমাক সকলো বয়-বস্তু বেচালে, মাত্ৰ এই ছবিখন বাকী।”

এনেতে আৰু এটা মানুহ আহি এচুকত বহি পৰিল। জনড্ৰেটে কলে—“ওচৰ-চুবুৰীয়া মানুহ। অঁ, সেই ছবিখনৰ কথা কৈছিলোঁ। বহুমূলীয়া ছবি ডাঙৰীয়া! মোৰ জীৱনৰ বহুত দিনীয়া পুৰণা লগৰীয়া এই ছবিখন। এতিয়া দুখত পৰি বেচিবলৈ ওলালোঁ।”

বুঢ়াই ছবিখন চাই থকাৰ ভিতৰতে কোঠাৰ ভিতৰত একে বিধৰ ৪টা মানুহ আহি গোটখালেহি। বুঢ়াই অলপ সন্দেহ কৰি সিহঁতৰ ফালে চোৱা দেখি জনড্ৰেটে কলে—“সিহঁতৰ ফালে মন নকৰিব, মোৰ ওচৰ-চুবুৰীয়া মানুহ। সিহঁতে চিমনী চফা কৰি ফুৰে দেখি সিহঁতৰ মুখত ছাই লাগি আছে। যি হওক, আপোনাৰ নোটবুকখন আনিছেনে? মোক ছবিখনৰ দাম এহেজাৰ ক্ৰাউন লাগিব।” বুঢ়াই উত্তৰ কৰিলে ‘ছবি ৩ ফ্ৰাঁৰো লায়েক নহয়।” এই বুলি লাহেকৈ উঠি বেৰৰ ফালে পিঠি দি ঘৰটোৰ কেউফালে চকু ফুৰাই চাই ললে। জনড্ৰেটে কলে—“উপকাৰী বন্ধু, যদি আপুনি এই ছবিখন নিকিনে, তেন্তে মই পানীত পৰি

মৰাৰ বাহিৰে আন উপায় নাই।” কথাবাৰ কোৱাৰ লগে লগেই জনড্ৰেটৰ মুখৰ গঢ় হঠাৎ ভীষণ হৈ উঠিল। বুঢ়াৰ কাষ চাপি আহি কঁপি কঁপি কবলৈ ধৰিলে, “কথা সেইটো নহয়। তই মোক চিনি পাইছনে ?” বুঢ়াই তাৰ মুখৰ ফালে চাই উত্তৰ দিলে—“নাই পোৱাঁ।” জনড্ৰেটে মেজৰ ওপৰত থকা মমবাতি ডালৰ কাষত মুখখন থৈ কলে, “মোৰ নাম ফেবান্টো নহয়, জনড্ৰেটও নহয়, মোৰ নাম টেনাৰ্ডিয়ে। মফেয়াৰ মেলৰ হোটেলৰ গৰাকী টেনাৰ্ডিয়েৰ। চিনি পাইছ ?”

বুঢ়াৰ গা চিৰিঙ কৰে উঠিল, কিন্তু অবিচলিত ভাৱে উত্তৰ দিলে, “নাই পোৱা।”

বুঢ়াই কি উত্তৰ দিলে মেৰিয়াছে শুনিবলৈ নেপালে। জনড্ৰেটে “মোৰ নাম টেনাৰ্ডিয়েৰ” বোলা মাত্ৰকে মেৰিয়াছ অস্থিৰ হৈ পৰিল। মূৰ ঘূৰি গল। পুলিছক ইঙ্গিত কৰিবলৈ দণ্ডা পিস্তল দণ্ডা ভাগেই থাকিল। এই নামেই মেৰিয়াছৰ ওচৰত তীৰ্থৰ জ্যোতি—পুণ্যময় স্মৃতি। কিন্তু ই কি! পিতাকৰ জীৱনদান দিওঁতা এটা বিশ্বাসঘাতক পাষণ্ড! কি কৰিব ? পিতৃৰ আদেশ তাৰ উপকাৰ কৰিব লাগিব। কিন্তু এটা যে মানুহৰ হত্যা হয়। মেৰিয়াছ, বলিয়াৰ দৰে হল।

টেনাৰ্ডিয়েৰে উত্তৰ দিলে—“মোৰ দানী বন্ধু! ফটা চোলা পিন্ধা কুবেৰৰ ভৰালী! মোক পাহৰি পেলালা। আঠ বছৰৰ আগতে ১৮২৩ খৃষ্টাব্দৰ খ্ৰীষ্টমাছৰ ৰাতি তুমিয়েই মোৰ মফেয়াৰ মেলৰ হোটেলত আলহী হোৱাহি নাইনে ? তুমিয়েই মোক ছল কৰি ফঁটিনৰ জীয়েক লাৰ্কক মোৰ ঘৰৰ পৰা লৈ যোৱা নাইনে ? ১৫০০ ফ্ৰাঁ দি ছোৱালীজনী লৈ গলি। আৰু পালোঁহেতেন। তোৰ হাতৰ টোকোনৰ ভয়ত হাবিৰ মাজত একো নকৰিলোঁ। মনৰ খঙ মনতে মাৰ নিয়াই গুচি আহিলো। আজি কত সাৰিবি ?”

বুঢ়াই আগৰ দৰেই অবিচলিতভাৱে—উত্তৰ কৰিলে—“আপুনি কি কৈছে, মই একো বুজিব পৰা নাই। মই দুখীয়া মানুহ। কাক কুবেৰ পাতিছে আপুনি ? মোক আন কোনোবা বুলি ভুল কৰিছে।”



“টেঙৰালি নেখাটে! তই মোক চিনি পোৱা নাই ?”

“ক্ষমা কৰিব! মই চিনি পাইছো—আপুনি এটা দস্যু।”

“তোৰ দৰে মই লোকৰ ছোৱালী—চুৰ কৰি ফুৰা নাই। মই ফৰাছী সেনা! ৱাটাৰলুত যুদ্ধ কৰি আহিছোঁ। পণ্টমাৰচি হেন বেৰণৰ জীৱন ৰক্ষা কৰিছোঁ। বেছি কথাৰ আৱশ্যক নাই। দিয় যদি দে মোক কিছুমান ধন—নহলে মৰিলি।”

বুঢ়াই একো নেমাতিলে। জনড্ৰেটে কথা কৈ থাকোঁতে ঘৰটোৰ চাৰিওকাষ বুঢ়াই ভালকৈ চাই লৈছিল। জনড্ৰেটে কথা কৈ অঁতাই যেতিয়া খঙত বলিয়া হৈ ঘৰটোৰ ভিতৰতে ইফালৰ পৰা সিফালে অহাযোৱা কৰি আছিল, বুঢ়াই একে জাপেই খিৰিকিৰ ওপৰত উঠি বাহিৰলৈ জপিয়াবলৈ হাতভৰি মেলি দিলে। গাটোৰ আধা বাহিৰ নো-হওঁতেই টেনাৰ্ডিয়েৰ পত্নী আৰু মানুহ চাৰিটাই বুঢ়াক থাপ মাৰি ধৰি ভিতৰলৈ টানি আনিলে। তুমুল সংগ্ৰাম চলিল। বুঢ়াৰ গোৰ, লাঠি, ভুকু ঢকাত আটাইবোৰ চিৎখাই চিৎখাই পৰিল, কিন্তু বুঢ়াই অকলে কি কৰিব ? বুঢ়া ভাগৰি পৰিল। বুঢ়াক আটাইজাকে নি বিছনা এখনৰ ওপৰত হেচা মাৰি ধৰি বগৰা-বগৰি লগালে। মেৰিয়াছ আৰু থিৰেৰে থাকিব নোৱাৰাত পৰিল। তেওঁ পিস্তল দাঙি ওপৰলৈ চাই মনে মনে কবলৈ ধৰিলে—“পিতা, মোক ক্ষমা কৰিবা।” এইবুলি সি পিস্তলৰ ঘোৰা টিপিব খোজোতেই জনড্ৰেটে মাত দিলে, “সাৱধান! বুঢ়াক দুখ নিদিবা।”

মানুহকেটাই বুঢ়াক বিছনাখনৰ খুটা এটাত বান্ধি পেলালে। বন্ধা হলত—জনড্ৰেটে কলে—“জেপত কি কি আছে বিচাৰাঁ।”

মানুহকেটাই বুঢ়াৰ জেপত হাত ভৰালে। বুঢ়াই কাটি-কুটা একোকে নকৰিলে। জেপৰ ভিতৰত ধন ছয় ফ্ৰাঁ আৰু ৰুমালখনৰ বাহিৰে—একো নেপালে।

টেনাৰ্ডিয়েৰ ওৰফে জনড্ৰেটে ধনখিনি আৰু ৰুমালখন জেপত ভৰাই চকি এখনৰ ওপৰত বহি পৰিল ; বুঢ়াৰ ফালে কিছুপৰ একেৰাহে চাই

থাকি মাত লগালে, "তুমি খিৰিকিয়েদি জাপ মাৰি কিয় হাতভৰি ভাঙিব খুজিছিলা ? তুমি অতপৰে চিঞৰ-বাখৰ কৰি—মানুহ গোটাব পাৰিলাহেঁতেন। তুমি এটা বিজো মৰা নাই। তাৰ মানে তুমি পুলিচ মাতিব নোখোজা। ইও এক সন্দেহৰ বিষয়। তুমি পুলিচৰ পৰা আঁতৰি থাকিব খোজা, অৰ্থাৎ তোমাৰ গাত অলপ চেকা আছে। বেছ কথা। আমিও পুলিচৰ হাতত পৰিব নোখোজোঁ। তেন্তে আমি আপোছতে এটা মীমাংসা কৰি পেলাওঁ। মোক ধন লাগে। তুমিও উদং হব নেলাগে। তোমাৰো হক মোৰো হক। মোক বেছি নেলাগে, ২০০০ ফ্ৰাঁ দিয়া।"

বুঢ়াই 'হা' 'না' একোকে নকলে। টেনাৰ্ডিয়েৰে কৈ গল, "তোমাৰ হাতত এতিয়া ধন নাই, মই জানো। কিন্তু তুমি এটা কাম কৰাঁ, মই তোমাক কৈ যাওঁ তুমি লিখি যোৱাঁ।" এই বুলি টেনাৰ্ডিয়েৰে কাগজ কলম চিয়াঁহিৰে মেজ এখন বুঢ়াৰ ফালে আগবঢ়াই দি কলে. "লিখাঁ।"

বন্দীৰ মুখত মাত ওলাল—"কেনেকৈ লিখোঁ হাত দুয়োখন বন্ধা।"

টেনাৰ্ডিয়েৰৰ ইঙ্গিতত মানুহকেটাই বন্দীৰ হাত মুকলি কৰি দিলে। বন্দীয়ে হাতত কলম লৈ লিখিবলৈ ওলাল। টেনাৰ্ডিয়েৰে কবলৈ ধৰিলে—

"কল্যাণীয়া,—

চিঠি পোৱা মাত্ৰে আহিবা। বিশেষ দৰকাৰ। পত্ৰবাহকক তোমাক আনিবলৈ পঠালো। মই বৈ আছো। কোনো আশঙ্কা নকৰিবা।

বন্দীয়ে লিখি গল। লিখা শেষ হলত টেনাৰ্ডিয়েৰে মাত দিলে, "তোমাৰ নাম চহী কৰাঁ। তোমাৰ ৰুমালত লেখা আছে U. F.। U. F. বুলিয়েই লিখা। ঠিকনা দিয়াঁ। জীয়েৰৰ নাম লিখাঁ, মেডমজেল্ ফেবাৰ। ১৭ নং ছেণ্ট ডমিনিক।"

টেনাৰ্ডিয়েৰে চিঠিখন লৈ ঘৈণীয়েক আৰু মানুহ এটাক তৎক্ষণাৎ পত্ৰ-গ্ৰাহকৰ কাষলৈ পঠিয়াই দিলে। মেৰিয়াছে মন্ত্ৰমুগ্ধ-প্ৰায় থৰ হৈ



একে ঠাইতে ঠিয় দি বৈ থাকিল। বন্দা, টেনাৰ্ডিয়েৰ, আৰু মানুহকেটা কাঠৰ পুতলাৰ দৰে চুকে চুকে বহি ৰল।

কিছুমানপৰ তলকা মাৰি থকাৰ পাচত টেনাৰ্ডিয়েৰে মাত লগালে. "তোমাৰ জীয়েৰে চিঠিখন পায়ে পত্ৰবাহকৰ লগত গুচি আহিব। সিহঁতে তাইক নি পলুৱাই থবগৈ। তুমি যেতিয়া মোৰ হাতত ধন দিবাহি তেতিয়াহে তাইক এৰি দিম। এতিয়া সিহঁত আহি পালেহিয়েই তোমাৰ মুক্তি। তোমাৰ যলৈকে ইচ্ছা যাব পাৰিবা, কিন্তু পুলিছত খবৰ দিলে তোমাৰ ছোৱালীৰ পিনে আৰু আশা নেৰাখিবা।" মেৰিয়াছৰ আকাশে জীৰ গল। মেৰিয়াছে ভাবিলে, পিস্তলৰ শব্দ কৰি পুলিছ মাতি আনে। কিন্তু ইফালে টেনাৰ্ডিয়েৰে কৈছে, "ছোৱালীজনীৰ আশা নেথাকিব।" মেৰিয়াছৰ মূৰত স্বৰগ পৰিল। কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰি—দুই নাও দুই ভৰি হৈ ৰল। এনেতে ছোৱালীজনী আনিবলৈ যোৱা মানুহবোৰ উভতি আহি ঘৰৰ ভিতৰ সোমাল। টেনাৰ্ডিয়েৰে কিবা সুধিবলৈ আঁ কৰোতেই মাডাম টেনাৰ্ডিয়েৰ খঙত টিঙিৰি তুলা যেন হৈ কঁপি-জপি কবলৈ ধৰিলে,—"একেবাৰে ফাঁকি কথা। এনে নাম তাত কোনেও শুনাই নাই।"

টেনাৰ্ডিয়েৰে বন্দীৰ ফালে চাই হতাশ গম্ভীৰভাবে মাত লগালে— "মিছা ঠিকনা দিছিলি ? কিহৰ আশাত ?"

বজ্ৰ গম্ভীৰভাৱে নিৰ্ভীক বন্দীয়ে উত্তৰ কৰিলে, "সময়ৰ আশাত। এতিয়া বহুতো সময় পালো।" এই বুলি ঘপহকৰে হাত মেলি চিমনীত তপতাই থোৱা ৰঙা লোহা এডাল তুলি লৈ ডাঙৰ ডাঙৰকৈ কবলৈ ধৰিলে, "পাষণ্ডইত! মোৰ জীৱনত কোনো মমতা নাই। তহঁতে ভাবিছ, এই লোহা পুৰি মোৰ গাত লগাই মোৰ পৰা কথা উলিয়াব পাৰিবি। আশা নাই; আশা নাই। এই চা।" কথাযাৰ শেষ হোৱাৰ লগে লগে ছোলাৰ হাত কোঁচাই লৈ, তপত লোহাডাল হাতত লগাই দিলে। তপত লোহাত লাগি হাতখন ফৰ্ ফৰ্ কৰে পুৰি গল। মানুহ পোৰাৰ গোন্ধত ঘৰটো অৎকাৰ হৈ উঠিল। মেৰিয়াছৰ

গা জ্বৰ ঘমাদি ঘামিবলৈ ধৰিলে। টেনাৰ্ডিয়ে আৰু তাৰ লগৰীয়াহঁত ভয়ত পিছহুঁহকি পৰিল। কিন্তু বন্দীৰ মুখত তিলমানো কষ্টৰ চিন নোলাল। ধীৰ-স্থিৰ দৃষ্টিৰে টেনাৰ্ডিয়েৰ ফালে চাই বিজয় দৃপ্তস্বৰে মাত দিলে, "কৰ, কি ইচ্ছা।" এই দৃষ্টিত ঘৃণাও নাছিল, কষ্ট নাছিল। সি এক প্ৰশান্ত, স্নিগ্ধ, সুন্দৰ দৃষ্টি।

টেনাৰ্ডিয়েৰ—পত্নীয়ে মাত দিলে—"ইয়াক কাটি পেলাওঁ।" টেনাৰ্ডিয়েই কথাষাৰ শুনা মাত্ৰকে এখন কটাৰী উলিয়াই আনিলে। ধাৰ দিয়া কটাৰী। বাতি এন্ধাৰ পোহৰৰ দোমোজাত চিক্‌মিকাই উঠিছিল। মেৰিয়াছে হাতত পিস্তল লৈ থক্‌থককৰে কঁপিবলৈ ধৰিলে। এনেতে এছাটি জোনৰ পোহৰ আহি মেৰিয়াছৰ ঘৰৰ ভিতৰখন পোহৰ কৰি পেলালে। মেৰিয়াছৰ চকু তাৰ মেজৰ ওপৰলৈ যোৱা মাত্ৰকে টেনাৰ্ডিয়েৰ বৰ জীয়েকে পুৱা 'পুলিছ আহিছে" বুলি লিখি থোৱা কাগজখন তাৰ চকুত পৰিল। কাগজ খনত চকুপৰা মাত্ৰকে বিজুলী চমকৰ দৰে হঠাৎ মেৰিয়াছৰ মনত এটা বুদ্ধিয়ে ভুমুকি মাৰিলে। বিপন্নও ৰক্ষা হব, পিতৃ-আজ্ঞাও পালন কৰিব। কাগজখন বুটলি লৈ, টোপোলা এটা কৰি বেৰৰ জলঙাই দি টেনাৰ্ডিয়েৰ ঘৰলৈ দলিয়াই দিলে।

ঠিক সময়তে টেনাৰ্ডিয়েৰ আদেশত তাৰ সহকাৰী মানুহকেটাই বন্দীক হাতে-ভৰিয়ে জপতিয়াই ধৰি লৈ আছিল। টেনাৰ্ডিয়েই হাতত কটাৰী লৈ নৰ-হত্যাৰ সকলো ভয়-কুণ্ঠা আঁতৰাই বন্দীৰ ফালে আগ বাঢ়িছে। এনেতে টেনাৰ্ডিয়েৰ পত্নীয়ে মাত দিলে "ৰবাচোন, কিবা এটা পৰাৰ লেখীয়া শুনিছোঁ। এয়া এইটো কি?" এই বুলি তাই কাগজৰ টোপোলাটো বুটলি লৈ আচৰিত হৈ গিৰিয়েকৰ হাতত দিলে। গিৰিয়েকে ভয়ে-বিস্ময়ে কাগজৰ টোপোলাটো লৈ মেলিবলৈ ধৰিলে। টোপোলাটোৰ ভিতৰত জীয়েকৰ হাতৰ আখৰ আৰু কথাখিনি দেখি উত্ৰাৱল ভাৱে চিয়ঁৰি উঠিল—"পলাওঁ, পলাওঁ, জখলা লগা, খিৰিকিয়েদি নেসাৰিলে উপায় নাই।" কথাষাৰ কোৱা মাত্ৰে আটাই খনৰে হুৰা-মূৰা লাগিল। মানুহকেটাই বন্দীক এৰি দি জখলা লগাবলৈ ধৰিলে।



জখলা লগোৱা শেষ নৌহওঁতেই—পুলিছ ইন্সপেক্টৰ জাভেয়াৰ দলে-বলে আহি ঘৰৰ ভিতৰ সোমাই মাত দিলে, "খবৰদাৰ! কোনো নপলাবি।" জাভেয়াৰক দেখিয়েই আটাইখনৰ আকাশে জীৰ গ'ল। বুকু ঢপঢপাবলৈ ধৰিলে। যতে আছিল ততে থৰ হৈ ৰৈ গ'ল। জাভেয়াৰ সিহঁতৰ চিৰপৰিচিত মানুহ।

ঘৰটোৰ ভিতৰত মম-বাতি এডাল টিমিক-টামাক কৈ জ্বলি আছিল। জাভেয়াৰৰ মানুহ আহি মম-বাতিৰ পোহৰ ঢাকি পেলালে। জাভেয়াৰে তেওঁৰ সহকাৰী বোৰক আদেশ কৰিলে, "ইহঁতক হাত কেৰেয়া দে, বন্দীৰ বান্ধ মোকোলা।" এইবুলি তেওঁ জেপৰ পৰা কাগজ, পেন্‌ছিল উলিয়াই ঘটনাৰ বিৱৰণ লিখিবলৈ ধৰিলে। লিখা শেষ হলত সহকাৰী এজনক কলে, "মানুহ জনক মোৰ আগলৈ আন।"

মানুহজন নাই। দুৱাৰমুখ মানুহে আগুৰি আছিল। মানুহ নাছিল মাথোন খিৰিকিৰ কাষত। পুলিছৰ মানুহে তেওঁৰ বান্ধ খুলি দিয়াত—মানুহৰ ওপৰা-ওপৰি, মমবাতিৰ টিমিক-টামাক পোহৰ আৰু মেলা খিৰিকিৰ সুবিধা পাই জাভেয়াৰে লিখি থাকোঁতে বন্দী কেতিয়াৰা পলাই গুচি গল।

জাভেয়াৰে দাঁত কৰচি কৰচি মাত লগালে—"সেই পাষণ্ডহে কিজানি গোটেই জাকৰ ভিতৰত বেছি গভাইত।"

পাছদিনা সন্ধিয়া লাগি ভগাৰ পিছত এটা ভিকহু হাড়ছাল ওলোৱা লৰাই বাটে বাটে চিঞৰি চিঞৰি গান গাই গাই ঘৰটোৰ দুৱাৰ মুখত ঠিয় দিলেহি। তাৰ গাত কাপোৰ-কানি বুলিবলৈ কেইডোখৰমান ফটা কানি মাথোন। তথাপি ফেব্ৰুৱাৰী মাহৰ মহামাৰী জাৰলৈ সি কেৰেপকে কৰা নাছিল। ঘৰটোৰ দুৱাৰখন জপোৱা পাই—তাৰ সৰু সৰু ভৰি কেটাত পিন্ধি অহা নাও যেন জোতা জোৰেৰে সি দুৱাৰত গুৰিয়াবলৈ ধৰিলে। দুৱাৰত গুৰিয়াৰ শব্দ শুনি ঘৰৰ বুঢ়ীগিৰিহতনীয়ে হাত-পাত জোকাৰি মুখৰ বাৰ-বুৰি ভাঙতি-ভঙিতা কৰি দুৱাৰ মেলি ওলাই আহিল। মুখত "ছঁতচিৰী হোৱা, জহনীত যোৱা" তো লাগিয়ে আছে।

দুৱাৰ মেলি ওলায়ে এই লৰাটোক দেখি আৰু একোব চৰি উঠিল। লৰাক বুঢ়ীয়ে ভালকৈয়ে চিনি পায়। বুঢ়ীয়ে দুৱাৰেদি মুখখন উলিয়াই মাত দিলে—"চদকা খোৱা, দুৱাৰখন গুৰিয়াই ভাঙিবলৈ তোক কিহে পাইছে? জহনী যাব খুইছনে কি? যা, যা; ইয়াত কোনো নাই। নহলে বুঢ়ীমাৰে শুদাই নেৰোঁ।"

"পিতা কলৈ গল।"

"ফাটেকলৈ।"

"বাঃ। আই একা?

"পগলা ফাটেকত।"

"বাইদেউহঁত?"

"জানো কলৈ গল!"

"কেনে মজা!"

"ভালে ভালে যা ইয়াৰ পৰা।" এই বুলি বুঢ়ী দুৱাৰমাৰি ভিতৰ সোমাল। লৰাটোৱে বুঢ়ীয়ে দিয়া খবৰটো বোকোচা বান্ধি যি বাটেদি আহিছিল আকৌ সেই বাটেই খোজ ললে। ক্ষন্তেকৰ পাছতে লৰাটোৰ শিশুকণ্ঠৰ সুমধুৰ সুৰ আহি বুঢ়ীৰ কাণত পৰিল। সন্ধিয়াৰ জুৰ বতাহত উৰি অহা সেই স্পষ্ট গীতটি বহুত দূৰলৈকে শুনা গৈছিল। সি আপোন-পাহৰা হৈ বাটে বাটে গাই গৈছিল—

"ভবিতে ফানটি হাতত কৰেফাই
কাউৰী মাৰিবৰ চেও;
স্বৰ্গদেও ওলালে চিকাৰ কৰিবলৈ
ঘোৰাই মেলিলে দেও।
দলঙৰ ওপৰত স্বৰ্গদেও জিৰালে
ঘোৰাৰ ওপৰত উঠি—
বাটৰ বাটৰুৱা দলি মাৰি যোৱাঁ
হাঁচটিৰ একোটি কড়ি।"

---

## ঊনবিংশ অধ্যায়

মেৰিয়াছে পিছদিনা পুৱাতে তালি-টোপোলা বান্ধি দোকানে—পোহাৰে সকলো শোধ-পৰিশোধ কৰি সেই ঘৰটোৰ পৰা ওলাই আহিল। কলৈ কেনি গল, কোনেও উৱাদিহকে নেপালে।

টেনাৰ্ডিয়েৰ বিৰুদ্ধে সাক্ষী দিব লাগে বুলি মেৰিয়াছে হুতাই—তাইকৈ বহা সলনি কৰি নগৰৰ এচুকত থকা তেওঁৰ পুৰণা বন্ধু কৰফেয়াৰৰ লগত আহি থাকিবলৈ ললে। পুলিছ ইন্সপেক্টৰ জাভেয়াৰে মেৰিয়াছক বহুতো বিচাৰ খোচাৰ কৰিলে। কিন্তু মেৰিয়াছৰ সতৰ্কতাই জাভেয়াৰৰ সকলো অনুসন্ধান ব্যৰ্থ কৰিলে। মেৰিয়াছে তেওঁৰ পিতৃ-বন্ধু টেনাৰ্ডিয়েৰ বিৰুদ্ধে সাক্ষী ওলাবলৈ নহল।

এদিন দুদিনকৈ এই ঘটনাৰ পাছত দুমাহ পাৰ হৈ গল। মেৰিয়াছে ঢকা-চমকাকৈ বিজুলীৰ ক্ষন্তেকীয়া পোহৰত এখন্তকলৈ মাথোন তেওঁৰ প্ৰণয়িণী কজেটক টেনাৰ্ডিয়েৰ ঘৰত দেখিবলৈ পাইছিল। সেই ক্ষন্তেকৰ ভিতৰতে মেঘৰ বিজুলী মেঘৰ মাজত মাৰ গল। মেৰিয়াছৰ জীৱন বন্তিগছিও দূৰ অন্ধকাৰৰ ভিতৰত অদৃশ্য হৈ পৰিল। সেই মাহেন্দ্ৰক্ষণ অস্ত হোৱাৰ লগে লগে মেৰিয়াছৰ মনৰ—আনন্দ, চকুৰ তৃপ্তি. সকলো এক বিৰাট হাহাকাৰত পৰিণত হল। মেৰিয়াছ এতিয়া ভগ্ন-প্ৰাণ হতাশ প্ৰেমিক। দূৰ-বিদূৰৰ এটি মাত্ৰ ক্ষীণ ৰশ্মি যেনে-তেনেকৈ দিনে এটিবাৰ কজেটক ওচৰে আঁতৰে চাই যোৱা। তাৰ চিকিমিকি পোহৰত জনপূৰ্ণ সংসাৰৰ—সঙ্গীবিহীন মেৰিয়াছে জীৱনৰ ঘোৰ আউসীতো এখুজি-দুখুজিকৈ খপিয়াই-জপিযাই বাট বুলিবলৈ সক্ষম হৈছিল। সিও যেতিয়া দৈব-দুৰ্বিপাকত লুমাই পৰিল, মেৰিয়াছ আৰু আগবাঢ়ে কেনেকৈ? মেৰিয়াছৰ অন্তৰ শুষ্ককণ্ঠ শুকাই যোৱা পিয়াহেৰে ভৰপুৰ আছিল সচা, কিন্তু চকু দৃষ্টিবিহীন। চাৰিওফালে অকূল মৰুভূমি আৰু আন্ধাৰ মাথোন দেখিবলৈ পায়।

কিবা এক অদৃশ্য শক্তিয়ে মেৰিয়াছক উদগাই দিছিল আগলৈ টানি লৈ গৈছিল হয়, কিন্তু মেৰিয়াছ যেন একেবাৰেই অৱশ, মেৰিয়াছে লৰচৰকে কৰিব নোৱাৰে। মেৰিয়াছৰ তেতিয়া এক ভালপোৱাৰ বাহিৰে আন সকলো শক্তি লোপ পাইছিল। কিন্তু সেই ভালপোৱাৰো সকলো জ্যোতি আৰু সকলো উদগনি মেৰিয়াছে একেবাৰেই হেৰুৱাই পেলাইছিল। মেৰিয়াছৰ ভালপোৱা এক হাহাকাৰ ভালপোৱা হৈ উঠিল।

খোৱা-পাতত বহি মেৰিয়াছে খাবলৈ পাহৰিলে, শুবৰ পৰত হয়তো বাহিৰলৈ যাবলৈ ওলাল; মেৰিয়াছ মেৰিয়াছৰ পৰা ওলাই গ'ল। মেৰিয়াছ যেন আন কিবা এটাহে। কিন্তু হেজাৰ হলেও বিচ্ছেদৰ এই ভীষণ বানপানীতো মেৰিয়াছৰ পৰা যোৱা নাছিল সেই এক জীৱন-জুৰিথকা প্ৰেৰণা—পিতৃ-বন্ধু টেনাৰ্ডিয়েক সহায় কৰা। হা-হুতাশৰ হিল-দ'ল-ভঙা ধুমুহাৰ ঘাত প্ৰতিঘাতেও পিতৃৰ অন্তিম বাসনা পিতৃ-প্ৰাণ পৰাণৰ পৰা উভালি নিব নোৱাৰিলে। টেনাৰ্ডিয়েৰ ফাটেকত পৰা খবৰ পাই টেনাৰ্ডিয়েলৈ বুলি সোমবাৰ হলেই ৫ ফ্ৰাঁ ধন ফাটেকলৈ পঠিয়াই দিয়া মেৰিয়াছৰ উচ্চ দৈনিক ব্ৰত বিলাকৰ এটা উচ্চতম ব্ৰত হৈ পৰিল।

সেইদিনা সোমবাৰ, টেনাৰ্ডিয়েলৈ ধন পঠিয়াবৰ দিন। মেৰিয়াছৰ হাতত ধন নাই। নিৰুপায় হৈ মেৰিয়াছে কৰফেয়াৰৰ পৰা ৫ ফ্ৰাঁ ধন ধাৰলৈ ললে। মেৰিয়াছৰ জীৱনৰ ভিতৰত ধন ধাৰে লোৱা এয়ে প্ৰথম। ধন পায়ে মেৰিয়াছে ফাটেকৰ ফালে খোজ ললে। তেতিয়া মুকলি পুৱাৰ ৰাঙলি কিৰণত গছ-গছনিবোৰ তিৰ্‌বিৰাই উঠিছিল। মেৰিয়াছৰ কিন্তু তেতিয়া ৰাতি নে দিনেই একো হুচ নাই। কিবা ভাবি ভাবি গৈ আছে, এনেতে হঠাৎ এটা পৰিচিত কণ্ঠস্বৰ আহি মেৰিয়াছৰ কাণত পৰিল। মেৰিয়াছ চকৃখাই উঠিল,—যেন কোনোবাই কলে, "আঃ, তেওঁ এয়া!"

মেৰিয়াছে চকু তুলিয়ে দেখিলে, তেওঁৰ আগত টেনাৰ্ডিয়েৰ বৰজীয়েক ইপ্‌নিন। ইপ্‌নিনৰ মুখ শেতা; তাত জেউতি নাই। মেৰিয়াছক দেখামাত্ৰকে সেই শেতা মুখতো এটি ৰাঙলি ৰহন বিয়াপি পৰিল। ইপনিনে তাইৰ হাঁহো-হাঁহো কৰা মুখখানি তুলি এবাৰ মেৰিয়াছৰ মুখৰ ফালে চায়ে আকৌ চকুনমাই নি মাত দিলে, "বিচাৰি ফুৰিও পাবলৈ নাই! এতিয়া আগৰ ঘৰত নেথাকা?"

মেৰিয়াছে কলে—"নেথাকোঁ।"

"অ সেই কাৰণে? এতিয়া ক'ত থাকা?"

মেৰিয়াছে একো নকলে। ইপিনিনে আকৌ মাতদিলে, "মই তোমাক এটা ভাল বাতৰি কব পাৰোঁ।"

"কি বাতৰি?"

"ক'ত থাকে।"

"কোন?"

"সেই গাভৰুগৰাকী।"

মেৰিয়াছে বলিয়া মানুহৰ দৰে ইপনিনৰ হাত দুখন সাবটি ধৰি মাত দিলে, "কোৱাঁ, কোৱাঁ, মই তোমাক কাবৌটি কৰি মাতিছোঁ; নহলে মোক দেখুৱাই দিয়া।"

মেৰিয়াছৰ খামোচৰ পৰা ইপনিনে তাইৰ হাত কেখন এৰুৱাই আনি মাত দিলে, "এওঁৰ মনত এতিয়া ৰঙ।" এই মাতৰ লগত অহা সুৰটি কোনো আনন্দ উল্লাসৰ সুৰ নাছিল। সুৰটি আছিল হতাশ প্ৰাণৰ আকুল বৰাগী সুৰ। এই সুৰ শুনি শুনোতাৰো পাষাণ হিয়া ফাটি তেজৰ নৈ বলেহেতেন। কিন্তু মেৰিয়াছৰ?—মেৰিয়াছ তেতিয়া আত্মবিস্মৃত!

আশাৰ ৰঙলি ৰ'দত জিলিকি উঠা মেৰিয়াছক তৎক্ষণাতে সন্দেহৰ মেঘে আৱৰি পেলালে। মেৰিয়াছৰ কপালৰ আগ খোপা বান্ধি আহিল। ইপ্‌নিনৰ হাত দুখন আকৌ খামোচ মাৰি ধৰি উত্ৰাৱলভাৱে কবলৈ ধৰিলে "ইপ্‌নিন্! ইপ্‌নিন্! শপত খোৱাঁ—তুমি পিতাৰাক সেই ঠিকনাটো কেতিয়াও নোকোৱা।"

ইপ্‌নিনে ভেবালাগি মেৰিয়াছৰ মুখৰ ফালে চাই মাত দিলে—"ইপনিন্! মোৰ নাম ইপনিন্ বুলি কেনেকৈ জানিলা ?"

মেৰিয়াছে কৈ গল, "গোসাঁইৰ শপত—পিতাৰাক সেই ঠিকনাটো কেতিয়াও নকবা। কোৱাঁ, শপত খাই কোৱাঁ ইপনিন্।"

ইপ্‌নিনে ঢেকুঢেকুকৰে হাঁহিবলৈ ধৰিলে; হাঁহি হাঁহি কবলৈ ধৰিলে, "এঃ চাওঁ; মোৰ হাত দুখন এৰি দিয়া। মই যাওঁ। মোক জোকাৰিছা কেলেই? বাৰু, বাৰু; মই শপত খাইছোঁ। মোৰ কি হৈছে, পিতাক ঠিকনাটো কবলৈ!"

"অইনকো নকবা।"

"বাৰু অইনকো নকওঁ।"

"মোক তালৈ লৈ বলা।"

"আহাঁ। ইঃ. বঙে দুকুল ডাকিছে।"

দুয়ো থোজ ললে। মেৰিয়াছ যেন বতাহৰ আগতহে। কেইনলমান গৈয়ে ইপ্‌নিনে ঠেও ধৰি ৰৈ মাত দিলে, "এটা কথা। মোক বস্তু এটা দিম বুলিছিলা নহয়?"

মেৰিয়াছে জেপত হাত ভৰাই খেপিয়াবলৈ ধৰিলে। মেৰিয়াছৰ জেপত টেনাৰ্ডিয়েলৈ বুলি লৈ অহা সেই ৫ফ্ৰাঁ ধনৰ বাহিৰে মেৰিয়াছৰ আৰু ধন বুলিবলৈ পৃথিবীত সেইদিনা একোৱেই নাছিল। মেৰিয়াছে তাকে ইপনিনৰ হাতত গুজি দিলে। মেৰিয়াছৰ মুখৰ ফালে বৰ আমন-জিমনকৈ চাই ইপ্‌নিনে হাতৰ আঙুলি কেটা মেলি দি মোহৰটো মাটিলৈ সৰকাই দিলে। মোহৰটো মাটিত পৰাৰ লগে লগে তাই মুখ ওলমাই মাত লগালে, "তোমাৰ ধন আমাক নেলাগে!" ইপ্‌নিনক লাগে কি? মেৰিয়াছে নেজানিলে ইপ্‌নিনে কিহৰ ভিখাৰিণী হৈ হাত পাতিছে! ইপ্‌নিনে মেৰিয়াছক কজেট থকা ঘৰটো দেখুৱাই দিলে গৈ।

* * *

ওঠৰ শতিকাৰ মাজভাগতে পেৰীৰ পাৰ্লিয়ামেণ্টৰ প্ৰেছিডেণ্ট



এজনে 'ৰু দি ব্লুমে'ত ৰক্ষিতা এগৰাকীক লুকুৱাই ৰাখিবৰ নিমিত্তে এটা গোপন গৃহ সজাইছিল। এতিয়া প্ৰেছিডেণ্টো নাই, ৰক্ষিতাও নাই। গতিকে ঘৰটো কেৰেয়ালৈ দিয়া হয়। 'ৰু দি ব্লুমে' বৰ নিজান ঠাই। আশে-পাশে মানুহৰো বসতি নাই, আহ-যাহৰ বাট-পথো নাই। তদুপৰি ঘৰটোৰ ভিতৰত মানুহ-দুনুহ থকা-নথকা বাহিৰৰ পৰা অকণো গম ধৰিব নোৱাৰি।

১৮২৯ খৃষ্টাব্দৰ অক্টোবৰ মাহত এজন আদ-বয়সীয়া মানুহে এই ঘৰটো কেৰেয়ালৈ লৈ এজনী গাভৰু ছোৱালী আৰু আঁকৰী আৰু খোৰা বুঢ়ী লিগিৰী এজনীৰে সৈতে আহি থাকিবলৈ লোৱা দেখা গ'ল। মানুহ জনে ঘৰটোত থাকিবলৈ লোৱাতকৈও পলাই থকা বুলিলেহে শুৱায়। তথাপি ওচৰ-চুবুৰীয়াই একো ফুচ্-ফুচ-ফাচ্-ফাচ্ নুতুলিলে; কাৰণ ওচৰ চুবুৰীয়া বুলিবলৈ ওচৰত এটি প্ৰাণীও নাছিল। এই মানুহজন জঁ-ভেলজঁ, আৰু ছোৱালীটি কজেট।

ভেলজঁ কন্‌ভেণ্ট এৰি ইয়ালৈ গুচি আহিল কিয়? কন্‌ভেণ্টততো ভেলজ বৰ সুখ আৰু নিৰাপদেই আছিল। কজেট কন্‌ভেণ্টৰ ছাত্ৰী হৈছিল। ভেলজঁ কন্‌ভেণ্টৰ মালী আছিল। পুলিছৰ অভেদ্য কনভেণ্ট। এনে নিৰাপদ ঠাই ভেলজাঁই কিয় এৰিলে? কন্‌ভেণ্টত যিমানে ভেলজঁৰ দিন গৈছিল, যিমানে ভেলজঁই নিতৌ পুৱা-গধূলি কন্‌ভেণ্টৰ ছাত্ৰী কজেটক দেখিবলৈ পাইছিল, সিমানে ভেলজঁৰ মনত নতুন নতুন ভাব আহি খুন্দিয়াবলৈ ধৰিলে। ভেলজঁই ভাবিছিল—কজেট ভেলজঁৰ এদনীয়া ধন। পৃথিবীৰ কোনো শক্তিয়েই কজেটক ভেলজঁৰ পৰা ছিঙি নিব নোৱাৰে! কনভেণ্টেই দুয়োটিৰে সংসাৰ। সেই সংসাৰতেই দিনৰ লগে লগে ভেলজঁ বুঢ়া হৈ আহিব, কজেট বাঢ়ি আহিব। ভেলজঁ তাতেই বুঢ়া হৈ মৰিব, কজেট তাতেই গাভৰু হৈ বুঢ়ী হব। কিন্তু কনভেণ্টত সংসাৰ পাতিলেতো আজলী কজেটে সংসাৰৰ এক বিন্দুও গম নেপাব। জীৱনৰ সুখ-ভোগৰ গম নেপোৱা—

কৈয়েতো তেনেহলে কজেটে চিৰকুমাৰী হৈ থাকিব লাগিব। ভেলজঁৰ এই অৱস্থা ভাল নেলাগিল। ভয় হ'ল, জানোচা এনেভাৱে বলৰ ওপৰত সন্ন্যাসিনী কজেটে ভেলেজঁক এদিন ঘিণ কৰে। ঘিণ কৰিলে ভেলজঁই কাৰেসৈতে সংসাৰ পাতিব? সংসাৰত আৰু ভেলজঁৰ কি আছে? কজেটক চিৰকুমাৰী কৰিবলৈ ভেলজঁৰ সাহসে নুজুৰিলে। এই ভাবটো যিমানেই স্বাৰ্থপৰ হক লাগে, ভেলজঁৰ আন আন বীৰোচিত ভাবৰ তুলনাত যিমানেই কাপুৰুষতাৰ দোষে ছোৱক, ভেলজঁই তাৰ ওচৰত বিনা-যুজে শিৰ দোঁৱালে। ভেলজঁ কন্‌ভেণ্ট এৰি গুচি আহিল।

'ৰু দি ব্লুমে'ৰ এই গোপন গৃহৰ বাহিৰেও ভেলজঁই আৰু দুটা ঘৰ নগৰৰ ভিতৰত কেৰেয়া কৰি ৰাখিছিল। এই কাৰণে ভেলজঁ ক'ত থাকে কোনেও একো ঠিক ধৰিব নোৱাৰিছিল। ভেলজঁই ঘৰৰ ভেৰোণ ঠিক কৰোঁতে কন্‌ভেণ্টত পোৱা ফকলভেণ্ট নামেৰেই পৰিচয় দিছিল। ভেলজঁৰ ঘৰ কেবাটাও হলেও সচৰাচৰ তেওঁ ৰাতি কটাইছিল এই গোপনগৃহতহে। এই ঘৰটোৰ ধুনীয়া ধুনীয়া আহিলা-পাতিৰে সৈতে ভাল ভাল কোঠা কেটা কজেটক দি ভেলজঁই নিজে সৰু কোঠা এটাত থাকিবলৈ লৈছিল। লিগিৰীকো কজেটৰ যৎপৰোনাস্তি যত্ন লবলৈ আদেশ দি ভেলজঁই লিগিৰীক সাৱধান কৰি দিছিল—"মনত ৰাখিবি, এই গাভৰু ঘৰৰ মালিক।" লিগিৰী আচৰিত হৈ "আপুনিনো কি তেন্তে" বুলি সোধাত উত্তৰ দিছিল "মই মালিকতকৈও ডাঙৰ। মই বাপেক।"

কজেটেও ভেলজঁক হিয়া উবুৰিয়াই ভাল পাইছিল - দেৱ-মূৰ্ত্তিৰ দৰে সন্মান কৰিছিল। কজেটৰ মনত তাইৰ সুন্দৰ কোঠা, সুন্দৰ আঁৰ কাপোৰ, সুন্দৰ আহিলা-পাতি আৰু আন আন সকলো সুন্দৰ বস্তুতকৈও বেছি সুন্দৰ আছিল ভেলজঁ থকা সেই সৰু কোঠাটো আৰু তাত থকা সাধাৰণ আহিলা পাতিবোৰহে। ভেলজঁ যতে থাকে, যিহকে কৰে সেয়ে তাইৰ মানত সকলোতকৈ সুন্দৰ। তাই তাইৰ ভাল



কোঠাৰ ভাল বস্তুৰ মাজত থকাতকৈ ভেলজঁৰ গুৱিত ভেলজঁৰ সাধাৰণ আহিলা-পাতিবোৰৰ মাজতে বেছি সুখ আৰু আনন্দ পাইছিল। যতে ভেলজঁ, ততে কজেটৰ বস্তু, আনন্দ, সুখ-সন্তোষ লাগি আছিল। নানান বৰণীয়া ফুল আৰু পখিলাৰে সৈতে সেউজীয়া হাবিখনিয়ে যেনেকৈ তাইৰ চকুযুৰিক হেপাঁহ পুৰাই তৃপ্তি দিছিল, ভেলজঁৰ মৰমচেনেহ আৰু আদৰ-সাদৰেও তেনেকৈয়ে তাইৰ মনৰ সকলো ভাব-অভাৱত পূৰ্ণাহুতি দিছিল। তাই তেতিয়া পূৰ্ণ সংসাৰত। চকু-মনৰ এটি বাসনাও তেতিয়া অপূৰণ নাছিল। এই বিজন বনৰ নীৰলা প্ৰাণী দুটিৰ সংসাৰখনি তেতিয়া জয়-জয়-ময়-ময়। ইটিয়ে সিটিকলৈয়ে পূৰ্ণসংসাৰ তৰিলে। পখিলাৰ পাছে পাছে লৰি ভাগৰ লাগি কজেটে "মোৰ ভাগৰ লাগিছে" বুলি যেতিয়া ভেলজঁৰ কাষত ঠিয় দিয়েহি, ভেলজঁই যেতিয়া তাইক বুকলৈ চপাই আনি মূৰে-কপালে চুমা দিয়ে, তেতিয়া কিজানি দেৱ—দূতীহঁতেও লাজত তলমূৰ কৰে। জীৱনত ঠেলা পাই শিকা আৰু কিতাপ পঢ়ি পোৱা কথাবিলাক ভেলজঁই যেতিয়া কজেটৰ লা-নি নিছিগা প্ৰশ্নৰ উত্তৰত এটা-এটাকৈ কৈ যায়, কজেটে তেতিয়া অবাক হৈ একাণপতীয়াভাৱে শুনি থাকে।

মনত ভাবে, তাইৰ বাপেকে কত কথানো জানে! কজেটে ভেলজঁৰ গুৱিত নেৰানেপেৰাকৈ বহি থাকিলে কেতিয়াবা কেতিয়াবা ভেলজঁই খঙৰ ভাও ধৰি কয়,—"যা যা, তোৰ কোঠালৈ যা। তইনো মোক আৰু কিমান দিগ দিয়?" টান মাত নুশুনা কজেটে টান মাত শুনি যেতিয়া মুখ ওলোমাই এখুজি-দুখুজিকৈ আঁতৰ হয়, তেতিয়া ভেলজঁই মিচিকিয়া হাঁহি মাৰি চল্‌চলীয়া চকুৰে কজেটৰ ফালে চাই থৰ লাগে। এইদৰেই জঁ ভেলজঁই কনভেণ্টৰ পৰা আহি 'ৰু দি ব্লুমে'ত সুখশান্তিত দিন কটাইছিল।

ভেলজঁই কজেটক সৰুতে বহুতবাৰো মাকৰ কথা কৈছিল। কজেট ডাঙৰ হৈ অহাৰ লগে লগে ভেলজঁই সেই কথা মুলিওৱা হল। কজেটৰ মনত—মৃতা মাৰৰ ছাঁ পেলাই দি দুটি-প্ৰাণীৰে গঠিত এই সংসাৰ খনিত

অশৰীৰী এটিক টানি আনি সুমুৱাই লবলৈ ভেলজঁ সঙ্কুচিত হৈ পৰিল। তথাপি অনেক সময়ত ফটিনৰ কথা ভাবি জীৱন-মৰণৰ এই সূক্ষ্ম ব্যৱধানৰ ভিতৰত এনে মহান নিস্তব্ধতা দেখি ভেলজঁ অস্থিৰ হৈ পৰিছিল। এই মৃতাৰ চাঁ ভেলজঁৰ মানত পৰম পৱিত্ৰ বস্তু আছিল। কেতিয়াবা ভেলজঁই বিভীষিকা দেখিছিল, কোনোবাই যেন ওঁঠত আঙুলি এটি লগাই ভেলজঁ আৰু কজেটৰ কালে চাই ৰৈ আছে। কোনে জানে, ভেলজঁই দিঠকেই দেখিছিল নে সপোনেই দেখিছিল। যেই কাৰণতে নহওক, ভেলজঁই হলে তেতিয়াৰে পৰা ফঁটিনৰ কথা কজেটৰ আগত একেবাৰেই তুলিওৱা হল।

এদিনা কজেট কলে, "পিতা, কালি ৰাতি মই আইক সপোনত দেখিছিলোঁ। আইৰ বৰ ডাঙৰ পাখি দুখন আছে। জীয়াই থাকোঁতে তেওঁ বৰ সাধু আছিল নহয় নে?" ভেলজঁৰ হিয়া হৰ্ষত নাচি উঠিল, প্ৰাণ আনন্দত কঁপি উঠিল; ভেলজঁই উত্তৰ কৰিলে—"নিশ্চয়, নিশ্চয়!" অকল ভেলজঁক লৈয়ে কজেটে মাতৃ-স্নেহৰ অকণো অভাৱ অনুভৱ নকৰাকৈ পূৰ্ণানন্দত থকা দেখি ভেলজঁৰ হিয়া সন্তোষত উতলি পৰিল। বেচেৰা চিৰদুৰ্ভগীয়াৰ আনন্দৰ পাৰ নাইকিয়া হল। ঈশ্বৰক অশেষ ধন্যবাদ দি প্ৰাৰ্থনা কৰিলে "প্ৰভু! তোমাৰ অপাৰ মহিমা! মই যে এনে অকৃত্ৰিম সুখ-ভোগ কৰিবলৈ যথেষ্ট কষ্ট সহ্য কৰা নাই। মোৰ দৰে এটা পাষণ্ডক, এটি পূত-পৱিত্ৰ জীৱই এনেদৰে ভাল পোৱা তোমাৰেই অপাৰ কৰুণা। মোৰ জীৱনৰ বাকী দিন-কেইটা যেন এই সুখতেই নিওৱাঁ।

কজেট বয়সত বাঢ়ি আহিল। লগে লগে তাইৰ স্ত্ৰীসুলভ ধুন-পেচো জাগি আহিল। তাইৰ কাষত পিতাকৰ হাত সদায় মুকলি; যেতিয়া যিহকে খুজিছিল, তাকে তাইৰ পাবলৈ আছিল। গতিকে কজেট এটি সুসজ্জিতা আটোম-টোকাৰি গাভৰু হৈ পৰিল। কিন্তু যিমানেই নহওক, কজেটৰ সাজপাৰ দেখি মানুহে ততালিকে তাইক মাউৰী ছোৱালী বুলি ধৰি লব পাৰিছিল। কজেট অবিয়ৈ ছোৱালী হৈয়ো বোৱাৰী ছোৱালীৰ দৰে কিংখাপ পিন্ধিছিল। মাক থকা হলে এই সামাজিক সৰু-সুৰা কথাবোৰ



তাই ভালকৈ বুজি ললেহেতেন। 'ৰু দি ব্ল.মে'ৰ নিজান বাসতেই কজেট এটি দীপ্‌লিপ ছোৱালী হৈ পৰিল। শৰীৰত যৌৱনৰ মলয়া বৈছে, প্ৰতি অঙ্গতে বসন্তৰ জকজমকীয়া শোভা বিয়পি পৰিছে; ৰূপত ৰহন চৰাবলৈ ধুনীয়া ধুনীয়া সাজপাৰ আহিছে,—গতিকেই কজেট বিপদজনক হৈ উঠিল। লক্সেম্‌-বাৰ্গত ফুৰিবলৈ যাওঁতে সচাসচিকৈয়ে মেৰিয়াছ বিপদজনক কজেটৰ দৃষ্টিত বিপদগ্ৰস্ত হৈ পৰিল।

ভেলজঁ কেতিয়াও প্ৰণয়-প্ৰাৰ্থী হোৱা নাছিল। গতিকে প্ৰণয়-বেদনাৰ বিষয়ে ভেলজঁৰ কোনো অভিজ্ঞতাও নাছিল। যেই ভেলজঁৰ চকুত মেৰিয়াছ-কজেটৰ অপলক দৃষ্টিত উৰি ফুৰা প্ৰণয়-সমিধান ধৰা পৰিল, ভেলজঁই ততালিকে লক্সেমবাৰ্গলৈ যোৱা বন্ধ কৰি দিছিল। কিন্তু লক্সেমবাৰ্গলৈ যোৱা বন্ধ কৰাত যেতিয়া কজেটৰ উজ্জ্বল মুখখনি বিষাদৰ ভাৰৰে মলিন কৰি পেলাইছিল, তেতিয়া ভেলজঁৰ মুখতো হাঁহি দেখা নগৈছিল। ভেলজঁই কজেটৰ মলিন মুখ সহিব নোৱাৰি আকৌ লক্সেমবাৰ্গলৈ যাবলৈ ধৰিছিল। কজেটৰ মুখ আনন্দৰ কোমল লেখনীয়ে ৰঙ বুলাই আকৌ উজ্জ্বল কৰি তুলিছিল। মেৰিয়াছ তেতিয়া বাট-পথ-হেৰোৱা পথিক। লক্সেমবাৰ্গত কেবাদিনো কজেটক নেদেখি মেৰিয়াছ তেতিয়া আনপিনে অনাই বনাই ঘূৰি ফুৰিছিল। বিফল-মনোৰথ হৈ কজেটেও লক্সেমবাৰ্গলৈ যাবৰ মন নকৰা হ'ল। এদিনা বাপেকে লক্সেমবাৰ্গলৈ যাবলৈ লগ ধৰাত কজেটে মাত দিলে, "পিতা! মোৰ তালৈ যাবৰ মন নাই।" কথাষাৰৰ গভীৰতাই ভেলজঁৰ হিয়া ভাঙি—দিছিল, তাৰ কৰুণ-সুৰত ভেলজঁৰ হিয়া চূৰ্ণ-বিচূৰ্ণ হৈ পৰিছিল। কজেটৰ সুখ-শান্তিয়েই যে ভেলজঁৰ জীৱনৰ ব্ৰত।

কিছুমান দিনৰ পাছত আকৌ এদিন ভেলজঁই লক্সেমবাৰ্গত ফুৰিবলৈ বুলি কজেটক লগ ললে। কজেটে বাপেকে বেজাৰ পায় বুলি অনিচ্ছা সত্বেও ফুৰিবলৈ গল। ভেলজঁ ঘৰৰ বাহিৰ হলেই মানুহৰ চকুত নপৰিবলৈ সদায় সাৱধান হৈ ফুৰে। ফুৰি ফুৰি গৈ দুয়ো এডোখৰ আওহতীয়া ঠাইত বহি পৰিল। এনেতে তেওঁলোকৰ আগেদি গাৰী

সাতখন যাব লাগিছে। গাৰী কেখন কয়দীৰেই ভৰা। কয়দীবিলাক দেখি ভেলজঁৰ গাঁৰ নোম শিয়ঁৰি উঠিল। কজেটে এই কয়দীবিলাক নেদেখাকৈ থকা হলে, ভেলজঁই বৰ ৰং পালেহেতেন। ভেলজঁ নিজেও এটা পলৰীয়া কয়দী। ভেলজঁৰ মনত বৰ ভয় লাগিল—জানোচা কজেটৰ মনত কিবা স্বৰূপে কিবা সন্দেহ হয়। কজেটে কয়দীহঁতৰ ভীষণ গঢ়-গতি, হাত-ভৰিৰ শিকলি, গাৰ কাপোৰ-কানি আদি দেখি চক্‌খাই উঠিল। বাপেকৰ কাষ চাপি ভয়ে ভয়ে সুধিলে,—"পিতা! এইবোৰ কি?"

"কয়দী, আই!"
"কলৈ গৈছে?"
"ফাটেকলৈ।"

ভেলজঁই লৰালৰিকৈ কজেটক লৈ ঘৰলৈ উলটিল। বাটত কজেটে অনেক কথা সুধিছিল, কিন্তু ভেলজঁই একো উত্তৰ দিব নোৱাৰিলে। ৰাতি শুবৰ সময়ত কজেটে বিছনাত পৰোতে কোৱা শুনিছিল—"ইস্ সেই মানুহবোৰৰ এটামান ওচৰ চাপিলেই মই ভয়তে মৰিম।" ভেলজঁ অধীৰ হৈ পৰিল। ভেলজঁ যে কজেটৰ লগৰীয়াৰো লগৰীয়া।

ভেলজঁই কজেটৰ মনৰ পৰা এই কয়দীহঁতৰ সাঁচ গুচাবলৈ অনেক যত্ন কৰিলে। ৰঙ-ধেমালি দেখুৱাবলৈ নগৰৰ মাজলৈ পুৱা-গধূলি লৈ যাবলৈ ধৰিলে। কজেটে ৰঙ-ধেমালি ভৰা নগৰৰ মাজত ৰঙ-ধেমালি ভালপোৱা জীৱনত এয়ে প্ৰথম। তাই ৰঙ-ধেমালিত উলহ-মালহ কৰি যোগ দিলে। ভেলজঁই স্বস্তিৰ নিশ্বাস পেলাই ভাবিলে—, "যি হক, তাই সিহঁতৰ কথা পাহৰিলে।" কিন্তু ইয়াৰ কেদিনমানৰ পাছতে হঠাৎ এদিন তাই সুধি পেলালে,—"পিতা! ফাটেক কেনেকুৱা?" ভেলজঁৰ মূৰত স্বৰগ ভাগি পৰিল।

ভেলজঁৰ মনৰ আকাশ আকৌ বিষাদৰ ডাৱৰে ছানি পেলালে,— ভেলজঁৰ শান্তি হৰিল। কজেট লক্সেমবাৰ্গলৈ যাবলৈ মন নকৰা হল। আনফালে যাবৰো ঠাই নাই। এটি মাত্ৰ আমোদ-প্ৰমোদ আবেলিৰ



জুৰ বতাহত লক্সেমবাৰ্গত ফুৰি ফুৰি আকাশ-পাতাল, পূব-পছিম একেলগ কৰি কথা পতা। সিও শেষ হল। দুয়োটি জুপুকা লাগিল। ভেলজঁই ভাবি ওৰ নেপালে কি কৰি তেওঁ কজেটৰ মনৰ ভাবৰ পৰিবৰ্ত্তন কৰিব, কিহে কজেটৰ মুখলৈ হাঁহিৰ নিজৰা বোৱাব! বাটৰ মগনিয়াৰহঁতক এটুকুৰা ৰুটি আৰু এডোখৰ কাপোৰ দিয়া ভেলজঁৰ পুৰণিকলীয়া অভ্যাস। কজেটে বৰ বেছি ৰঙ পাইছিল এই মগনীয়াৰহঁতৰ মুখত হাঁহি চাবলৈ। আন ৰঙ-ধেমালি ঠেলিও কজেটে মগনীয়াৰহঁতৰ কাষলৈ ঢাপলি ধৰিছিল। আন ৰঙ-ধেমালিৰ বাটত হেঙাৰ পৰিলত ভেলজঁ আৰু কজেটে এতিয়া এই এটা ৰঙ-ধেমালিতেই দিন কটাবলৈ ধৰিলে। সেয়ে তেওঁবিলাকৰ মুখলৈ অকণ হাঁহি আনে, মনলৈ অকণ শান্তি আনে। নহলে আৰু আছে কি?

কিন্তু কি হব? ভেলজঁ আজীৱন বিপদৰ মাজত। বিপদ তেওঁৰ চিৰলগৰীয়া। এই ৰুটি আৰু কাপোৰ বিলাই ফুৰোঁতেই ভেলজঁ জনড্ৰেটৰ জালত পৰিল। এই বিপদৰ কথা কজেটে একো নেজানিলে। তপত লোহাৰে পোৰা হাতখনৰ কিবা এটা অচিলা দি আজলী কজেটক ভুৱা দি দৰবৰ অভাবত এমাহ দিন ভেলজঁ বিছনাত পৰি থাকিল। ঔষধ-পাতি আনিবলৈ ভেলজঁ কলৈকো যাব নোৱাৰে; কৰবাত ধৰা পৰিব পাৰে। অতদিন কজেটে বাপেকৰ আপুৰুগীয়া মৰমৰ সলনি দিবলৈ ছেগ পোৱা নাছিল। এতিয়া বাপেক বিছনাত পৰিল, পতিৰ আৱশ্যক আহিল। কজেটৰ বাহিৰে পতি কৰিবলৈ আন কোনো নাই; তাই আনন্দত স্বৰ্গ ঢুকি পালে। ভেলজঁৰ অসুখৰ দিনৰে পৰা তাই কাষৰ পৰা নুঠা হল। হাঁহিত পোতোকাপৰা গালত গালভৰা হাঁহি লৈ তাই বাপেকৰ ঘাডোখৰ ধুৱাই-পখলাই বান্ধি-ছাটি দিব! নিজৰ হাতেৰে খোৱা বস্তু আনি মুখৰ ওচৰত কত হাবিয়াসেৰে দাঙি ধৰিব! কিতাপ পঢ়ি শুনাব! কন্‌ভেণ্টত শিকি অহা গান গাই গাই বাপেকৰ মূৰত আঙুলি বুলাই দি টোপনি নিয়াব! তাইৰ মনত কি ৰঙ! জনড্ৰেটৰ হাতত ধৰা পৰিও ভেলজঁ পলাই পত্ৰং দিলে। পুলিছৰ

হাতত ধৰা পৰাৰ কোনো সম্ভাৱনা নাই। ভেলজঁৰ বিষাদ অশান্তি সকলো দূৰ হল। কজেটৰ মনতো কতো অকণো মেঘ নাই। ভেলজঁই মনে মনে ভাবিলে,—"কি সুখৰ বিপদ!"

দিনৰ ওপৰত দিনৰ চামনি পৰি, ঘটনাৰ পাছত ঘটনাৰ জাজৰি চাপি, কজেটৰ মন নতুন হৈ উঠিল। মনোমোহা প্ৰকৃতি, বসন্তৰ ৰূপহী শোভা, ৰাঙঢালী চৰাইৰ ঠেওধৰা গান আৰু সাদৰী বাপেকৰ চেনেহ মমতাৰ চুম্বকে দিনক দিনে এধান-এধান কৈ তাইৰ ছোৱালী মনৰ অকণমানি হিয়াখনিৰ সকলো বিষাদ অৱসাদ জাৰি-জোকাৰি পাহৰণিৰ অটল গুহাত পেলাই দিলে। মেৰিয়াছ কৰবাৰ কোনোবা হৈ উঠিল, কয়দীহঁতৰ বিকট চিত্ৰপটৰ শেষ ৰেখাও মচ্ খালে। এই সময়ত তাইৰ মনটি মাজে মাজে মাথোন কিবা এটা কাৰণ-বিহীন শোকত অৱশ হৈ পৰিছিল নহলে তাত বিষাদ বেজাৰ একো নাছিল, এই কাৰণ-বিহীন শোকটিও সে ৰহস্যপূৰ্ণ শশ্মানত আশা অপেক্ষাত পৰি থকা কোনো অলৌকিক ক্ষেত্ৰৰ পৰা অহা নাছিল তাকোনো কোনে কব? সম্ভৱতঃ এনে সময়ত চাঁ-শৰীৰৰ কজেটপ্ৰাণ-ফঁটিনে ছাঁৰ লগত মিলি আহি কজেটৰ ভাবৰ দুৱাৰদলিত অভ্যাগত ভাৱে ছাঁৰ অতিথি হৈ ঠিয় দিছিলহি।

এই সময়তেই মেৰিয়াছ নিৰাশাৰ গভীৰ গুহাৰ অতল তললৈ আগুৱান। হঠাৎ সেইদিনা জানিবা ইপনিনকলগ লগ পাই মেৰিয়াছে আথাউনি পানীত থাউনি পোৱাৰ দৰে হল। কিন্তু কজেটৰ মনত তেতিয়া মেৰিয়াছৰ কথা একেবাৰেই মাৰ যোৱা যেন দেখা গৈছিল, সঠিক হলে একো কব নোৱাৰি। কোনে জানে, সেই জীৱন-জোৰা জাগৰ জুই নুমায়ে গৈছিল নে, নাই তাৰ ওপৰত কিছুমান ছাই-মাকতি পৰি হেঁচা মাৰিহে ধৰি থৈছিল। অন্তৰৰ চুকে-কানেও মেৰিয়াছৰ তিল মানো ভগ্নাৱশেষ পৰি নাছিলনে? কিজানি আছিল; কিন্তু কজেটেহে জানিও জানিবলৈ পোৱা নাছিল।

* * *

এপ্ৰিল মাহ। ৰাঙঢালি পুৱাৰ উজ্জ্বল কিৰণৰ তলত ঘৰৰ আগৰ



সেউজীয়া চোতালত সেই দিনা কজেটে আপোন মনেৰে ঘুৰি ফুৰিছিল। ৰাঙলীউষাই নিৰোগ কজেটৰ নিপোতল গালত হেঙুল চৰাই দি যেন নিজৰ কাৰুকাৰ্য্যত নিজে ভোল গৈ থৰ হৈ চাই আছিল। কিবা এটা ভাবি কজেট বহুত পৰ একাণপতীয়াভাৱে ঘুৰি আছিল। তাইৰ মুখৰ ভাৱ দেখি বুজা গৈছিল তাইৰ ভবা কিবাটো নিশ্চয়েই বৰ সুৱদি আৰু শুৱনী আছিল। এনেতে হঠাৎ জপনাৰ মুখত থকা শিলছটালৈ কজেটৰ চকু গল। কজেট থমকি ৰৈ পৰিল। শিলছটাৰ ওপৰত এখন চিঠি পৰি আছিল। কজেটে চিঠিখন বুটলি ললে। চিঠিখনত কাৰো নাম-ধাম নাই। চিঠিখন মুকলি। কজেটে চিঠিখন মেলি লিখকৰ নাম চালে, নাম নাই। চিঠিখন কাৰ? তাই ভাবিলে, তাইৰ জপনাৰ মুখত তাইৰ চিঠি নহলে আন কাৰ চিঠি থাকিব। চিঠি কোনে দিলে? তাইৰ মনত কিবা এটা নজনা লোভ আহি সোমাল। লাজে ভয়ে তাইক অধীৰ কৰি তুলিলে। তাইৰ হাতখন কঁপি উঠিল। চিঠিখন লৰিবলৈ ধৰিলে, তাইৰ চিঠিখন পঢ়িবলৈ বৰ হেপাহ হল। তাই আকাশৰ ফালে চাই পঠিয়ালে, আকাশ মুকলি। বাটৰফালে চাই পঠিয়ালে জনমানৱ শূন্য বাট ৰ'দৰ পোহৰত তিৰবিৰাব লাগিছে। ঘৰৰ ফালে চাই পঠিয়ালে, ঘৰৰ চালত পাৰ-জাকে জুম পাতি বহি আছে। তাই চিঠিখন পঢ়িবলৈ ললে। তাইৰ হাত কঁপিল, গা কঁপিল, চিঠি কঁপিল, তাই পঢ়িবলৈ ধৰিলে "বিশ্বক এটি প্ৰাণীত পৰিণত কৰা আৰু এটি প্ৰাণীক বিশ্বনিয়ন্তাৰ কাষলৈ বিস্তাৰ কৰি দিয়াই প্ৰেম। প্ৰেম দেৱদূতৰ তৰালৈ জনোৱা অভিবাদন, চকুৰ আঁতৰ হলেও প্ৰেমিক-প্ৰেমিকাৰ দান-সন্নিধানত বাধা নপৰে। চৰাইৰ গান, বেলিৰ কিৰণ, বতাহৰ নিশ্বাস, তৰাৰ জোনাক আদিৰ সৃষ্টিৰ প্ৰত্যেক বস্তুৱেই সিহঁতৰ বাতৰি লৈ যায়। প্ৰেমৰ কাৰণেই যেন সিহঁতৰ সৃষ্টি। প্ৰেম আত্মাৰ অৰ্দ্ধাঙ্গ। আত্মাৰ দৰে প্ৰেমো অমৰণ, অভগণ আৰু অক্ষয়। মানৱ-শৰীৰৰ মাজত প্ৰেম এক অমৰ অসীম অনল-শিখা। প্ৰেম স্বৰগৰ জেউতি, মৰতৰ শক্তি, আৰু জীৱনৰ গূঢ় লক্ষ্য। নিৰাশা

প্ৰেমৰ অগ্নি পৰীক্ষা। প্ৰেম মহতোমহীয়ান আৰু ক্ষুদ্ৰাতিক্ষুদ্ৰ বস্তুৰ সমষ্টি। কজেট মন্ত্ৰ মুগ্ধ হৈ পৰিল। সুন্দৰ হাতৰ আখৰ, সুন্দৰ লিখাৰ ঠগ। এজন মানুহৰে লিখা। চিয়াঁহী কোনো ঠাইত ঘন, কোনো ঠাইত পাতল। গতিকে একে দিনাই লিখা নহয় কজেটে থিৰ কৰিলে, ই কোনো আকুল বৰাগীৰ সুৰ। এটি মনৰ ভাবকে হিয়া ভঙা প্ৰত্যেকটো হুমুনিয়াৰ তালে তালে শৃঙ্খলা-বিহীন উদ্দেশ্যহীন-ভাৱে কোনোবাই এই দৰে গাই গৈছে। কাৰ হব পাৰে এই আকুল প্ৰাণৰ আউলি বাউলি সুৰ? কজেটে নিচিনিও চিনিলে, নুশুনিও শুনিলে? এইটি সুৰ সেই এক পৰিচিত কণ্ঠৰ বাহিৰে কাৰো সম্ভৱ নহয়। কজেটে দ্বিতীয়বাৰ প্ৰশ্ন নকৰিলে বিস্মৃতিয়ে আন্ধাৰ কৰি থোৱা মন নিমিষতে দিন যেন পোহৰ হৈ উঠিল। কালিক আজি কৰি খণ্ড আনন্দত কজেট যেন অৱশ হৈ পৰিল। কজেটে মেৰিয়াছক পাহৰিছিল নে কি? নাই পাহৰা। পাহৰিছিল বুলি ভাবিবলৈ হলে কজেট বলিয়া হৈ যাব। মেৰিয়াছ যে কজেটৰ চিৰ আৰাধ্য। চিৰ পূজ্য অতিথি। কজেটে ইমান দিন মেৰিয়াছক পাহৰি থকা কথাষাৰ পাহৰি যাবলৈ ঘৰৰ ভিতৰলৈ ঢাপলি ধৰিলে। তেওঁ নিজে বিচাৰি এইখিনি পাইছেহি! কি স্নেহ! কজেটৰ বিস্মৃতিয়ে তাইৰ বুকত শেল মাৰিলে। দুৱাৰত দাণ্ড লগাই বিছনাত পৰি তাই চিঠিখন আকৌ পঢ়িবলৈ ধৰিলে। প্ৰত্যেক আখৰকে যেন তাই খাই পেলাব। প্ৰত্যেকটো আখৰৰে ছবি যেন তাই চকুৰ আগত আঁৰি লৈ ফুৰিব! সেই সুহৃদি কথা, সেই শুৱনী ছবিৰ মাজতে যেন তাই টোপনিত পৰিব। তাৰে সপোন দেখি যেন তাইৰ টোপনি আহিব। তাই উটি-ভাহি গল আনন্দই তাইৰ চাৰিওফালে দুকুল ডাকিবলৈ ধৰিলে। গধূলি চাপি আহিল। ভেলজঁ আগৰ দৰেই বাহিৰলৈ গল। কজেট চোতালত ঘূৰি ফুৰিছে। তাইৰ উলহ মালহ, সাজ পাৰ, আজি একেবাৰে নতুন। যেন তাই কৰবালৈ যাবলৈ নাইবা কোনোবা অতিথিক আগ বঢ়াই আনিবলৈহে সাজিছে পাৰিছে! কিন্তু তাইতো কলৈকো নাযায়! কোনো অতিথি অহাৰো তো সম্ভাৱনা



নাই, তথাপি তাই সাজিলে পাৰিলে। তাই নিজেই নেজানিলে, কিয় তাইৰ আজি ইমান উলহ-মালহ। তাই এখুজি দুখুজিকৈ গৈ জপনাৰ মুখত থকা শিলছটাৰ কাষ চাপিলে। কাষতে বহি আলফুলকৈ সৰু হাতখনি নি শিলটোৰ ওপৰত থলে। যেন তাইৰ প্ৰণয় বাতৰিবাহী শিলটোক ধন্যবাদহে দিব খুজিছে। তাইৰ এনেতে মনত হল যেন কোনোবা এটি আহি তাইৰ পাছতে ঠিয় হৈ আছে। চকুৰে নৌ দেখোঁতেই মনেৰে দেখা প্ৰায় মানুহৰে এটা নহয় এটা অভিজ্ঞতা আছে। কজেটে তাইৰ পিছত কোনোবা এটা ঠিয় হৈ থকা ক্ৰমশঃ স্পষ্টভাৱে অনুভৱ কৰিবলৈ ধৰিলে। তাই চকু আৰু মনৰ বিবাদ গুচাবলৈ উঠি উভতি পৰিল। উভতি চায়ে তাই যি দেখিলে সি তাইৰ কল্পনাৰো অতীত। মেৰিয়াছ নিৰ্ব্বাক নিস্পন্দভাৱে ঠিয় হৈ আছে। তাৰ অপলক দৃষ্টি কজেটৰ ওপৰত। মেৰিয়াছৰ মুখখন তেতিয়া সন্ধিয়া মেঘৰ দৰে ৰঙা হৈ উঠিল। অন্তৰ নিৰ্ব্বাপিত জীৱনৰ অন্তিম বাসনাত থৌকি বাথৌ লাগিছিল। কজেট মেৰিয়াছক দেখিয়ে মূৰ্চ্ছাপ্ৰায় হল। থৰকবৰককৈ গৈ কাষৰ গছ এজোপাত আওজনি ললে। তাই মেৰিয়াছৰ চকুলৈ চাব নোৱাৰিলে মেৰিয়াছৰ আবেগভৰা দৃষ্টি তাইৰ সহ্য নহল। তাইৰ চকু মেৰিয়াছৰ চকুৰ পৰা নামি আহিল। তাই তেতিয়া দৃষ্টিহীনা, গতিকে শক্তিশূন্যা তাইৰ কাণ দুখনিয়ে মাথোন শুনি গল, তাকো বতাহত জিৰ জিৰ কৰে গছৰ পাত লৰাৰ শব্দৰ দৰে অতি অস্পষ্টভাৱে—"মোক ক্ষমা কৰিবা। আৰু নোৱাৰিলোঁ। শিলছটাৰ ওপৰত থৈ যোৱা কাগজখন পঢ়ি চালানে? মোক চিনি পাইছা? মোক দেখি ভয় কৰিছানে কি? মোক লাক্সেমবাৰ্গত দেখা মনত পৰেনে? আজি এবছৰৰ আগৰ কথা। দুদিন মোক তুমি তাত দেখিছিলা—জুনৰ ১৬ তাৰিখে আৰু জুলাইৰ ২ দুই তাৰিখে। সেই তেতিয়া আৰু এতিয়া। আজি কিমান দিন অনাই বনাই ফুৰিছোঁ। খঙ নকৰিবা। মই তোমাক চাই যাবলৈ আহিলোঁ। আৰু জানোচ দেখিবলৈ নেপাওৰেই। মোৰ বিশ্বাস মোৰ সময় চাপি আহিছে।

যদি তুমি জানিলাহেতেন—তুমি মোৰ কি নহয়, মোক ক্ষমা কৰাঁ। বেয়া পাইছা ?” কজেটৰ হাভ হঠাৎ গছৰ পৰা এৰাই আহিল। তাইৰ মূৰ ঘুৰিবলৈ ধৰিলে। “উস্” বুলি কৈ তাই ঢলি গ’ল। মাটিত নৌপৰোঁতেই মেৰিয়াছে থাপ মাৰি ধৰিলে। নজনাভাৱে আলফুলকৈ বুকলৈ চপাই আনিলে মেৰিয়াছে নেজানিলে, তেওঁ কি কৰিছে। তেওঁৰ গা কঁপিবলৈ ধৰিলে। চকুৰ আগত দেখিলে চাৰিওপিনে ধোৱাঁ। এই খিনিতে মেৰিয়াছৰ ভাৱৰ অন্ত পৰি আহিল। চিন্তা শক্তি অদৃশ্য হৈ পৰিল। কজেটক বুকত সাবটি লৈ সি মাথোন অনুভৱ কৰিলে এক বিৰাট গৌৰৱ আৰু এক ভীষণ গ্লানি। নিজৰ কজেটক নিজে বুকত সাবটি ধৰিছে—হেৰোৱা মানিক বিচাৰি পাইছে—তাতকৈ আৰু কিহত অধিক গৌৰৱ হব পাৰে ! মেৰিয়াছৰ মনত ভয় হল—জানোছা তাৰ অপৱিত্ৰ দেহৰ স্পৰ্শ লাগি পৱিত্ৰ দেহটি কলুষিত হল। তাৰ বাহিৰে মেৰিয়াছৰ মন তেতিয়া একেবাৰেই ভাবশূন্য। কজেটে তাইৰ ক্ষীণ হাতেৰে মেৰিয়াছৰ হাতখন ধৰি তাইৰ বুকত লগাই দিলে। মেৰিয়াছে গম পালে, তাত কাগজ এখন সুমুৱাই থোৱা আছে। মেৰিয়াছে মাত লগালে—“তেনেহলে তুমি মোক ভাল পোৱাঁ।“ কজেটে উত্তৰ দিলে তাইৰ লাজত ৰাঙলী হোৱা মুখখনি উল্লাসিত মেৰিয়াছৰ বুকত সুমুৱাই দি। ইয়াত কৈ আৰু কি উত্তৰ লাগিছে। দুখীয়া মানৱ ভাষাই এনে স্বৰ্গীয় ভাব প্ৰকাশ কৰিবলৈ শব্দৰ যোগান ধৰিব নোৱাৰে। ওপৰৰ নীল আকাশত তৰাবিলাকে তেতিয়া জিকিমিকি কৰি উঠিছিল, চকা-চন্দা পোহৰত দেখা গল চাৰিটি ওঁঠ একে ঠাইতে। কেনেকৈ—তাৰ উত্তৰ নাই। যেনেকৈ কাৰো আদেশ-প্ৰত্যাদেশলৈ অপেক্ষা নকৰি চৰায়ে আপোন মনেৰে গীত গাই যায়, কাৰো হাত নপৰালৈ আপোনা আপুনি সময় বুজি বৰফ গলি পানী হৈ যায়, গোলাপৰ কলিটি ফুলি ফুল হৈ উঠে ।ঠিক তেনেকৈয়ে ওঁঠ চাৰিটিও লগ লাগিল। সিও ক্ষন্তেকলৈ, এটি বাৰ মাত্ৰ। আৰু নাই। তাতে দুখনি হিয়াৰ শ্বাস-নিশ্বাস এটি গতিত বলৈ ধৰিলে



স্পন্দনৰ গতি এটি হৈ পৰিল। এটি মাত্ৰ পৰশ, সেয়ে দুয়োৰে শৰীৰত বিজুলী সোঁত বোৱাই দিলে। দুয়ো দুইৰো কালে নিফুট ভাষাৰ নিফুট ৰাগিণীৰে হিয়াৰ শত বেদনা জনাই অবাকহৈ চাই থাকিল। চকু দুযুৰি আন্ধাৰত তিৰবিৰাবলৈ ধৰিলে। ৰাতৰ ফেৰফেৰীয়া চেঁচা বতাহ, তলত নিয়ৰত তিতি থকা ঘাঁহনি। কিন্তু সিহঁতৰ গম নাই। ভাৱত উপচি থকা হিয়ালৈ দুয়ো দুই পিনে চাই ৰৈ আছে। কোনেও একো কব পৰা নাই। মাজে মাজে কজেটে কিবা এষাৰি দুষাৰি কবলৈ চেষ্টা কৰিছিল, কিন্তু সি স্পষ্ট হৈ নুঠিল। ফুলপাহিৰ ওপৰত লৰি থকা নিয়ৰৰ টোপালটিৰ দৰে তাইৰ জীৱটি তেতিয়া তাইৰ কোমল ওঁঠ দুটিৰ ওপৰত লৰিবলৈ ধৰিছিল। বহুত পৰৰ পাছত এষাৰিদুষাৰিকৈ দুইওটিৰে মুখলৈ মাত আহিল। নীৰৱতাই বাক্য বাহুল্যতাক আসন এৰি দি অসম্পূৰ্ণ মিলন সম্পূৰ্ণ কৰিলে। ইটিয়ে সিটিক যেন হিয়াখনি ঢালিহে দিছিল। ফলত এঘণ্টাৰ শেষত প্ৰাণৰ বিনিময়ে প্ৰাণ লৈ দুয়োটি দুফালে যাবলৈ ওলাল। কজেটে মেৰিয়াছৰ কান্ধত তাইৰ মূৰটি থৈ মাত লগালে—“তোমাৰ নাম” ? “মেৰিয়াছ। তোমাৰ ?” “কজেট”। আকৌ ওঁঠ চাৰিটি কঁপি উঠিল। আকুল আবেগত মেৰিয়াছে কজেটক সাবটি ধৰিলে। কজেটেও লতা ডালিৰ দৰে মেৰিয়াছক মেৰাই ধৰিলে।

---

## বিংশ অধ্যায়

.১৮২৩ খৃষ্টাব্দৰ পৰাই টেনাৰ্ডিয়েৰ হোটেলৰ অৱস্থা বেয়া হৈ আহিছিল। "দেৱলীয়া" হব লগা অৱস্থা হোৱা নাছিল যদিও সেই বছৰতেই টেনাৰ্ডিয়ে ধাৰত পোত গল। এই সময়তেই দৈৱ দুৰ্ব্বিপাকত টেনাৰ্ডিয়ে দম্পতিৰ দাঁতৰ শূল চকুৰ কুটা হবলৈ আৰু দুটি লৰা উপজিল। দুজনীকৈ ছোৱালী আৰু তিনিটাকৈ লৰাৰে এঘৰ লৰা ছোৱালীয়ে তেতিয়া সিহঁতৰ চকুৰ টোপনি একেবাৰেই নাইকিয়া কৰিলে! মাডাম টেনাৰ্ডিয়েৰ মাতৃৰ চেনেহ আৰু নাৰীৰ কোমলতা জীয়েক দুজনীতেই শেষ। পুতেক কেটাক তাই চকু পাৰিও দেখিব নোৱাৰিছিল। জীয়েক দুজনী বাদ দি মাডাম টেনাৰ্ডিয়েক তাইৰ আদৰ-সাদৰ মৰম চেনেহৰ ফালে চাই কোনো মতেই জননীৰ আখ্যা দিব নোৱাৰি। ডাঙৰ লৰা গেভৰ'ক ভাগ্যৰ বলত হে কোনো ৰকমে লেলাই-ধেন্দাই ডাঙৰ হল। জননীৰ হিয়া ভৰা আশীৰ্ব্বাদ, নিস্পৃহ স্নেহ আৰু অতুলনীয় লালন পালনৰ ছাঁত গেভৰ'ক এখন্তেকলৈ ঠাই পোৱা নাছিল। তাৰ পাছত যেই দুবছৰৰ অগা-পিছাকৈ সৰু লৰা দুটি হল, মাডাম টেনাৰ্ডিয়েৰ সুপ্ত দানৱী প্ৰকৃতি জাগ্ৰত হৈ পৰিল। ফলত ডাঙৰটো লৰা নিৰ্ব্বাসিত হল, ছোৱালী দুজনী পুৰা গধূলি ঘৰৰ দুৱাৰদলি হৈ পৰিল। কিন্তু ঈশ্বৰৰ ইচ্ছা, মাকৰ অসীম চেষ্টাৰ ফলত সৰু লৰা হালক আঁতৰাবলৈ অতি অলপ সময়ৰ ভিতৰতে সোণালী সুযোগ আহি নিজে সিহঁতৰ হাতত ধৰা দিলেহি। ওচৰতে থকা ৰক্ষিতা এজনীৰ একে বয়সৰে দুটা লৰা সেই সময়তে মৰি থাকিল। লৰা কেইটাৰ অবিহনে লৰা হালৰ বাপেকৰ পৰা কোনো ভৰন-পোষণ নোপোৱাৰ ভয়ত ৰক্ষিতা জনীয়ে মাডাম্ টেনাৰ্ডিয়েক মাহে ১০ ফ্ৰাঁকৈ ধন দিবলৈ গাত লৈ টেনাৰ্ডিয়েৰ লৰা হালক নিজৰ লৰাৰ দৰে তুলিবলৈ বুলি লৈ গল। ৰক্ষিতাজনীৰ



গৰাকীয়ে গমকে নেপালে। মাডাম্ টেনাৰ্ডিয়েও লাভৰ ওপৰতে লাভ কৰি মাছৰ তেলেৰে মাছ ভাজি একেবাৰে নিশ্চিন্ত হৈ পৰিল। কোমল বয়সৰ কোমল মনৰ এজেন্মা, ইপনিন্ আৰু গেভৰকেও দুদিনৰ পাছতে সৰু ভায়েকহালৰ কথা পাহৰি গ'ল। ভাগ্যৰ কঠোৰ শাসন। মাতৃস্নেহ-বঞ্চিত লৰা দুটিৰ ভাগ্য বেছি দিন ৰাওলি ৰ'দত যাবলৈ নেপালে। পিশাচী মাকৰ হাতৰ পৰা সাৰি সুখতেই ডাঙৰ দীঘল হৈ যেতিয়া সিহঁত সাঁত পাঁচ বছৰীয়া তেতিয়া এদিন ৰক্ষিতা জনীক কিবা অপৰাধত পুলিছে ধৰি লৈ গ'ল। বেছেৰিহঁতে তেতিয়া বাহিৰত ধেমালি কৰি আছিল। গধূলি আহি মাকক বিচাৰি নেপাই সিহঁত কান্দি কান্দি অস্থিৰ হৈ পৰিল। কিন্তু সিহঁতৰ কান্দোনলৈ কাণ দিয়ে কোনে? লৰাহাল সেই মুহূৰ্ত্ততেই সংসাৰৰ চাকনৈয়াত উটি গল। ঘৰৰ আগতে বহি জোতা সি থকা মুচিটোৱে আহি সিহঁতৰ মাকে সিহঁতলৈ বুলি এৰি থৈ যোৱা কাগজ এটুকুৰা দি ওচৰৰ মানুহ এঘৰলৈ যাবলৈ সিহঁতক বাট দেখুৱাই দিলে। মানুহঘৰৰ ঠিকনা কাগজ টুকুৰাতে লিখা আছিল। ডাঙৰটো লৰাই এহাতে কাগজখন আৰু আনখন হাতেৰে ভায়েকক ধৰি লৈ মানুহ ঘৰৰ ফালে খোজ ললে। জাৰকালিৰ গধূলি; ওপৰত চেঁচা বতাহ; মাজবাট পাওঁতেই বতাহ এছাটিয়ে লৰাটোৰ ঠেতুৱাই ধৰি থেৰেঙা লগা আঙুলিৰ পৰা কাগজখন উৰুৱাই নি কৰবাত পেলাই দিলেগৈ। ৰাতিৰ আন্ধাৰত লৰাহালে খপিয়াই-জপিয়াই কোনোমতে কাগজখন উলিয়াব নোৱাৰিলে। কলৈ কাৰ ঘৰলৈ যাব তাকো নেজানে; কান্দি-কাটি বাটে বাটে লৰাহালি অকাই-পকাই ঘূৰি থাকিল।

* * * *

সন্ধিয়া হওঁ হওঁ হৈছে। গেভৰ'কে নাপিতৰ দোকান এখনৰ আগত ঠিয় দি কিবা এটা ছল বিচাৰি দোকানৰ ফালে মুখ কৰি ৰৈ আছিল। সেইদিনা বতাহ জাক ইমান চেঁচা যে মানুহে তেতিয়াই জানুৱাৰী মাহৰ দৰে জাৰৰ কাপোৰ দীঘল চোলা পিন্ধিহে বাহিৰ

হব পাৰিছিল। গেভৰকৰ জাৰজহ সকলো সমান। সি জাৰলৈ কেৰেপকে কৰা নাই, কৰিলেও উপায় নাই। নাপিতৰ দোকানৰ পৰা চাবোন চুৰ কৰিবলৈ ছল বিচাৰি গেভৰক তাত ঠিয় হৈ আছিল। চাবোন চুৰ কৰি নি আন ঠাইত বেচি সি তাৰে খোৰা খৰছ উলিয়ায়। গেভৰ'কে এই দৰে ছল চাই থাকোঁতেই সেই লৰা হালে নাপিতৰ দোকান সোমাই সেপ্ ঢুকি ঢুকি নাপিত এটাক কিবা এটা খাবলৈ খোজা তাৰ কাণত পৰিল। নাপিতটোৱে লৰাহালক একো নিদি দবিয়াই হুকিয়াই দোকানৰ পৰা উলিয়াই দিলে। লৰাহাল কান্দি কান্দি দোকানৰ বাহিৰ হল। এনেতে মেঘে ওলোন্দাই আনিলে। চাওঁতে চাওঁতে এটোপ দুটোপকৈ বৰষুণ আহি ঘৰৰ বাহিৰত থকা মানুহৰ গাত পৰিল। গেভৰ'কে লৰমাৰি লৰাহালৰ কাষ চাপি মাত লগালে—"হেই লৰাকেটা! তহঁতৰ কি হৈছে! তহঁতক কি লাগে?" ডাঙৰ লৰাটোৱে কলে "আমি আজি ক'ত শুম! "ইঃ বৰ কথাটো! তালৈকে কান্দিছ! আহ, মোৰ লগত আহ।" গেভৰক যাবলৈ ধৰিলে, লৰাহালেও কান্দিবলৈ এৰি পিছতে খোজললে। গেভৰ'কে গৈ থাকোঁতে এবাৰ খঙেৰে নাপিতৰ দোকান খনলৈ চাই পঠিয়ালে। চকুত ঘৃণা আৰু প্ৰতিহিংসাৰ ফিৰিঙতি জিলিকি উঠিল। অলপ গৈয়ে এখন ৰুটিৱালাৰ দোকান পাই গেভৰ'কে লৰাহালক সুধিলে—"হেৰ, তহঁতে কিবা খালিনে? "আমি পুৱাৰে পৰা একো খোৱা নাই"। "তেনেহলে তহঁতৰ মাৰ-বাপেৰ কোনো নাই!" "আছে। ক'ত আছে কব নোৱাৰোঁ"। "আমি তেনেহলে এটাইকেটা একে। আমাৰ আই বোপাই বোৰ ক'ৰবাত হেৰাল।" সিহঁত তিনিওটা গৈ ৰুটিৱালাৰ দোকান সোমাল। গেভৰ'কে বহুত পৰ তাৰ ফটা চোলাৰ জেপত খেপিয়াই খেপিয়াই ছু এটা উলিয়াই তাৰে এডোখৰ ৰুটি কিনি নিলে। ৰুটিডোখৰ তিনি ভাগ কৰি তিনিওটাই দোকানৰ পিৰালিত বহি খাবলৈ ললে। খোৱা শেষ হল, তিনিওটাই আকৌ খোজ ললে। সৰুদুটাই কব



নোৱাৰিলে সিহঁত কলৈ গৈছে। "বেষ্টাইল স্কোয়াৰ'ৰ কাষতে এটা স্মৃতিস্তম্ভ আছিল এতিয়া এই স্তম্ভটো ভাগি-ছিগি চিন্ মোকামো নাইকিয়া হৈ পৰিছে। এই স্তম্ভটো শিল আৰু ইটাৰে সজা এটা প্ৰকাণ্ড হাতী। ৰাতি হলে আন ঠাইত নেপালে গেভৰকে এই হাতীটোৰ পেটৰ ভিতৰতে শুই থাকে। গেভৰকে লৰা কেটাৰে সৈতে আহি এই হাতীটোতে সোমালহি। তাৰ ফটা কাপোৰ কানি যি আছিল সোপাকে জাপি জুপি দি লৰাহালক আতৌ-পুতৌকৈ শুৱাই সিও সিহঁতৰ কাষতে কাতি হল। জাৰত কুচিমুচি অহা লৰা হালে কাপোৰৰ উম পাই ৰঙত মাত লগালে—"কেনে উম্"। গেভৰকে তাৰ যৎসামান্য আতিথ্যেৰে অভ্যাগত অতিথি দুটিক শুশ্ৰূষা কৰিব পাৰি বৰ গৌৰৱ বোধ কৰিলে। সিহঁতৰ অকৃত্ৰিম শলাগনি "কেনে উম"! শুনি সি হাঁহি পেলালে। বৰ মৰম আৰু সাদৰেৰে সিহঁতৰ গাত হাত বুলাই বুলাই শুবলৈ কলে। লৰা হালিয়েও অলৌকিক আদৰ সাদৰৰ কথা ভাবি ভাবি আচৰিত হৈ অকণি হিয়াৰ অসীম কৃতজ্ঞতা জনাই শুই পৰিল। কোনেও কাকো চিনি নাপালে, তথাপি সিহঁত তেতিয়া যেন আপোনতকৈও আপোন। নীৰৱ প্ৰকৃতিৰ নিস্তব্ধ জীয়াৰী নিশাৰ বুকত এই তিনটি প্ৰাণীয়ে অকাতৰে হিয়াৰ নিফুট সমিধানত জুৰুলি-জুপুৰি হৈ অচেতন হৈ পৰি থাকিল। তিনিওটি পথ হেৰুওৱা পথিক্। সংসাৰে মোৰ নুবুলিলেও টোপনিয়ে সিহঁতৰ আলৈ বিলৈ দেখি হাত নেমেলি থাকিব নোৱাৰিলে। ৰাতি পুৱাবলৈ সৰহ বেলি নাই। এনেতে কোনোবা এটাই আহি হাতীটোৰ কাষত ঠিয় হৈ গেভৰকে গেভৰক বুলি ৰিঙিয়াবলৈ ধৰিলে। গেভৰকে সাৰ পাই 'কোন' বুলি মাত দিয়া মাত্ৰকে বাহিৰত থকা মানুহটোৱে তাক ওলাই আহিবলৈ কলে। গেভৰক ওলাই আহিল। বাহিৰত ঠিয় হৈ থকা মানুহটোৱেই গেভৰকৰ সঙ্গী। গেভৰকে তাৰ সঙ্গীৰ মুখলৈ চাই কিবা এটা কব খোজোতেই মানুহটোৱে মাত লগালে "বেলি নকৰিবি! বৰ ডাঙৰ

কাম। আমাক অলপ সহায় কৰিব লাগে। আহ"। গেভৰকে আনক সহায় কৰাত সদায়েই আগৰণুৱা। দুনাই প্ৰশ্ন নকৰি মানুহ-টোৰ পিছে পিছে গেভৰকে ঢাপলি ধৰিলে। গেভৰকৰ লগৰীয়া আটাইবোৰেই চুৰকৰা মাৰপিত কৰা আদিত বৰ পাকৈত, আৰু সিহঁতৰ সৰহ ভাগেই তাৰে দৰে পোৰা-কপলীয়া অঘৰী। গেভৰক তাৰ লগৰীয়াৰে সৈতে আহি ফাটেকৰ দুৱাৰ-মুখ পালেহি, কাম ফাটেকৰ পৰা কয়দী এটা পলুৱাই আনিব লাগে। গেভৰকে লগৰীয়াৰ উপদেশ অনুসাৰে ককালত জৰী বান্ধি, দেৱালৰ ইটা খহাই দেৱালৰ পাছত দেৱাল পাৰ হৈ ফাটেকৰ ভিতৰ সোমাল। আগৰে পৰা বন্দবস্ত। কয়দীটো সাজু হৈ বাটলৈ চাই বহি আছিল। গেভৰ'কে কয়দীটোৰ হাতত সকলো সাজ-সৰঞ্জাম দি বাট-পথৰ কথা ভাঙি-ছিঙি বুজাই দিলে। খন্তেকৰ পাছতে দুয়ো দেৱাল বগাৱলৈ ললে। ফাটেকৰখীয়াহঁতে ক'তো অকনো গম নেপালে। নিৰ্ব্বিবাদে দুয়ো আহি ফাটেকৰ বাহিৰৰ বাটত নামি পৰিল। এনেতে ৰাতি-পুৱাল। পুৱাৰ দোক-মোকালিত দুইৰো মুখ পোহৰ হৈ উঠিল। গেভৰ'কে কয়দীৰ মুখৰ ফালে চাই আচৰিত হৈ মাত দিলে—"বোপাই দেখোন!" টেনাৰ্ডিয়ে একো উত্তৰ নিদি বাটত তালৈ ৰৈ থকা লগৰীয়া কেটাৰ ফালে চাই মাত দিলে'—'পাছে, আজি কাক ধৰা?" গেভৰ'ক আলপ আঁতৰি গল। লগৰীয়া কেটাৰ এটাই কলে, 'কদি প্লুমে'ত এটা ঘৰ আছে। তাত মটা মানুহ কোনো নাই। এজনী মাইকী মানুহহে দেখিছোঁ, আজি তাতে সোমাওঁ। তোমাৰ জীয়েক ইপনিন চাবলৈ গৈছিল। তাই হলে তাত একো নাই বুলি কৈছে। আমিও চাই আহোঁ। থাকিবও পাৰে।" গেভৰকে ইমান উপকাৰ কৰা সত্ত্বেও এই দলটোৰ এটা মানুহেও শলাগ লোৱা দূৰে থক তাৰ ফালে কেৰাহিকৈয়ে নেচালে। সি আনৰ নহলেও বাপেকৰ পৰা এষাৰি মৰমৰ আঁপুৰুগীয়া মাত ইমান দিনৰ পাছত শুনিবলৈ পাম বুলি ওচৰতে বহি আশাভৰা চকুৰে চাই আছিল। বপুৱাই ভাবিছিল, সি তাৰ বাপেকৰ ইমান এটা



ডাঙৰ উপকাৰ কৰিলে; বাপেকে নিশ্চয় তাক এষাৰ নহয় এষাৰ কথা কবই কব। কিন্তু সি বিমুখ হল। কোনেও একো নোকোৱা দেখি সি বৰ বেজাৰেৰে মাত লগালে, "তহঁতৰ কাম শেষ হলনে? তহঁতক মোক আৰু নেলাগে যদি মই যাওঁ। মোৰ লৰাহালক জগাই দিওঁগৈ"। কাৰোপৰা এষাৰো মাত নোলালে। গেভ'ৰক গুচি গল। দলৰ এটাই টেনাৰ্ডিয়েক কলে, "লৰাটো মন কৰিলানে? "কোন লৰাটো?" "এই দেৱাল বগাই তোমাক লৈ অহা লৰাটো।" "ওহো, মন কৰিবলৈ নহল"। "তোমাৰ লৰাটো হব পায়।" "ধেৎ! নহয়"।

টেনাৰ্ডিয়ে ফাটেকৰ পৰা পলাই অহাৰ আগতে তাৰ দলৰ আন কেটা মানুহে "ৰু দি প্লুমে"ৰ এই ঘৰটোৰ ওপৰত চকুদি আছিল। ইপনিনক ঘৰটোৰ আঁতিগুৰি লবলৈ পঠিয়ায়ো দিছিল। কিন্তু ইপনিনে ঘৰটোত কজেট থকা দেখি ডকাইতহঁতক তাত চুৰ কৰিব লগীয়া একো বস্তু বাহানি নাই বুলি আঁতৰাই ৰাখি আহিছে আৰু ইফালে হতাশ প্ৰেমিক মেৰিয়াছক নি কজেটৰ লগত পুনৰ্মিলন কৰাই দিছে। ১৮৩২ খৃষ্টাব্দৰ মেই মাহটোৰ এনে এটা সন্ধিয়া নাছিল যিটি সন্ধিয়াত উদাৰ আকাশৰ তলত এইদুটি দেৱোপম মৰম-ভিখাৰীৰ শ্বাস-নিশ্বাসৰ সুৰভি-সুষমাই ঘৰটোৰ আগচোতালত থকা ফুলনিখনি নন্দন কাননত পৰিণত কৰা নাছিল। সন্ধিয়াৰ লগে লগে যেতিয়া এই সখীয়তিহালি আহি তাত-ঠিয় দিছিলহি, তেতিয়া তাত তীৰ্থৰ পূত-পবিত্ৰ জ্যোতি বিয়পি পৰিছিল। ফুলবোৰ ফুলি উঠি সিহঁতৰ আমোল-মোল গোন্ধেৰে প্ৰেমিক প্ৰেমিকাক অভিবাদন জনাইছিল। প্ৰেমিক-প্ৰেমিকাই সিহঁতৰ হিয়া উবুৰিয়াই কোৱা কথাৰে ফুলহঁতকো সলনিত-ধন্যবাদ যাচিছিল। সিহঁতৰ ফুচফুচীয়া মেলে ওচৰৰ গোটেই প্ৰকৃতিকে অভিভূত কৰিছিল। যি মানুহে এই আবেগভৰা কৰুণ সুৰৰ একেষাৰি কথা শুনা নাই, যি এনে এষাৰি কথা জীৱনত কৈ পোৱা নাই, সেই নিচিনা দুৰ্ভগীয়া পৃথিৱীত নাই; এই দুটি প্ৰেমিক-প্ৰেমিকাক কোনে দেখিছিল? সন্ধিয়াৰ চিকিমিকি পোহৰত ফুলনিৰ মাজত

সিহঁতক দেখিছিল পৃথিবীত ফুলনিৰ গোলাপ কেপাহিয়ে সৰু সৰু চৰাইকেটাই আৰু ওপৰত নীল আকাশ জুৰি হাঁহি নাচি থকা অগণন তাৰকাৰাশিয়ে। গোলাপ কেপাহিয়ে হৰিষত ফুলি উঠিছিল, চৰাইকিটিয়ে নীৰৱ নিস্তব্ধ হৈ একেৰাহে চাই আছিল, তৰাবোৰ বেছি উজ্জ্বল হৈ পৰিছিল। এদিনা গধূলি মেৰিয়াছ 'ৰু দি প্লু'মেৰ কাষেদি গৈ থাকোতে বাটতে ইপনিক লগ পালে। ইপনিক পাই মেৰিয়াছে মাতোঁ-নেমাতোঁকৈ মাত দিলে—"ইপনিন্ নেকি"? ইপনিনৰ ওপৰত মেৰিয়াছৰ কোনো বেয়া ভাৱ নাছিল, বৰঞ্চ মেৰিয়াছ তাইৰ ওচৰত বৰ কৃতজ্ঞ; কাৰণ ইপনিনে দেখুঁৱাই নিদিয়া হলে মেৰিয়াছে কজেটক বিচাৰি উলিয়াব নোৱাৰিলে-হেঁতেন। তথাপি ইপনিন যে টেনাৰ্ডিয়েৰ জীয়েক, এই কাৰণেই মেৰিয়াছে ইপনিনক বেয়া নেপালেও ভাল পাব নোৱাৰিছিল। মেৰিয়াছৰ কথাৰ উত্তৰত ইপনিনে কলে "মোক তুমি মাতোঁ-নেমাতোঁকৈ মাতা কিয়? মই তোমাক কি কৰিলো?" "একো কৰা নাই।" "নহয়, কোৱাঁ, মই তোমাক কি কৰিলোঁ?" ইপনিনে আৰু কিবা কব খুজিছিল, কব নোৱাৰিলে। তাই হাঁহিবলৈ চেষ্টা কৰিলে, কিন্তু হাঁহি নোলাল। অলপপৰ তলকা মাৰি থাকি তাই আকৌ মাত লগালে, "তেন্তে"—তাই আকৌ তলমূৰ কৰি থমকি গল। খন্তেক থাকিয়ে বৰ আমন-জিমনকৈ "যোৱাঁ মেৰিয়াছ, মই তোমাক আমনি কৰিবলৈ ভাল নেপাওঁ" বুলি গুচি গল। মেৰিয়াছে একো বুজিব নোৱাৰিলে। তাৰ পিছদিনাই ১৮৩২ খৃষ্টাব্দৰ ৩ জুন। মেৰিয়াছে আগৰ দৰেই-'ৰুদিপ্লু'মেত কজেটক দেখা কৰিবলৈ আহিছে। গধূলি হোৱা নাই, হওঁ হওঁ হৈছে। ইপনিনে দূৰতে মেৰিয়াছক দেখা পাই পিছে পিছে নঙলামুখ পালেহি। মেৰিয়াছে কব নোৱাৰে। মেৰিয়াছ ফুলনি সোমাল। ইপনিনে আমন জিমনকৈ নঙলামুখতে বহি পৰিল। তাই বহিল যি বহিলেই, অকণো সাৰসুৰ নাই-অকণো কাতি-কুটা নাই। এইদৰে তাতে তাই বহি থাকিল। কিমান পৰ বহিল গম নাই।



এবাৰ তাই চক্ খাই উঠিল—কাঁহৰ মাত শুনি। কাঁহত তেতিয়া দহ কোব পৰিছিল এনেতে এটা বুঢ়া পথিকে লৰাঢপৰাকৈ আহি নঙলা মেলি ঘৰলৈ সোমাওঁতে কাৰবাক বৰ কৰুণভাৱে "এতিয়া তেওঁ সদায়েই ইয়ালৈ আহে" বুলি কোৱা শুনি চকখাই উঠিল। বুঢ়াই ইফালে সিফালে চাই আন্ধাৰত কাকো নেদেখি নঙলা মাৰি ভিতৰ সোমাই গল। বুঢ়া ভিতৰ সোমাইছেহে, এনেতে আৰু ছটা মানুহ আহি জপনাৰ মুখত ঠিয় দিলে। মানুহ এটাই ঘৰটোলৈ আঙুলিয়াই মাত দিলে, "এই-টোৱেই ঘৰ। মানুহকেইটাই দা-কটাৰি, হাঁতুৰি বটালি উলিয়াই নঙলা মেলি ভিতৰ সোমাব খোজোঁতেই নঙলামুখত ছোৱালী-এজনীক আগ ভেটি ধৰি ঠিয় হৈ থকা দেখি ভয়ৰ্ত পিছ হুহঁকি আহিল। এটাই সুধিলে "কোন এই পিশাঁচী?" "তোমাৰ জীয়েৰা।" "তোক কি লাগে? তই ইয়াত কি কৰিছহি?" "মই আগেয়েই কৈছিলোঁ নহয় এই ঘৰটোত একো নাই। ইহঁত বৰ দুখীয়া মানুহ। সিহঁতক একো নকৰিবি? যা, যা; আমি সকলো ঠিক্-থাক কৰিলোঁ এতিয়া উভতি যাব নোৱাৰোঁ। আমি চাই—চিতিহে যাম।" এই বুলি তাইক ঠেলা মাৰি থৈ মানুহটো যাবলৈ ওলাল। ছোৱালীজনীয়ে নঙলাত আওজনি লৈ মানুহটোৰ ফালে চাই মাত দিলে—"মই যাবলৈ নিদিওঁ। যদি ভিতৰ সোমাব, মই চিঞৰি মানুহ মাতি আনিম। আটাই জাককে পুলিচৰ হাতত দিম।" তাইৰ কথা শুনি মানুহকেইটা জঠৰ হৈ পৰিল। টেনাৰ্ডিয়ে লগৰ এটাক কাণে কাণে কলে—"অসম্ভৱ নহয়; তাইহে যি, কৰিবও।"

"মই পিতাকো নেৰোঁ।" টেনাৰ্ডিয়েই দাঁত কৰচি কৰচি কলে—"তোৰ হৈছে কি? কিহে পাইছে? বাট এৰ!" "নিদিওঁ বাট।" টেনাৰ্ডিয়েৰ সঙ্গী এটাই কটাৰী এখন উলিয়াই ইপনিনৰ ফালে চোঁচা ললে। মানুহটোৰ পৈশাচিক মূৰ্ত্তি দেখিও টেনাৰ্ডিয়েৰ মুখৰ পৰা এটা শব্দও বাহিৰ নহল। ইপনিনে মাত দিলে—"মোক ভয় দেখুৱাব নেলাগে, মই মৰিবলৈ ভয় কৰা নাই। মোক বোপায়ে ডিঙিত টিপা

দিয়ে মাৰক বা তহঁতৰ এটায়ে দাৰে কুৰিয়াই মাৰ তালৈ মোৰ ভয় নাই। মই জীয়াই থাকোঁ মানে তহঁতক ইয়ালৈ সোমাবলৈ নিদিওঁ।" তাইৰ নিৰ্ভীক উত্তৰ শুনি মানুহ কেটাৰ থৰকৃবৰক লাগিল। ইটোৱে সিটোৰ চকুৰ ফালে চাই সুৰ সুৰ কৰে তাৰ পৰা আটাইকেটা গুচি গল। ইপনিনে ৰাতিৰ আন্ধাৰত গা ঢাকি সিহঁতৰ গতিবিধি চাই নিসন্দেহ হবলৈ পিছে পিছে খোজ ললে। বাহিৰৰ বাতৰিয়ে ভিতৰৰ পূৰ্ণ শান্তিত তিলমানো ব্যাঘাত ঘটোৱা নাছিল। আনকালৰ দৰেই কজেট আৰু মেৰিয়াছে ফুলনিত বহি কথা পাতি আছিল। কজেটৰ মুখ সেইদিনা বিষাদৰ ডাৱৰে ঢাকি পেলাইছিল। তাইৰ মুখখনি শেতা, চকুযুৰি ৰঙা। এই সুখৰ সমাজিকত এয়েই কজেটৰ প্ৰথম কলা মেঘ। মেৰিয়াছে কজেটক দেখা পায়ে আচৰিত হৈ মাত লগাইছিল—"তোমাৰ কি হৈছে।" "পিতা ইয়াৰ পৰা যাবগৈ। আমি ইংলণ্ডলৈ যামগৈ।" মেৰিয়াছৰ মূৰত সৰগ ভাগি পৰিল। সুধিলে—"কেতিয়াকৈ?" "কব নোৱাৰো।" "কেতিয়া উভতিবা?" "কৃব নোৱাৰোঁ।"

মেৰিয়াছ ঠিয় হল। থোকাথুকিকৈ মাত দিলে—"যা—বা—গৈ, ক—জে—ট"। "মই কি কৰিব পাৰোঁ?" বুলি কজেটে মেৰিয়াছৰ হাতখন সাবটি ধৰিলে। "যোৱাঁ! ময়ো তেনেহলে কৰবালৈ যাব লাগিব।" কথাষাৰ শুনি কজেটৰ হিয়া ভাগি যোৱা যেন হল। আকুল কৰুণাভৰা চকুযুৰিৰে একেৰাহে মেৰিয়াছৰ মুখৰ ফালে চাই লাহেকৈ মাত দিলে—"কিয়?" কজেটৰ চকু তেতিয়া চলচলীয়া। মেৰিয়াছে ভগা মাতেৰে কবলৈ ধৰিল—"কজেট, জীৱনত প্ৰতিজ্ঞা কৰা নাছিলোঁ, আজি এই প্ৰথম প্ৰতিজ্ঞা কৰিলোঁ—তুমি গলে মই আৰু জীয়াই নেথাকোঁ।" ভয়ত কজেটৰ মূৰ ঘুৰি আহিল। মেৰিয়াছে কৈ গ'ল—"মোক কাইলৈ লগ নোপোৱাঁ।" "কিয়?" "নোপোৱাঁ।" "কিয়?" "কাৰণ আছে। কোনে জানে এই খন্তেকৰ বিচ্ছেদতে হয়তো চিৰজীৱনলৈ মিলন হব পাৰে! পৰশুলৈ ন বজাতহে লগ



ধৰিম।" কজেটৰ হতাশ প্ৰাণত আশাৰ সঞ্চাৰ হল। কজেটে আলফুলকৈ মেৰিয়াছৰ চকুযুৰিলৈ চাই পঠিয়ালে। মেৰিয়াছৰ চকুযুৰিত যেন তাই ভবিষ্য আশাৰ সোনালী ছবিখনি দেখিবলৈ পাব। মেৰিয়াছে হাত দুখনেৰে কজেটৰ মূৰটি দাঙি ধৰিলে। কজেটেও তাইৰ আঙুলিৰ মূৰত দিগ্ দি মেৰিয়াছৰ চকুদুটিলৈ বৰ হেঁপাহেৰে চাবলৈ ধৰিলে। দুয়োটি তন্ময় তদগদ্ হৈ পৰিল। ক্ষন্তেকৰ পাছতে দুয়ো দুইৰো বাহুপাশত বান্ধ খাই আহিল। নীৰৱে নিশব্দে ওঁঠকিটি লগ লাগিল। আধামেলা আধাজপা চকুকিটিয়ে আকাশৰ তৰা লেখিলে। মেৰিয়াছে উভতি যাওঁতে বাটত মানুহ-দুনুহ কোনো নাই। অলপ আগতে ইপনিন ডকাঁইতহতৰ পাছে পাছে গুচি গৈছিল। জঁভেলজঁ সদায় সাৱধান, সদায় সতৰ্ক। টেনাৰ্ডিয়ে ফাটেকৰ পৰা ওলাই আহিবৰ দিনাই ভেলজঁৰ চকুত পৰিল। ভেলজঁক টেনাৰ্ডিয়েই কিন্তু চিনিব নোৱাৰিলে। তথাপি ভেলঁজই তাত থকাটো নিৰাপদ নেদেখি ইংলণ্ডলৈ যাবলৈ ঠিক্—থাক কৰি কজেটক সাজু হৈ থাকিবলৈ আগ জাননী দি থলে। কজেটে নেজানিলে কিহৰ নিমিত্তে বাপেকে ফ্ৰাঞ্চ এৰিবলৈ ওলাইছে, জানিবলৈকো ইচ্ছা নকৰিলে। বিচ্ছেদৰ দুঃসহ যাতনাৰ ভাৱনাই তাইৰ আন সকলো ভাব হেচা মাৰি তল পেলালে। * * *

কেদিনমানৰ আগতে মাথোন ফাদাৰ জিল্ -নৰমেণ্ডৰ ৯১তম জন্মতিথি পাৰ হৈ গৈছে। ৪ বছৰ পাৰহৈ ৫ বছৰ সোমাল, বুঢ়াই নাতিয়েক মেৰিয়াছ আজি আহিব কালি আহিব কৰি নিৰাশাৰ ওপৰতো আশাৰ ৰহন সানি বাটলৈ চাই বহি আছিল। দিনৰ পাছত দিন গৈছে, মেৰিয়াছৰ বা-বাতৰি নাই। বুঢ়াৰ মনত শোক বেজাৰ আক্ষেপ-অভিমানৰ সীমা নাই। জুনৰ ৪ তাৰিখ। বুঢ়াই কিতাপ এখন মেলি লৈ হেলনি চকি এখনত আউজি কিতাপ চাই আছিল। কিতাপ চাই থাকোঁতেই পাহৰোঁ বুলিলে বেছিকৈ মনতপৰা সেই একেটা কথালৈকে মনত পৰিল। বুঢ়াই কিতাপ এৰি নিজক নিজে বুজাবলৈ ধৰিলে—মেৰিয়াছ আৰু নাহে। এনেতে লগুৱা এটা সোমাই আহি জনালে

“মছিঅ’ৰ মেৰিয়াছে দেখা কৰিব খোজে।” বুঢ়া ঘপৰাই বহি পৰিল। আচৰিত হৈ মাত লগালে “মছিঅ’ৰ মেৰিয়াছ! কোন? কোন?” “মছিঅ’ৰ মেৰিয়াছ নামেৰে ডেকা এজন বাহিৰত ৰৈ আছে।” বুঢ়াই থৰক বৰক কৰি মাত দিলে—“মাতি আন!” লগুৱাটো ওলাই গল। বুঢ়াই উদ্বিগ্নচিত্তে একেবাহে দুৱাৰ মুখৰ ফালে চাবলৈ ধৰিলে। দুৱাৰ মেল খালে। লগে লগে মেৰিয়াছ বুঢ়াৰ চকুত পৰিল। মেৰিয়াছক দেখা মাত্রকে বুঢ়াৰ মন নাচি উঠিল, ইচ্ছা হল, তেওঁ যেন লৰিগৈ মেৰিয়াছক সাবটি ধৰিব। ভাবে বুঢ়াৰ বুকত থৌকি-বাথৌ লগালে—“কি লাগে? মোৰ ওচৰত ক্ষমা বিচাৰি আহিছ? নিজৰ ভুল এতিয়া বুজি পালিনে?” বুঢ়াৰ প্রকৃততে মেৰিয়াছক এনেদৰে সম্বোধন কৰিবৰ ইচ্ছা নাছিল। বুঢ়া বৰ মৰমিয়াল। মৰমতেই বুঢ়া অভিমানী হৈ উঠিছিল। মেৰিয়াছে হাত যোৰ কৰি উত্তৰ দিলে “মোক ক্ষমা কৰক।” “তোক কি লাগে?” “মই অহাত আপুনি অসন্তোষ পাইছে বুলি মই জানো, তথাপি মই আহিছোঁ। এষাৰ কথা সুধিয়ে মই গুচি যাম।” “মূৰ্খ! তোক গুচি যাবলৈ কোনে কৈছে? বাৰু, তোক কি লাগে ক’।” “মোক বিয়া কৰিবলৈ সন্মতি—দিব লাগে।” বুঢ়াই জীয়েকক মতাই পঠিয়ালে। জীয়েক আহি কোঠা সোমালতে বুঢ়াই জীয়েকক কলে,—“বিশেষ কাম নাই। এওঁ মছিঅ’ৰ মেৰিয়াছ। এওঁক অভিবাদন কৰাঁ। তেওঁ বিয়া কৰিব খুজিছে, এতিয়া তুমি যোৱাঁ।” জীয়েকে মেৰিয়াছৰ ফালে চাই পঠিয়ালে, চিনি পালেনে নেপালে কব নোৱাৰি। কিন্তু বুঢ়াৰ কথা শেষ হোৱাৰ লগে লগেই তাই কোঠাৰ বাহিৰ হল। বুঢ়াই কবলৈ ধৰিলে—“তুমি বিয়া কৰিবা! বয়স ২১ বছৰ। সকলো ঠিক-থাক। বাকী মোৰ সম্মতি। বহাঁ, বহাঁ! অ’, তুমি ওকালতি কৰি কিমান পোৱা?” “একো নেপাওঁ।” “তেনেহলে তোমাৰ ভাবী-পত্নী বৰ অৱস্থাপন্না।” “নহয়; মোৰে নিচিনা।” “কি! যৌতুক নোপোৱাঁ—আশাও নাই?” “মোৰ বিশ্বাস আশাও নাই।” “নাম?”



“মেডম্‌জৈল ফেকলভেণ্ট!” “ফুঃ—২১ বছৰ বয়স কাম কাজ নাই বেৰনেচ্ পণ্ট মাছিয়ে—।” মেৰিয়াছ বলিয়া মানুহৰ দৰে চিঞৰি উঠিল—“আপোনাক ধৰ্ম্মৰ দোহাই দি মিনতি কৰিছোঁ, মোক বিয়া কৰিবলৈ সম্মতি দিয়ক।” বুঢ়াই বিদ্রূপৰ হাঁহিৰে বৰ খলক লগাই দি কবলৈ ধৰিলে,—“আহাহা! মনতে ভাবি আহিছা বুঢ়া গাধটোক কমগৈ, মই বিয়া কৰাওঁ; বছ! সকলো ঠিক। বুঢ়াই মোক দেখি আনন্দত দেও দি উঠিব, গতিকে বিয়া কৰিবলৈ সম্মতি দিব। আৰু যোৰো যে কি যোৰ! এটাৰ নাই ছোলা, এজনীৰ নাই মেখেলা। কেতিয়াও নহয়, কেতিয়াও নহয়। হবই নোৱাৰে; পচলভেণ্ট কপলভেণ্ট মই চিনি নাপাওঁ। মই এনেদৰে উচ্ছন্ন যাবলৈ দিব নোৱাৰোঁ—উপাৰ্জ্জনৰ ঘৰত ছু এটা নাই, বিয়া কৰাবলৈ লাগে। কেতিয়াও নহয়।” “ককাদেউতা!” “কেতিয়াও নহয়; কেতিয়াও নহয়!” মেৰিয়াছে বুঢ়াৰ মূৰ্ত্তি দেখি সকলো আশাত জলাঞ্জলি দি গিৰিসকৰে উঠি যাবলৈ ওলাল। দুৱাৰমুখ পাওঁতেই বুঢ়াই খেদা মাৰি গৈ মেৰিয়াছক ডিঙিত ধৰি টান মাৰি আনি চকি এখনৰ ওপৰত হেঁচামাৰি বহুৱাই দি মাত লগালে “কৰ ছোৱালী, কি কথা, মোক কচোন!” মেৰিয়াছৰ’ “ককা—দেউতা’ সম্বোধনে বুঢ়াৰ কঠোৰ মন কোমলাই পেলালে। বুঢ়াৰ হিয়া গলি আহিল। মেৰিয়াছে কলে—“ককাদেউতা! মই—।” বুঢ়াৰ মুখ আনন্দত জিলিকি উঠিল। মেৰিয়াছৰ কাষ চাপি বৰ করুণ কণ্ঠেৰে মাত দিলে—“মেৰিয়াছ! মেৰিয়াছ! ককা-দেউতা বোল! ককা-দেউতা বোল! জান, আজি কিমান দিন পিয়াহত অন্ত-কণ্ঠ শুকাই আছিল।” বুঢ়া আৰু কাষলৈ আহিল। মেৰিয়াছক ঘুৰাই পকাই চাবলৈ ধৰিলে। হঠাৎ বুঢ়া চক খাই উঠি মাত দিলে, “মেৰিয়াছ, তই ইমান দুখত আছ? এই ফটা কাপোৰ-কানি পিন্ধি ফুৰিছ? চোৰৰ দৰে কাপোৰ পিন্ধিছ, মূৰত ফটা টুপি। ল’ এই লুই এটা। ভাল চাই টুপি কিনি লবি।” “ককা-দেউতা, আপুনি যদি জানিলেহেঁতেন মই ছোৱালীজনীক কিমান

ভাল পাওঁ! আপুনি কল্পনাও কৰিব নোৱাৰে—তাই এতিয়া বাপেকৰ লগত ইংলণ্ডলৈ যাবগৈ। বাপেকে আমাৰ কথা একো নেজানে। তাইক বিয়া কৰিবলৈ নেপালে মই বলিয়া হম, নহলে মৰিম।” বুঢ়াই বহি বহি শুনি আছিল। মেৰিয়াছৰ কথাৰ শেষত মাত দিলে—“অ” বুজিছোঁ। তাই বাপেকে নজনাকৈ তোৰ লগত কথা পাতে! কেনে ছোৱালী বুজ পাইছোঁ। তই বলিয়া হবৰ দৰকাৰ নাই। ময়ো এদিন তোৰ দৰেই ডেকা আছিলোঁ; মোবো তোৰ দৰেই বলিয়ালিয়ে এবাৰ নহয় কেবাবাৰো উক্ দিবলৈ বিচাৰিছিল। তাই বিয়া কৰাৰ লগীয়া ছোৱালী নহয়। ধন-চন যি লাগে লৈ যা, তাইক ৰক্ষিতা কৰি ৰাখগৈ।” মেৰিয়াছ ঘপকৈ ঠিয় হল। টুপিটো ডাঙি লৈ দুৱাৰ মেলি যাবলৈ ওলাই বুঢ়াৰ ফালে উভতি চাই মাত দিলে—“আজি ৫ বছৰৰ আগতে আপুনি মোৰ স্বৰ্গীয় পিতাক এইদৰে অপমান কৰিছিল, আজি মোৰ পত্নীক অপমান কৰিলে! মই আপোনাক আৰু একো নকওঁ।” মেৰিয়াছ গিৰিপ্ গিৰিপ্ কৰে শব্দ কৰি ঘৰৰ বাহিৰ হৈ ওলাই গল। বুঢ়া মন্ত্ৰ-মুগ্ধ-প্ৰায় অলৰ অবাক হৈ বহি থাকিল। কথা কবলৈ বিচাৰিলে, এটা কথাও বাহিৰ নহল। উঠিবলৈ চেষ্টা কৰিলে, লৰচৰকে কৰিব নোৱাৰিলে। অলপ পৰৰ পাছতে বুঢ়াই হুৰামুৰা কৰি চকিব পৰা উঠি দুৱাৰ মুখত গৈ ফোপাই জোপাই চিঞৰিবলৈ ধৰিলে—“বেগাই আহ! কোন আছ!—বেগাই আহ!” ভিতৰৰ পৰা একে লৰে জীয়েক আহি বুঢ়াক সাবটি ধৰিলেহি। বুঢ়াই চিঞৰি চিঞৰি কৈ গল—“তাক ধৰি আন! ধৰি আন! মোৰ গাত দোষ! মোৰ গাত দোষ। এইবাৰ আৰু সি নাহে। মেৰিয়াছ! মেৰিয়াছ! মেৰিয়াছ!!” বুঢ়াৰ ৰিঙ মেৰিয়াছৰ কাণত নপৰিল। মেৰিয়াছ তেতিয়া বহুত দূৰত। কিছুমান পৰৰ পাছত বুঢ়া অলৰ-অচৰ হৈ চকি এখনত সোমাই পৰিল। তেতিয়া বুঢ়াৰ মুখত মাত নাই, তেজৰ ধমনী ক্ষীণ, চকু নিৰস,—যেন এটা কাঠৰ পুতলাহে। মাজে মাজে সোঁ হাতখনে মাথোন কপালৰ কুমলৈ উঠা নমা কৰি বুঢ়াৰ সজীৱতাৰ পৰিচয় দি আছিল।

---

## একবিংশ অধ্যায়

পিছদিনা জুন মাহৰ ৫ তাৰিখ। এটা ক্ষীণ আশা লৈ মেৰিয়াছে ককাকৰ ওচৰ চাপিছিল; সলনিত হিয়া ভগা নিৰাশা লৈ ককাকৰ কাষৰ পৰা উভতি আহিব লগাত পৰিল। তাৰ আশা ভৰসা উদ্যম অনুৰাগ সকলো শেষ হৈ অহা যেন লাগিল। জীৱন মৰণৰ—দোমোজাত ঠিয় হৈ ভগ্নপ্ৰাণ যুৱকে পুৱাৰে পৰা দিনৰে-দিনটো বাটে বাটে ঘূৰি ফুৰিলে। ৰাতি হলে কজেটক এবাৰ চাই লব পাৰিব—সেই এটিমাত্ৰ আশাকে সৰোগত কৰি, ৰাতি হবলৈ বাট চাই ঘূৰি ফুৰিলে। মনে বুজনি নিদিয়ে; দিলেও প্ৰাণে বুজনি নেমানে। সি এবাৰ মাথোন কজেটক দেখিবলৈ পালেই যেন সকলো কৰ্ত্তব্যৰ হাত সাৰি ভবিষ্যতৰ কাৰণে একাষৰীয়া হৈ ঠিয় দিব পাৰে। চাওঁতে চাওঁতে নোযোৰা নুপুৰা দিনটো পলক যুগ কৰি পাৰ হৈ গল। সন্ধিয়া আহিল; সন্ধিয়াৰ পাছত ৰাতি আহিল মেৰিয়াছৰো মনলৈ অলপ শান্তি আহিল। এখুজি দুখুজিকৈ আহি ৯ বজাৰ সময়ত মেৰিয়াছ কজেটৰ ফুলনি সোমাল। এনেতে তাৰ কাণত পৰিল গুৰুম্ গুৰুম্ গ্ৰুম্।’ হিলৈৰ শব্দ। তাৰ পাছতে পেৰীৰ বাটে বাটে প্ৰজাতন্ত্ৰ-বাদীৰ জয়ধ্বনি। মেৰিয়াছ থৰ হৈ পৰিল। গাৰ তেজৰ গতি নতুন হৈ অহা যেন পালে। মেৰিয়াছে ফুলনিত সোমাই কজেটক নেদেখি ঘৰৰ কাষ চাপিল। ঘৰৰ দুৱাৰ বন্ধ। সি দুৱাৰত শব্দ কৰিলে। কোনো উত্তৰ নাই। মেৰিয়াছে মাতিলে ‘কজেট কজেট।” ভিতৰত কতো সাৰসুৰ নাই; কোনো সমিধান নাই। বাটৰ পৰা কোনোবাই ৰিঙিয়াই মাতিলে “মছিঅৰ মেৰিয়াছ! তুমি কি কৰিছা? এতিয়া আন কামৰ সময় নহয়, জন্মভূমিক ৰাক্ষসৰ গৰাহৰ পৰা ৰক্ষা কৰাঁ, শুনা নাইনে প্ৰজাতন্ত্ৰবাদীৰ জয়ধ্বনি? আহাঁ, তোমাৰ লগৰীয়াইঁতে তোমালৈ বাট চাই ৰৈ আছে।” মাতটো ইপনিনৰ যেন লাগিল।

মেৰিয়াছ আহি একেলৰে বাট উঠিল। কিন্তু বাটত কাকো লগ নেপালে। এটা সৰু লৰা আগে আগে লৰি যোৱা যেন দেখিলে। আকৌ কাণত পৰিল ফৎ-ফৎ-ফৎ-ফৰ্ ৰ্ ৰ্। ১৮৩২ খৃষ্টাব্দৰ ৫ জুন ফৰাচী ৰাষ্ট্ৰ বিপ্লৱ কাহিনীৰ এটা স্মৰঁৰিবলগীয়া দিন। প্ৰজাতন্ত্ৰবাদীৰ ভিতৰি ভিতৰি উমাইথকা জুই সেইদিনা হঠাৎ জ্বলি উঠিল। ফিৰিঙতিৰ পৰা খাণ্ডৱ-দাহৰ উপক্ৰম হল। জেনেৰেল লামাৰ্কৰ শ্মশানযাত্ৰাৰ পৰাই এই ফিৰিঙতি উফৰি আহিল। আগদিনা আবেলি জেনেৰেল লামাৰ্কৰ মৃত্যু ঘটে। তেওঁ ৰাজতন্ত্ৰদলৰ এজন নামজ্বলা কৰ্ম্মচাৰী। দুদল অশ্বাৰোহী আৰু পদাতিক সৈন্যই গায়নে-বায়নে তেওঁৰ শৱ শ্মশানলৈ আগবঢ়াই লৈ গৈছিল। বিৰদি বাট পাবলৈ নোহোৱা মানুহৰ ভিৰৰ মাজত হঠাৎ প্ৰজাতন্ত্ৰদলৰ লগত ৰাজকৰ্ম্মচাৰীহঁতৰ সামান্য সংঘৰ্ষ হয়। তাতে দুয়োদলৰ মাজত এখন তুমুল সংগ্ৰামৰ সৃষ্টি হল। জাকে জাকে লৰা ডেকা আদি বিপ্লৱবাদী-দলত যোগ দি অম্লান বদনে দেশৰ হকে, ন্যায্য অধিকাৰৰ কাৰণে প্ৰাণ দিবলৈ ওলাল। নগৰত হুলস্থুল লাগি গল। সেইহে জয়ধ্বনিৰ পাছত জয়ধ্বনি, হিলৈৰ গুৰুম্-গুৰুম্ গ্ৰুম। বন্দুকৰ ফৎ-ফৎ-ফৎ ফৰ্ ৰ্ ৰ্। ক্ৰমে ক্ৰমে জয়ধ্বনি ঘনাই আহিল বন্দুক হিলৈৰ শব্দই কাণ ফালে যেন কৰিলে। ঘোৰাৰ ডেঁডনি, মানুহৰ বিননিত গছৰ পাত সৰিব লগা হল। নগৰ জুৰি কোলাহল—কালৰ তাণ্ডৱ নৃত্য এনেতে এটা সৰু লৰাই হাতত পিস্তল এটা লৈ দেওদি দেওদি গাই গল—

"শতুৰুক কাটিবি
শতুৰুক মাৰিবি
শতুৰুক নিদিবি ঠাই ;
শতুৰু থাকিলে
দুবেলা দুমুঠি
থাকিও পাবলৈ নাই।"



লৰাটোৰ কাপোৰ-কানি আটাইবোৰা ফটা-ছিটা। লৰাটো গেভৰক। সি ৰণযাত্ৰী। গেভৰকে সেই আলহী লৰা দুটিক তাৰ ভায়েক বুলি সপোনতো ভবা নাছিল। বিধিৰ বিচিত্ৰ বিধান! ৰাতি তাৰ দুৰ্কপলীয়া ভায়েক দুটিক সি আলহী পুহিলে ; পুৱালৈ বাপেকৰ ফাটেকৰ পৰা পলুৱাই আনিলে। বাপেকক ফাটেকৰ পৰা পলুৱাই আনিয়ে অলপ পাছতে সি হাতীটোৰ গুৰিলৈ গৈ লৰাকেটাক জগাই হাতীৰ পৰা নমাই আনিলে। আগদিনাৰ দৰেই শুকান ৰুটিৰে পুৱাৰ সাঁজ সমাধা কৰি লৰাহালক সিহঁতৰ মৰমিয়াল মাক পেৰী ছহৰৰ আলি-পদুলিৰ হাতত গতাই দি সি নিজৰ কামত গুচি গল। ৰাজ আলিত সৰু লৰাহালক এৰি দিবলৈ গেভৰকৰ মনত অকণো সঙ্কোচ নহল। কাৰণ সি নিজেই আলি পদুলিৰ কোমল কোলাতেই ডাঙৰ দীঘল হোৱা। যাবৰ সময়ত সিহঁতক কৈ গল—"লৰাহঁত, তহঁতে ভয় নকৰিবি। যদি মাৰ-বাপেৰক বিচাৰি নেপাৱ, ৰাতি হলে আকৌ ইয়ালৈকে আহিবি। মই খুৱাই বুৱাই তহঁতক শুৱাই থম। আহিবি দেই!" লৰাহাল নুভতিল। পুলিছে নি সিহঁতক কৰবাৰ অনাথ আশ্ৰমতে থলে নে কোনোবাই চুৰ কৰিয়ে নিলে, কোনেও একো কব নোৱাৰে। যেই হক, সিহঁত অচিনতাৰ বুকত মিলি গল। এই অচিনতাৰ সন্তান-সন্ততিৰেই জগতৰ সমাজৰ নিম্নস্তৰবোৰ গঠিত হৈ আহিছে। গেভৰকে সিহঁতক আৰু নেদেখিলে। কেবাদিনো সি মূৰ খজুৱাই খজুৱাই নিজক নিজে সুধিছিল—মোৰ লৰাহাল নো কলৈ গল?" গেভৰকে মহা উৎসাহেৰে বিপ্লৱবাদীহঁতৰ দলত যোগ দিলে। তাৰ উলহ মালহ দেখি মানুহে আচৰিত মানিলে।

* * * *

বিপ্লৱবাদী দলৰ নেতা এঞ্জপ্ৰাছ, কৰফেয়াক কম্ফাৰ আদি এটাই কেজন ডেকাই মোৰয়াছৰ সমনীয়া সহপাঠী আৰু বন্ধু। ডেকাকেজনেই যুদ্ধৰ গতি পৰিচালনা কৰিছে। ভৈৰৱ হুঙ্কাৰে যুদ্ধ চলিল। মৰা

মৰিছে, পলোৱা পলাইছে। পুলিচ ইন্‌স্‌পেক্টৰ জাভেয়াৰে দূৰে দূৰে এদল সেনা লৈ এই নেতাবিলাকক বন্দী কৰিবলৈ চল-বিচাৰি মদৰ দোকান এখনত সোমাই যুদ্ধৰ গতি-গোত্ৰ চাই আছিল। গেভৰকৰ চকুত জাভেয়াৰে ধূলি মাৰিব নোৱাৰিলে। দেখা মাত্ৰকে গেভৰকে জাভেয়াৰক চিনি পেলালে, আৰু এঞ্জল্ৰাছক লগাই দিলে। বাঘ জালত পৰিল। জাভেয়াৰ খন্তেকৰ ভিতৰতে বন্দী হল। হাত ভৰি বান্ধি জাভেয়াৰক পেলাই থৈ এঞ্জল্ৰাছহঁত আকৌ ৰণত লাগিল। নিৰুপায় পুলিছ কৰ্ম্মচাৰী নিৰ্ভীক-ভাৱে মৰণলৈ বাট চাই পৰি থাকিল। ৰাজতন্ত্ৰদলৰ কোনেও একো গমকে ধৰিব নোৱাৰিলে।

*　　*　　*　　*

সন্ধিয়াত চকামকাকৈ দেখা লৰাটোৰ কথা কেযাৰ মেৰিয়াছৰ মনত নিয়তিৰ আদেশ যেন লাগিল। মেৰিয়াছৰ জীৱনলৈ বিৰাগ হৈছিল, সি মৰিবলৈ বিচাৰিছিল, মৰণৰ সুযোগ উপস্থিত হল। সি কবৰৰ দুৱাৰত ঢকিয়াই দিলে, কবৰৰ ভিতৰৰ পৰা কোনোবাই অদৃশ্যভাৱে তাৰ হাতত কবৰৰ চাবি দি গলহি। নিৰাশাৰ আন্ধাৰত এনে চকামকা পোহৰ বৰ লোভনীয়। মেৰিয়াছে বিপ্লৱ-বাদীদলত যোগ দিলেহি। তাক মৰণ লাগে। গেভৰকে প্ৰহৰীৰ কাম কৰি ঘূৰি ফুৰিছে। দেৱালৰ ওপৰত উঠি ক'ত কেনি শত্ৰুৰ সেনাই জোপ লৈছে সি তাৰ বাতৰি যোগাইছে। একো-একোবাৰ সি উলাহত দেওদি নাচিছে, একো একোবাৰ হুহুৰি মাৰি মাৰি এঞ্জল্ৰাচহঁতক শত্ৰুৰ গতি বিধিৰ ভু দিছে। মেৰিয়াছে যুজ কৰি কৰি আহি থাকোঁতে এবাৰ শুনিবলৈ পালে লৰা এটাই দেৱাল এখনৰ ওপৰত উঠি গাব লাগিছে—

"দূৰলৈ নেযাবি　　　ভালকৈ থাকিবি  
　　কাযত পহু মৰা জাল।  
ভৰিৰে খোপনি　　　ভালকৈ ৰাখিবি  
　　মাজত বুৰি মৰা খাল।"



মেৰিয়াছে লৰাটোৰ ফালে চাই পঠিয়ালে। গেভৰকক চিনি পাই মেৰিয়াছ আচৰিত হল।

*　　*　　*　　*

ৰাতি দহ বাজি গল। মেৰিয়াছ যুজত আপোন পাহৰা। তেতিয়াও জয়-পৰাজয়ৰ একো নিৰ্ণয় হোৱা নাই। মৰাশৰ ওপৰত মৰাশ। মৰাশৰ ওপৰতেই মেৰিয়াছ ঘূৰি ফুৰিছে। এনেতে কোনোবাই শেহাই শেহাই 'মছিঅ'ৰ মেৰিয়াছ' বুলি মতা তাৰ কাণত পৰিল। মেৰিয়াছ চক্ খাই উঠিল। এই একেটা মাতেই তাক এঘণ্টাৰ আগতে 'ৰুদি প্লুমে'ৰ ফুলনিৰপৰা অসীম উদগনি দি যুদ্ধক্ষেত্ৰত মৰণৰ কোলালৈ মাতি লৈ আহিছিল। মেৰিয়াছৰ বুকু কঁপি উঠিল। 'মছিঅ'—মেৰিয়াছ!" আকৌ ক্ষীণ অথচ স্পষ্ট কণ্ঠস্বৰ। মেৰিয়াছে ঘূৰাই পকাই কেউফালে চাবলৈ ধৰিলে। তলৰ পৰা মাত আহিল "মেৰিয়াছ! মই তোমাৰ ভৰিৰ তলত!" মেৰিয়াছে কুজা হৈ তলৰ ফালে জুমিবলৈ ধৰিলে, দেখিলে এখনি শেঁতা মুখ পৰি আছে। মেৰিয়াছক দেখি অলপকৈ মূৰটো দাঙি মুখখনিয়ে মাত দিলে—"মেৰিয়াছ, তুমি মোক চিনি পোৱা নাই!" "ওহোঁ! নাই পোৱা"। "মই ইপনিন।" মেৰিয়াছে বৰ হেঁপাহেৰে মুখখন জুমিবলৈ ধৰিলে। পুৰুষৰ সাজ কাপোৰ পিন্ধি হতভাগিনী ইপ্‌নিন মাটিত পৰি আছিল। তাই ৰণত আহত হৈছে। কিবা এটা নজনা ভয়ে মেৰিয়াছৰ বুকু কঁপাই পেলালে। ইপনিন্ মেৰিয়াছৰ প্ৰেমমুগ্ধা। মেৰিয়াছক কজেটৰ প্ৰণয়াসক্ত দেখি ইপ্‌নিনৰ হিয়া ভাগি গ'ল। তাই নিৰাশাৰ কঠোৰ আঘাত বুকু পাতি সহিব নোৱাৰিলে। জীৱনৰ অতৃপ্ত বাসনা পূৰ্ণ হোৱাৰ আগন্তুক নেদেখি ইপ্‌নিনে প্ৰেমৰ যজ্ঞত প্ৰাণৰ আহুতি দিবলৈ ৰণক্ষেত্ৰ সোমালহি। তাই জানিছিল মেৰিয়াছো ৰণলৈ আহিব। জীৱনত নহলে মৰণতেই মেৰিয়াছৰ লগৰীয়া হোৱাৰ বিৰহিণী আশাই ইপনিনক ৰণক্ষেত্ৰলৈ লৈ আহিল। ইপনিনে আহিবৰ সময়ত মেৰিয়াছক কজেটৰ দুৱাৰ

মুখত দেখি বিভিয়াই ৰণলৈ মাতি আহিছিল। মেৰিয়াছে ইপনিনৰ মুখখনৰ ফালে একেবাহে চাই মাত দিলে—"তুমি ইয়ালৈ কিয় আহিছিলা ইপনিন! তুমি ইয়াত কি কৰিছা? তোমাৰ কি হৈছে?" "মই মৰিছোঁ"। দুটা এটা এনেকুৱা কথা আছে যাৰ সঞ্জীৱনী শক্তিত ভগা হিয়া জোৰা খাই আহে। মেৰিয়াছে ইপ্‌নিনৰ উত্তৰ শুনি চিঞৰি উঠিল—"কি তুমি আহত হৈছা? ৰবাঁ, মই তোমাক সৌ মদৰ দোকানখনলৈ লৈ গৈ ঘাডোখৰ বান্ধি-ছাটি দিওঁগৈ। ক'ত দুখ পালা?" এই বুলি মেৰিয়াছে ইপ্‌নিনৰ গাৰ তলেদি তাৰ হাত এখন সুমুৱাই দি তাইক দাঙিবলৈ বিচাৰিলে। তাই বিকট ভাৱে চিঞৰি উঠিল। "দুখ-দুখ পালা? মই তোমাক হাত খনতহে ধৰিছিলো" তাই হাত-খন দাঙি মেৰিয়াছক দেখুৱালে। হাতখনত এটা প্ৰকাণ্ড বিন্ধা। "হাতত কি হল?" "বিন্ধিলে।" "কিহে?" "গুলীয়ে"। "কেনেকৈ?" "সিহঁতৰ মানুহ এটাই তোমাৰ বুকলৈ গুলী টোৱাঁইছিল। মই তোমাৰ বুকত গুলী লাগে বুলি হাতখনেৰে বন্দুকৰ নলাটো থাপমাৰি ধৰিলোঁ; গুলী মোৰ হাতেদি সৰকি গ'ল।" "এনে বলিয়ালি কৰিবলৈ তোমাক কিহে পাইছিল? তুমি বলিয়া। বাৰু, এতিয়া তোমাক লৈ যাওঁ, দৰৱ জাতি দি হাতখন বান্ধি দিওঁ গৈ।" "গুলী হাতেদি ওলাই বুকুৰেদি সৰকি গৈছে। এতিয়া পতি কৰিলে কি হব? মোক ইয়াৰ পৰা নিনিবা। ডাক্তৰে যি কৰিব, ইচ্ছা কৰিলে তুমি মোক তাতকৈ বেচি সুখী কৰিব পাৰিবা। কৰিবানে তুমি? বহাঁ, বহাঁচোন মোৰ ওচৰতে।" মেৰিয়াছ বহি পৰিল। তাই মেৰিয়াছৰ কোলাত মূৰটি তুলি দিলে। মেৰিয়াছৰ ফালে নোচোৱাকৈয়ে তাই কবলৈ ধৰিলে "কেনে কোমল! কেনে ভাল! এতিয়া মই অকণো দুখ পোৱা নাই, কতো অকণো বিষোৱা নাই।" তাই আবেগত মাজে মাজে বহিবলৈ বিচাৰিলে। কিন্তু মৰণে তাইক দুৰ্ব্বল কৰি আনিলে। কণ্ঠস্বৰ ক্ষীণ হৈ আহিল। মাজে মাজে একো-একোবাৰ হঠাৎ একেবাৰে বন্ধ হৈ পৰিছিল



এবেলি তাই মেৰিয়াছৰ মুখৰ গুৰিলৈ মুখখন নি বৰ আস্তে-ব্যস্তে মাত দিলে—"মেৰিয়াছ, তোমাৰ চিঠি এখন কালিৰে পৰা মোৰ হাতত আছে। মোক কজেটে ডাকত দিবলৈ দিছিল। তুমি পোৱা বুলি মই ডাকত দিবলৈ নহল। আমি আকৌ যেতিয়া একেলগ হম তেতিয়া তুমি ইয়াৰ কাৰণে মোক খং নকৰিবা দেই! আমি অলপতে দুয়ো একেলগ হম, নহয়নে বাৰু? নিয়া, তোমাৰ চিঠিখন নিয়া।" তাই চিঠিখন ব্লাউছৰ জেপত ভৰাই লৈ ফুৰিছিল। মেৰিয়াছৰ হাতখন নি তাই জেপত লগাই দিলে। মেৰিয়াছে চিঠিখন উলিয়াই আনিলে। "এতিয়া মোক তোমাৰ চিঠি অনাৰ বাবে কি দিবা?" "কি লাগে তোমাক?" "দিবা সঁচাকৈয়ে?" "দিম, কোৱাঁ।" "শপত খোৱাঁ।" "খাইছোঁ।" "মেৰিয়াছ, মই মৰিলে তুমি মোৰ কপালত এটি চুমা দিবা; মই জীৱনত নেপালোঁ, মৰণতেই যেন তাৰ পৰশ পাওঁ।" ইপনিনৰ শৰীৰ অৱশ হৈ আহিল। তাইৰ চকু যেন মুদ খাই আহিল। তাই বলেৰে চকু দুটা মেলি মেৰিয়াছলৈ একেবাহে চাই কৈ গল—"মেৰিয়াছ! তেন্তে তুমি এতিয়া বুজিব পাৰিলা মই তোমাৰ প্ৰেম-ভিখাৰিণী আছিলোঁ।" মেৰিয়াছৰ চকুৱে ইপনিনৰ কথাৰ সমিধান জনালে! ইপনিনৰ সৰু ওঁঠদুটিত এটি হাঁহিৰ ৰেখ ফুটি উঠিল। হাঁহিটি আধাফুটা হওঁতেই ওঠৰ হাঁহি ওঠতে মাৰ গল। মেৰিয়াছৰ কোলাত মূৰটি থৈ ইপনিনে চকু মুদিলে—আৰু নেমেলিবলৈ। জীৱনৰ বন্তিগছি নুমাই থাকিল। মেৰিয়াছে তাৰ শপতৰ কথা নেপাহৰিলে। মেৰিয়াছে বৰ সাদৰ আৰু ভক্তিৰে সেই ঘামৰ কণিকাৰে ফুল বছা শেঁতা চেঁচা কপালখনিত এটা শেষ বিদায়ৰ বিষাদভৰা চুমা থাপি দিলে। কব নোৱাৰিলে সেই চুমাৰে মেৰিয়াছ কজেটৰ ওচৰত কিমান অবিশ্বাসিনী হল। কিন্তু জীৱনৰ অপূৰণ বাসনা পূৰ্ণ কৰি সেই চুমাটিয়ে যে এটি সিপুৰীত থকা অশান্ত-আত্মাক অকণি শান্তি দিছিল—তাত তিলমানো সন্দেহ নাই। মেৰিয়াছ লাহেকৈ ইপনিনৰ মূৰটি কোলাৰ পৰা নমাই থৈ, চিঠিখন

পঢ়িবলৈ আঁতৰি গল। ইপনিনৰ শৰৰ সন্মুখত কজেটৰ চিঠি পঢ়িবলৈ মেৰিয়াছৰ সাহ নহল। ৩ তাৰিখৰ পৰাই ইপনিনে দুটা কামৰ কাৰণে নেৰানেপেৰাকৈ লাগি আছিল। প্ৰথমতে, বাপেকক কজেটৰ ঘৰত ডকাইতি কৰিবলৈ নিদিয়া; দ্বিতীয়তে কজেট মেৰিয়াছক আঁতৰোৱা। প্ৰথমটো সাধনৰ কাৰণে তাই পুৰা গধুলি বাপেকৰ গতিবিধি লক্ষ্য কৰি কজেটৰ ঘৰৰ আগত পহৰা দিবলৈ ধৰিছিল আৰু দ্বিতীয়টোৰ কাৰণে তাই আকাৰে ইঙ্গিতে ভেলঁজৰ মনত সন্দেহৰ ছাঁ পেলাবলৈ লাগিছিল। তাই দুয়োটাতে একপ্ৰকাৰ কৃতকাৰ্য্যও হৈছিল। টেনাৰ্ডিয়েই কজেটৰ ঘৰত সিন্ধি দিবলৈ সাহ নকৰিলে ভেলজঁয়ো বিপদ আশঙ্কা কৰি ফ্ৰাঞ্চ এৰি ইংলণ্ডলৈ যাবলৈ ওলাল। ৪ তাৰিখৰ দিনা ভেঁলজই ফ্ৰাঞ্চ এৰি যাবলৈ ঠিক্ কৰিলে। কজেটে বাপেকৰ কথা শুনি তেতিয়াই মেৰিয়াছলৈ খবৰ দিবলৈ এখন চিঠি লেখিলে। কিন্তু চিঠি দিয়ে কেনেকৈ? চিঠি ডাকত দিব লাগিব। ডাক-ঘৰলৈ চিঠি কাৰ হাতত দিব? কেতিয়াও কজেটে অকলে ঘৰৰ বাহিৰ হোৱা নাই। লিগিবীৰ হাতত দিবলৈকো তাই এনে আগে পাছে নোহোৱা কথা হোৱা দেখি ভেলঁজৰ আগত লগাই দিব পাৰে। কজেট নিৰুপায় হল। ইপিনে সেইদিনাই সিহঁত ৰাওনা হব। এনে সময়তে ইপনিনক নঙলা মুখত দেখা পাই কজেটে ৫ ফ্ৰাঁৰ মোহৰ এটাৰে সৈতে চিঠিখন ইপনিনৰ হাতত দি ডাকত দিবলৈ পঠিয়াই দিলে। ডাকটিকটৰ খৰচ বাদে বাকীখিনি ইপনিনৰ মজুৰি। ইপনিনে তেতিয়া পুৰুষৰ সাজ পিন্ধি, ভেশচন কৰি তাত পহৰা দি ফুৰিছিল। চিঠি ডাকত দিয়া নহল। ঈৰ্ষাৰ আগ্নত তেতিয়া তাই জ্বলি পুৰি আধামৰা। মেৰিয়াছে গছ-বন্তি এটাৰ কাষলৈ গৈ চিঠিখন উলিয়াই ললে। শিৰোনামাটো লিখিছিল—"মছিঅ'ৰ, মছিঅ'ৰ পণ্টমাৰ্ছিলৈ। মছিঅ'ৰ কৰফেয়াকৰ ঘৰ। ১৬নং ৰু দিলা বেৰেৰি।" শিৰোনামাটো দেখিলেই মাইকী মানুহৰ লিখা চিঠি বুলি স্পষ্ট বুজিব পাৰি। মেৰিয়াছে চিঠিখন মোকোলাই পঢ়িবলৈ ললে—"সাদৰী মোৰ, কি কৰিম—পিতা এতিয়াই



যাবলৈ ওলাল। আজি গধূলিকৈ ৭নং ৰুদি হোম আৰ্ম্মত থাকিমগৈ। এসপ্তাহৰ ভিতৰতে লণ্ডন পামগৈ। কজেট। ৪ জুন।" বিশুদ্ধ প্ৰেমতকৈ আৰু স্বৰ্গীয় বস্তু কি হব পাৰে? এই প্ৰাণী দুটিৰ প্ৰেম ইমান নিৰ্ম্মল আছিল যে, ইটিয়ে আনটিৰ হাতৰ আখৰ কিটিও ইমান দিনে চিনি পোৱা নাছিল। মেৰিয়াছে চিঠিখনত লুটিয়াই বগৰাই চুমা খালে। আনন্দত চকু দুটি চল্চলীয়া হৈ আহিল। প্ৰেমৰ মহা দাবানলত নিজৰ ব্যৰ্থ জীৱন আহুতি দিবলৈ মেৰিয়াছ সাজু হৈ আহিছিল; কিন্তু চিঠিখন পাই জানো কি এক সুকোমল আকৰ্ষণৰ টান পৰিল—মেৰিয়াছে আকৌ এবাৰ সতৃষ্ণনয়নে পৃথিৱীৰ ফালে চাই পঠিয়ালে। কজেটৰ কৰুণ নয়ন দুটি মনত পৰিল। কজেটলৈ মনত পৰি মেৰিয়াছ কিজানি এখন্তেকলৈ হলেও মৰিবলৈ পিছ হুঁহকি আছিল। কিন্তু এই আকৰ্ষণ বেচি পৰ তিষ্ঠিব নোৱাৰিলে। মেৰিয়াছৰ মন ক্ৰমশঃ আকৌ দৃঢ় হৈ আহিল। মেৰিয়াছ মৰিবই লাগিব। কিন্তু সি মৰাৰ আগতে দুটা কাম কৰি যাব। কজেটক, তাৰ জীৱনৰ জীৱন কজেটক, শেষ বিদায় জনাই যাব, আৰু, পাৰে যদি, মৃত্যুৰ মুখত দেও দি ফুৰা তাৰ পিতৃ-বন্ধু টেনাৰ্ডিয়েৰ পুতেক গেভৰকক আসন্ন বিপদৰ গৰাহৰ পৰা একৰাই থৈ যাব। মেৰিয়াছে তাৰ জেপৰপৰা সৰু বহী এখন উলিয়ালে। তাৰে কাগজখন ফালি লৈ পেঞ্চিল এডালেৰে লেখিবলৈ ধৰিলে। "আমাৰ বিয়া অসম্ভৱ। ককাদেউতাই সম্মতি নিদিলে। মোৰো ধন সম্পত্তি নাই, তোমাৰো নাই। মই তোমালোকৰ ঘৰলৈ গৈছিলোঁ; তোমাক দেখা নেপালোঁ। মোৰ প্ৰতিজ্ঞাৰ কথা মনত থাকিব পায়। মই প্ৰতিজ্ঞা ৰাখিলোঁ, মৰিবলৈ ওলাইছোঁ। মই তোমাক ভাল পাওঁ। যেতিয়া তুমি চিঠিখন পাবা তেতিয়া অশৰীৰী মই তোমাৰ কাষত থিয় হৈ তোমাৰ আশীষ কামনা কৰিম।" কাগজখন জাপি ওপৰৰ ঠিকনা লিখিছে—"মেডমজেল কজেট ফকলভেণ্ট। মছিয়ৰ ফকলভেণ্টৰ ঘৰ। ৭ নং ৰুদিলা হোম আৰ্ম্ম।" তাৰ পাছত তাৰ বহীটোৰ প্ৰথম পাতটোত লিখিলে—

"মোৰ নাম মেৰিয়াছ পণ্টমাৰ্ছি। মোৰ শ' মোৰ ককাদেউতা মছিঅৰ জিল নৰমেণ্ডৰ ৬ নং ৰু দি ফিলে কেলভেয়াৰলৈ লৈ যাব।" মেৰিয়াছে বহীটো জেপত সুমুৱাই থৈ গেভৰকক ৰিঙিয়াবলৈ ধৰিলে। শুনা মাত্ৰকে গেভৰক ঢপলিয়াই আহিল। কজেটলৈ লিখা চিঠিখন গেভৰকৰ হাতত দি ঠিকনাৰ কথা বুজাই দিলে। গেভৰকৰ চিঠি দিবলৈ যাবলৈ মন নাছিল। গলে তাৰ কাম খতি হয়। মেৰিয়াছে বুজোৱা-বৰোৱাৰ পাছত সি মূৰ খজুৱাই খজুৱাই উত্তৰ দিলে—"কাইলৈ পুৱা দিলে নহবনে? এতিয়া পহৰা থাকিব কোন? এতিয়া গলেও চিঠি তো আজি দিব নোৱাৰ। কাইলৈ পুৱাহে দিব পাৰিব। ইমান ৰাতি চিঠি দিবলৈ কব মানুহ পাবি, কিন্তু পুৱা হলে তই ইয়াৰপৰা ওলাবি কেনেকৈ? শত্ৰুৱে কেউফালে বেৰি ধৰিব।" গেভৰক নিৰুপায় হৈ যাবলৈ ওলাল। মেৰিয়াছে ভাবিলে, সি কজেটকো বিদায় জনালে, গেভৰ'ককো লগে লগে ৰক্ষা কৰিলে। গেভ'ৰকে ভাবিলে "এতিয়াও মাজ নিশা হোৱা নাই বেচি দূৰো নহয়। মই এতিয়াই চিঠি দি আহি এতিয়াই কামত লাগিবহি পাৰিম।"

* * * *

সেই দিনা গধূলি ভেলজঁই ৰুদি হোম আৰ্ম্মত সান্ধ্য ভোজনৰ পাছত ঘৰৰ ভিতৰতে ঘূৰি ফুৰোতে এবাৰ হঠাৎ আৰ্চীখনৰ ফালে চায়ে থমকি ৰৈ পৰিল। হেলনীয়াকৈ আঁৰি থোৱা আৰ্চীখনত কিছুমান আখৰৰ প্ৰতিবিম্ব পৰিছে। আখৰবোৰ সুন্দৰকৈ পঢ়িব পাৰি। তেওঁ আৰ্চীখনত পঢ়ি গল—"সাদৰী মোৰ, কি কৰিম। পিতা এতিয়াই যাবলৈ ওলাল। আজি গধূলিকৈ ৭নং ৰুদি হোম আৰ্ম্মত থাকিমগৈ। এসপ্তাহৰ ভিতৰতে লণ্ডন পামগৈ। কজেট। ৪ জুন।" ভেলজঁই কেউফালে ঘূৰাই পকাই চাবলৈ ধৰিলে এই প্ৰতিবিম্ব কৰপৰা আহিল? আৰ্চীখনৰ কাষত থকা টেবুলখনৰপৰা আৰ্চীখনত প্ৰতিবিম্ব উঠিছে। চিঠিখন টোকা কাগজখনত শুকুওৱা হৈছিল। ভেলজঁৰ মূৰত সৰগ ভাগি পৰিল। তেওঁ হতাশ হৈ কাষৰ চকী এখনত বহি পৰিল।



এটি জীৱনসৰ্ব্বস্ব প্ৰিয় বস্তুৰ হানি মানুহৰ চৰম অগ্নি-পৰীক্ষা। কজেট ভেলজঁৰ জীৱনৰ একমাত্ৰ সম্বল। কজেট যে ভেলজঁক এৰি যাবলৈ ওলাল! গভীৰ চিন্তা ভাবনাৰ মাজত মানুহৰ এনে কিছুমান শাৰীৰিক পৰিচালনা হয়, যিবোৰ কথা মানুহজনে একো তত ধৰিব নোৱাৰে। ভেলজঁই এই চিন্তা ভাবনাৰ মাজতে কব নোৱাৰাকৈয়ে যন্ত্ৰ চালিতৰ দৰে ঘৰৰ বাহিৰ হল আৰু অলপ সময়ৰ ভিতৰতে আহি তেওঁ জপনা মুখত থকা বেঞ্চখনৰ ওপৰত বহি পৰিল। ভেলজঁই তাত এইদৰে কিমান পৰ বহি আছিল কব নোৱাৰে। তেতিয়া বাট পদূলিত এটি প্ৰাণীও দেখিবলৈ নাই।

ভেলজঁ বহি থকা অৱস্থাত কোনো মানুহে দেখা পোৱা হলেও কোনেও মানুহ বুলি চিনি নেপালেহেঁতেন। ভেলজঁ অলৰ অচৰ হৈ বেঞ্চ-খনৰ ওপৰত এটা প্ৰস্তৰ মূৰ্ত্তিৰ দৰে বহি আছিল। কাষৰৰ চেণ্ট-পলৰ গীৰ্জ্জাৰ ঘৰিত টং টং কৰে ১১ বাজিল। দূৰতে থাকি থাকি যুদ্ধৰ কামানে গুৰুম্ গুৰুম্ শব্দ কৰি নৈশ নিস্তব্ধতা ভেদি টোপনিত অচেতন হৈ থকা মানুহকো চকখুৱাই তুলিলে। ভেলজঁৰ হলে সাৰ-সুৰ নহল। এনেতে এটি লৰা আহি গছ-বত্তিৰ চিকিমিকি পোহৰত ঘৰৰ গাত থকা নম্বৰবোৰ জুমি-জামি চাবলৈ ধৰিলে। লৰাটো ফোপাই জোপাই আহিছিল। লৰাটো ভেলজঁৰ কাষেদি পাৰ হৈ যাওঁতে তাৰ ঘনাই ঘনাই লোৱা উশাহ-নিশাহত ভেলজঁৰ চেতনা আহিল। তেওঁ লাহেকৈ মূৰ দাঙি লৰাটোৰ ফালে চাই পঠিয়ালে। লৰাটোক ঘৰৰ নম্বৰ বিচাৰি ফুৰা দেখি ভেলজঁই তাক 'কি বিচাৰিছা' বুলি সোধাৰ লোভ সামৰিব নোৱাৰিলে, কিহবাই তেওঁক বলেৰে কোৱাই দিলে "তোমাক কি লাগে?" লৰাটো গেভ'ৰক। "তোমাক কি লাগে?" "একো নেলাগে আপুনি এইফালেই থাকে নে কি?" "থাকোঁ। কেলেই?" "সাত নম্বৰ ঘৰ কোনটো?" "কি সাত নম্বৰ ঘৰ?" কথাষাৰ শুনি গেভৰকৰ থোতা-মোজা লাগিল। জানোচা সি কব নলগা ভিতৰুৱা কথা সোপাকে কৈ দিলে। প্ৰত্যুৎপন্নমতি ভেলজঁই তৎক্ষণাত প্ৰশ্ন কৰিলে "তুমি

এখন চিঠি লৈ আহিছা নহয়নে ? মই চিঠিখনলৈকে বৈ আছোঁ।” “তোমালৈ ? তুমি পুৰুষ হে।” “চিঠিখন মেড্‌মজেল কজেটলৈ নহয়নে ?” “কজেট ? হব পায়।” “তেনেহলে চিঠিখন মোৰ হাতত দিয়া।” “তেনে তুমি মই যুদ্ধৰপৰা আহিছোঁ বুলি গম পাইছা” ? “কেলেই নেপাম”। গেভৰ’কে চিঠিখন উলিয়াই ভেলজঁৰ হাতত দি কলে “তোমাক দেখোঁতে সাধু মানুহ যেন লাগিছে। বাৰু মই যাওঁহে।” গেভৰক নেদেখা হবলৈ পাওঁতে কি নৌপাওঁতেই ভেলজঁই চিঠিখন পঢ়ি পেলালে। চিঠিখনৰ এফাকি কথাই ভেলজঁক এক অপূৰ্ব্ব শান্তি দান কৰিলে ; ভেলজঁই যেন স্বস্তিৰ নিশ্বাস পেলালে। “মই মৰিবলৈ ওলাইছোঁ যেতিয়া তুমি চিঠিখন পাবা” ঘনে ঘনে ভেলজঁৰ চকুত স্পষ্টৰ পাছত আৰু স্পষ্ট হৈ জিলিকি উঠিল। ভেলজঁৰ মনত কিবা এটা নজনাবিধৰ আনন্দই লুকা-ভুমুকা কৰিবলৈ ধৰিলে। যিটো মানুহে কজেটক তেওঁৰ বুকৰপৰা আজুৰি একৰাই নিবলৈ বিচাৰিছিল সি মৰিবলৈ ওলাইছে। কজেট তেনেহলে তেওঁৰ একচেতীয়া সম্পত্তি হৈ থাকিব। ভেলজঁৰ চকুৰ আগত আকৌ এখনি সুন্দৰ সুখৰ ভৱিষ্যত মুকলি হল। তাত আপদ নাই, বিপদ নাই ; আছে কেৱল কজেটৰ হাঁহি ভৰা মুখ আৰু ভেলজঁৰ বিমল আনন্দৰ ঢুকুলডকা ঢৌ। ভেলজঁই ঘৰৰ ফালে খোজ ললে। ভেলজঁ ভিতৰ সোমাইছে, মাথোন এনেতে কাণত পৰিল বৰতোপৰ শব্দ—গুৰুম্ গুৰুম্ গ্ৰ.ম ! ভেলজঁ থিয় হৈ ৰৈ থাকিল। কিবা এটা সুঁৰৰি তেওঁৰ শৰীৰ শিয়ঁৰি উঠিল। এঘণ্টাৰ পাছতে এজন বয়সিয়াল মানুহক নেশ্যনেল গাৰ্ডৰ পোছাক পিন্ধি হাতত বন্দুক লৈ ৰু দি হোম আৰ্ম্মৰপৰা ওলাই অহা দেখা গ’ল। তেওঁৰ সাজ কাপোৰ দেখি বুজিব পাৰি যে তেওঁ যুদ্ধ ক্ষেত্ৰলৈ ওলাইছে ? মানুহজন ঘৰৰ বাহিৰ ওলায়ে বেগাবেগিকৈ যুদ্ধক্ষেত্ৰৰ ফালে খোজ লসে। মানুহজন জঁ ভেলজঁ। এই মাজ নিশা তেওঁ যুদ্ধক্ষেত্ৰলৈ গল কিয় ?

---

## দ্বাবিংশ অধ্যায়

ৰাতি পুৱাই আহিল। পুৱাৰ উজ্জ্বল পোহৰত ৰাতিৰ আন্ধাৰত শাম কাটি অহা যুজৰ বেগ আকৌ দুগুণ তেজেৰে চলিবলৈ ধৰিলে। পুৱাৰ ফটফটীয়া পোহৰত যুজাৰুহঁতৰ মুখ জিলিকি উঠিল। আঁতৰৰপৰাই কোন কেনি ক’ত আছে ভালকৈ ধৰিব পৰা হল। ভেলজঁক যুদ্ধক্ষেত্ৰত উদাসীন ভাৱে অকাই-পকাই ফুৰা দেখা গল। তেওঁৰ উদাস দৃষ্টি আৰু চলন ফুৰনৰ গতি দেখি যুজ কৰিবলৈ অহা যেন নেলাগিল। গেভ্ৰোকে দেৱালৰ ওপৰত উঠি অসংখ্য গুলীৰ মাজত থিয় হৈ মহা উলাহেৰে প্ৰহৰীৰ কাম কৰিব লাগিছে। মৰণলৈ তাৰ ভ্ৰূক্ষেপেই নাই। মেৰিয়াছে আঁতৰৰপৰা দেৱালৰ ওপৰত থিয় হৈ থকা গেভৰোক প্ৰহৰীক দেখি আচৰিত হল। কাষ চাপি ৰাতি দিয়া চিঠিখনৰ কথা সুধিলত সি ৰাতিয়ে চিঠিখন তিৰুতা গৰাকীক লগ নেপাই পুৰুষজনৰ হাততে দি আহিলে বুলি কৈ আকৌ ততাতৈয়াকৈ নিজৰ কামত লাগি গল। মেৰিয়াছৰ মনত বৰ বেজাৰ লাগিল। সি কোনোমতেই এই লৰাটোৰ প্ৰাণ ৰক্ষা কৰিব নোৱাৰিলে। পাৰে কেনেকৈ ? তাৰ দেশপ্ৰাণ কোমল হিয়াত যে জীৱনৰ মমতা একেবাৰেই নাই। সি মৰণৰ লগত লুকা-লুকি খেলিবলৈ ধৰিলে। মানুহে তাৰ অসীম সাহস দেখি আচৰিত হৈ পৰিল। গুলীৰ পাছত গুলী আহিল। তাৰ ভু নাই। তাৰ চকু শত্ৰুৰ গতি-বিধিৰ ওপৰত মাথোন। শেষত শত্ৰুৱে হুৰ্‌হুৰ্‌ শব্দেৰে তালৈকে লক্ষ্য কৰি গুলী কৰিলে। সি বাগি-বুগা দিবলৈ ধৰিলে। শত্ৰুৰ লক্ষ্য ব্যৰ্থ কৰি তাৰ উলাহ আকৌ দোপত দোপে চৰি আহিল ! কিন্তু সি কিমান পৰ আৰু এইদৰে মৰণৰ লগত লুকা-ভুমুকা খেলিব ? শেষত এটা গুলী আহি তাৰ গাত লাগিল। তাক বহি যোৱা দেখা গল। গোটেই ৰণ-থলী জুৰি বিপ্লৱবাদীৰ মাজত এটা হাহাঁকাৰৰ ধ্বনি শুনা গল। কিন্তু গেভৰোক বহি থকা মানুহ

নহয়। সি বহিছিল উঠিবলৈ। ক্ষন্তেকৰ পাছতে তেজেৰে ৰঙা হৈ গেভৰোক থিয় হল। দুই হাত দাঙি যি ফালৰপৰা গুলি আহিছিল সেই ফাললৈকে চাই সি হাঁহি হাঁহি গাবলৈ ধৰিলে—

"হুৰাই ল'—পালেহি কাষ
হুতাই তাই নকৰিল হি—"

তাৰ গোৰা শেষ হবলৈ নেপালে। আন এটা গুলী আহি তাৰ গীত শেষ নৌহওঁতেই সামৰণি মাৰি দিলেহি। সি দেৱালৰপৰা বাগৰি মাটিত হামখুৰি খাই পৰি গল। সি আৰু লৰচৰ কৰিব নোৱাৰিলে। ক্ষুদ্ৰ শৰীৰটিৰপৰা তাৰ মহৎ প্ৰাণটি উৰা মাৰি গুচি গল। বিপ্লৱবাদীদলৰ মানুহবিলাকে কাতৰ দৃষ্টিৰে শ'টোৰ ফালে চাই ৰল। মেৰিয়াছে লৰ মাৰি আহি গেভৰোকক দাঙি ধৰিলে। কিন্তু গেভৰোক তেতিয়া গেভৰোকত নাই। মেৰিয়াছে ভাবিছিল গেভৰোকৰ বাপেকে তাৰ পিতাকক যেনে ভাৱে ৰক্ষা কৰিছিল সিও আজি সলনিত তেনেভাৱেই সেই বাপেকৰ পুতেকক ৰক্ষা কৰিছেহি। কিন্তু মেৰিয়াছে সেই মুহূৰ্ত্তলৈকে জনা নাছিল সেই ৰক্ষাৰ মাজত কি এক মহাসাগৰৰ মহাব্যৱধান পৰি আছিল। টেনাৰ্ডিয়েই মেৰিয়াছৰ পিতাকক ৰক্ষা কৰিছিল মৰণৰ ইপাৰত, আৰু মেৰিয়াছে কৰিছে টেনাৰ্ডিয়েৰ পুত্ৰ গেভৰোকক মৰণৰ সি পাৰত। মেৰিয়াছে গেভৰোকক কোলালৈ দাঙি লোৱাৰ লগে লগেই গেভৰোকে অশান্তিময় সংসাৰৰপৰা চিৰদিনলৈ মেলানি মাগি গুচি গ'ল। গেভৰোক মৰিল। দুৰ্ভগীয়া গেভৰোকৰ দুৰ্ভগীয়া জীৱন লীলাৰ সিমানতে যৱনিকা পৰিল। কিন্তু সেই যৱনিকাৰ অন্তত কতো একো কৰুণ বিননিৰ সুৰ নুঠিল। কাষত গীৰ্জ্জা ঘৰটোৰ সৰু কাঁহখনত মাথোন তাৰ মৰণ-বাতৰি জনায়েই নে কি সেই সময়ত দুপৰীয়া টং টং কৰে কোব পৰিছিল লেখি লেখি বাৰ।

*     *     *

ভেলজঁই ৰণক্ষেত্ৰত সোমায়ে মেৰিয়াছক বিচাৰি ফুৰিছিল। অলপ সময়ৰ ভিতৰতে দুইৰো দেখাদেখি হল। মৰণপ্ৰাৰ্থী, হতাশ জীৱন



মেৰিয়াছ যুজত নিমগ্ন হৈ ঘূৰি ফুৰিছিল আৰু উদাস-প্ৰাণ ভেলজঁই দূৰে দূৰে থাকি মেৰিয়াছৰ কাৰ্য্য-কলাপ চাই সময় কটাইছিল। এইদৰে ঘূৰি ফুৰোতে এবাৰ ভেলজঁ গৈ হঠাৎ, জাভেয়াৰক বন্দী কৰি থোৱা মদৰ দোকানখন ওলালগৈ। ওচৰত কোনো নাই। দেখা মাত্ৰকে দুয়ো দুইকো চিনি পালে।

দুয়ো দুইৰো ফালে একেৰাহে চাবলৈ ধৰিলে। ভেলজঁৰ হাতত তেওঁৰ প্ৰধান শক্ৰ জাভেয়াৰ! পিস্তলটো খাঁজি লৈ ভেলজঁই মাত দিলে "চিনি পাইছা মোক?" জাভেয়াৰে নিৰ্ভীক ভাৱে উত্তৰ দিলে "এতিয়া প্ৰতিশোধ ল"। ভেলজঁই জেপৰপৰা কটাৰী এখন উলিয়াই ললে। জাভেয়াৰে ভেলজঁক আজীৱন নিৰ্য্যাতন কৰি আহিছে। কটাৰীখন উলিওৱা দেখি জাভেয়াৰে কলে—"এই কটাৰীখনেৰে ৰেপি ৰেপি কাটিলেহে তোৰ দৰে মানুহক বেচি শুৱাব।" ভেলজঁই একো নেমাতি জাভেয়াৰৰ কাষ চাপি গল। ভেলজঁক ওচৰ চপা দেখি জাভেয়াৰৰ তালুৱেদি জীৱ গল। ভেলজঁই কটাৰীখনেৰে জাভেয়াৰৰ বান্ধবোৰ কাটি পেলালে। বান্ধবোৰ কটা শেষ হলত মাত দিলে "জাভেয়াৰ তুমি মুক্ত।" জাভেয়াৰ স্তম্ভিত হৈ পৰিল। জাভেয়াৰ যে ভেলজঁৰ চিৰ শক্ৰ।

জাভেয়াৰে সপোনতো ভাবিব নোৱাৰে যে ভেলজঁ হেন দস্যুৱে ইমান সুবিধা পায়ো এনেদৰে বিনা প্ৰতিশোধে, অক্ষত শৰীৰে তাৰ প্ৰধান শক্ৰক এৰি দিব। জাভেয়াৰ ভেবা লাগি ভেলজঁৰ ফালে চাই থাকিল। ভেলজঁই মাত দিলে "মোৰ বিশ্বাস নহয় মই যে আৰু যুদ্ধক্ষেত্ৰৰপৰা উভতি যাব পাৰিম! যদি কেনেবাকৈ ওভতোঁহে মোক ফকলভেণ্ট নামেৰে ৭নং ৰু দি লা হোম আৰ্ম্মত বিচাৰিলেই পাবা।" কথাষাৰ কৈয়ে ভেলজঁ যুদ্ধক্ষেত্ৰত সোমাল। জাভেয়াৰে বিস্ময় বিমুগ্ধ হৈ যুদ্ধক্ষেত্ৰ এৰি নগৰৰ ভিতৰৰ ফালে খোজ ললে। যাওঁতে বাটে বাটে ভাবি গৈছিল "ভেলজঁৰ অন্তৰ ইমান মহৎ, ইমান উদাৰ নে?"

* * *

ৰণৰ শেষ নাই। আক্ৰমণৰ পাছত আক্ৰমণ। বিকট কালৰ তাণ্ডৱ নৃত্য অবিৰাম গতিৰে চলি গ'ল। ফট্ ফট্ বন্দুক ফুটিল, দুৰ্ দুৰ্ কৰে দেৱাল ভাগিল। শই শই মানুহ বাগৰি পৰিল। তেজৰ নৈ বৈ গল। ৰণৰ ভৈৰৱ মূৰ্ত্তি দেখি কোনোৰ প্ৰাণ ভয়ত কান্দি উঠিল। কোনো কোনোৱে পিছ হুঁহকি গল। কোনো কোনোৱে আকৌ অন্তিম সময় ভাবি নিজৰ ইষ্টদেৱতাক স্মৰণ কৰিবলৈ ধৰিলে। মেৰিয়াছে ঘূৰি ঘূৰি যুজ কৰি ফুৰিছে, পৰাম্মুখ সেনাবোৰক উত্তেজিত কৰিছে, জয়ধ্বনি দি মৰণৰ মাজলৈ উদগাই দিছে। এনেতে এটা গুলী আহি 'মেৰিয়াছৰ বাউসীত লাগিল। মেৰিয়াছ তৎক্ষণাত বাগৰি পৰি গল। পৰাৰ লগে লগে তাৰ চেতনা যেন লুপ্ত হৈ আহিল। 'উস্' বুলি পৰি যাওঁতেই এবাৰ তাৰ মুখৰপৰা "কজেট্" শব্দটি শুনা গ'ল। লগে লগে তাৰ ওঠৰ কোণত এটি এধানমানি হাঁহিয়ে ভূমুকি মাৰিলেহি। তাৰ পাছত সি একেবাৰেই অচেতন হৈ পৰিল—যেন সি পূৰ্ণ শান্তিৰ কোমল কোলাতহে টোপনি গৈছে। মহামন্ত্ৰ 'কজেটে' যেন তাৰ সকলো দুঃখ শোক গ্লানি একেবাৰে লুপ্ত কৰি দিলে। যুজত আছিল যদিও ভেলজঁই মেৰিয়াছৰপৰা চকু আঁতৰোৱা নাছিল। মেৰিয়াছ পৰা মাত্ৰকে ভেলজঁই বাঘৰদৰে মেৰিয়াছৰ ওপৰত জপিয়াই পৰিলহি আৰু তৎক্ষণাত মেৰিয়াছক কান্ধলৈ তুলি লৈ যুদ্ধক্ষেত্ৰৰ পৰা বাহিৰ হৈ পৰিল। তুমুল সংগ্ৰামৰ মাজত কত কি হল কোনেও একো গমকে ধৰিব নোৱাৰিলে। ভেলজঁই মেৰিয়াছক লৈ বেছি দূৰ যাব নোৱাৰিলে। চাৰিওফালে অগণন সতৰ্ক প্ৰহৰী। ভেঁলজই এতিয়া কৰে কি? ভেলঁজই থিয় দি ভাবিবলৈ ধৰিলে। প্ৰহৰীৰ চকুত ধূলি মাৰি প্ৰকাণ্ড প্ৰকাণ্ড দেৱালেৰে কাৰাগাৰৰ পৰা পলাই অহা ভেলঁজই ৰণক্ষেত্ৰৰপৰা যাবলৈ বেছিপৰ ভাবিব নেলাগিল। ওচৰতে এটা ডাঙৰ খাল আছিল। খালটো চকুত পৰা মাত্ৰকে তেওঁৰ মূৰত এটা বুদ্ধি খেলালে।



মেৰিয়াছক কান্ধত লৈয়ে তেওঁ খালটোলৈ নামি গল। খালটো ১০ ফুটতকৈ বেছি দ আছিল। খালটোত সোমোৱা মাত্ৰকে ভেলজঁই একো দেখৰ-শুনিবলৈ নোপোৱা হল। তাত ৰণক্ষেত্ৰৰ কোলাহল নাই, দিন দুপৰীয়া পোহৰ নাই। কেউফালে কেৱল নিমাত, নিতাল আৰু আন্ধাৰ। ভেলজঁৰ গা কঁপিবলৈ ধৰিলে; সোমাল ক'ত, যাব কলৈ, একো ঠিৰাং কৰিব নোৱাৰাত পৰিল। তথাপি ভেলজঁই খেপিয়াই খেপিয়াই যাবলৈ ধৰিলে। নগলেও নহয়। যিমানে ভেলজঁই খেপিয়াই খেপিয়াই আগবাঢ়ি গল সিমানে খালৰ পঁচা গোন্ধত উশাহ নিশাহ বন্ধ হৈ আহিবলৈ ধৰিলে। খালৰ বোকা আৰু গেলা পানীৰে তেওঁৰ কাপোৰ কানি জুৰুলি জুপুৰি হৈ আহিল। তথাপি ভেলজঁই মৰণক শৰণ কৰি গৈ থাকিল। এইদৰে তেওঁ বহুত আগ বাঢ়িল; কিন্তু নিজে কিমান আগবাঢ়ি গল একো গম ধৰিব নোৱাৰিলে। শেহত প্ৰায় তিনিমান বজাৰ সময়ত ভেলজঁ আহি খালৰ মুখ ওলালহি তেতিয়া তেওঁৰ গাৰ বল শক্তি সকলো লোপ পাইছিল। মনৰ উত্তেজনা খিনিৰ বাহিৰে তেতিয়া তেওঁৰ শক্তি বুলিবলৈ একোৱেই নোহোৱাত পৰিছিল। খালৰ মুখখনত ওপৰৰ পৰা অলপ পোহৰ পৰিছিল। পোহৰৰ মুখ দেখি ভেলজঁৰ মৃতপ্ৰায় প্ৰাণ যেন জীৱিত হৈ উঠিল। তেওঁৰ ভাগৰ জিগৰ সকলো আঁতৰি গল, কান্ধৰ ওপৰৰ মেৰিয়াছৰ ভৰ তেওঁৰ মনত একোৱেই নোহোৱা যেন লাগিল। পুনৰ গালৈ বল আহিল অঙ্গ প্ৰত্যঙ্গবোৰ আকৌ আগৰ নিচিনা সবল হৈ উঠিল। তেওঁ এইবাৰ নতুন উছাহেৰে খালৰ মুখলৈ বেগাবেগিকৈ খোজ ললে। ভেলজঁ খালৰ মুখ ওলালহি। সেইখিনিতে খাল অন্ত হৈছে। ওপৰৰ পৰা নামি অহা দিনৰ পোহৰত খালৰ ভিতৰখন ভালকৈয়ে দেখা গৈছিল। কিন্তু সেইখিনিৰ পৰা ভেলজঁৰ বাট একেবাৰে বন্ধ। খালৰ মুখখন এখন বৰ ডাঙৰ লোহাৰ দুৱাৰত তলা লগাই বন্ধ কৰি থোৱা আছিল। দুৱাৰ খনৰ সিফালেই বাহিৰত দিনৰ উজ্জ্বল পোহৰৰ তলত চীন নৈৰ ফটিক পানী, অসীম অনন্ত উদাৰ আকাশৰ বুকত জগত

জুৰি মুকলি বতাহ, আৰু সেই পোহৰ আৰু পানী বতাহৰ কাষতেই মুক্তি আৰু স্বাধীনতা। ভেলঁজই মেৰিয়াছক লাহেকৈ নমাই থৈ দুৱাৰখনত টান ধৰিলে। দুৱাৰখন লৰচৰকে নকৰিলে। ভেলঁজ হতাশ-অৱশ হৈ বহি পৰিল। দু-আঙুলে নাটে! ভেলঁজ মৃত্যুৰ অসীম অন্ধকাৰ জালত মেৰখাই পৰিল। দুখ-শোকত তেওঁৰ অন্তৰ ভাগি অহা যেন লাগিল। চকুৰেদি জৰ্‌জৰ্ কৰে চকুলো বাগৰি গল। ভেলজঁই এইদৰে হাঁ-হতাশভাৱে আসন্ন মৰণলৈ অপেক্ষা কৰি বহি থাকিল কিমান পৰ, নিজেই কব নোৱাৰে। ওচৰত মৃত্যুৰ কোলাত মেৰিয়াছ; তেওঁ নিজে মৰণৰ দুৱাৰদলিত। কিন্তু এই দুই মৰণযাত্ৰীৰ কথাই তেওঁক অকণো উতলা কৰা নাছিল। তেওঁ উতলা হৈছিল; কান্দোনৰ চকুৰ পানীৰে বাট নেদেখা হৈ আহিছিল দূৰৈত মৰণৰ বহুত আঁতৰত বহি থকা অকলশৰীয়া কজেটৰ কথা ভাবি। তেওঁ ভাবিছিল তেওঁৰ আৰু মেৰিয়াছৰ অবিহনে কজেটৰ কি হব? এইদৰে বহি থাকোঁতে এবাৰ ভেলঁজৰ হাতখন অকস্মাৎ মেৰিয়াছৰ ছোলাটোৰ বুকৰ জেপৰ ওপৰত পৰিল। জেপত এটা সৰু বহী ভৰাই থোৱা আছিল। ভেলজঁই বহীখন উলিয়াই আনি অন্যমনস্ক ভাৱে জপোৱা মেলা কৰিবলৈ ধৰিলে। এইদৰে জপাই মেলি থাকোতে বহীখনৰ পাত এটাত তেওঁৰ চকু পৰিল। তাত লেখা আছিল "মোৰ নাম মেৰিয়াছ পণ্টমাৰ্ছি। মোৰ শটো মোৰ ককাদেউতা মছিঅৰ জিল নৰমেণ্ডৰ ৬নং ৰু দে ফিল কেলভেয়াৰলৈ লৈ যাবা।" ভেলজঁই দীঘল হুমুনিয়াহ এটা কাঢ়ি বহীখন আগৰদৰে জেপত ভৰাই থৈ আকৌ ভাবিবলৈ ধৰিলে। যি বাটেদি আহি সেইখিনি ওলাইছিল সেই বাটেদি ঘূৰি যোৱা একেবাৰেই অসম্ভৱ। তাত বহি থাকিয়ে যদি মৰণৰ হাত সাৰিবৰ আশা কৰিব পাৰি, উভতি গলে তাকো জলাঞ্জলি দিব লাগিব। ভেলজঁই আকৌ তেওঁৰ অবিহনে কজেটৰ দুৰৱস্থাৰ কথা ভাবি আকুল হৈ পৰিল। প্ৰলয়ৰ এই ঘন-ঘোৰ ঝঙ্কাৰৰ মাজত ভেলজঁ হঠাৎ এবাৰ চক্‌খাই উঠিল। কোনোবাই যেন তেওঁৰ কান্ধত হাত এখন থৈ "আধাভাগ"



বুলি মাত দিছে। ভেলঁজই দিঠক নে স্বপ্ন একো ঠিক্ কৰিব নোৱাৰিলে। যিটো মানুহে আহি ভেলজঁৰ গাত ধৰি "আধাভাগ" বুলি মাত দিছিলহি, সি ইমান সাৱধানে ভৰি টিপি আহিছিল যে সি আহি ভেলজঁৰ কাষ চপা ভেলজঁই অকণকে গম ধৰিব পৰা নাছিল। ভেলঁজই মানুহৰ মাত শুনিও মানুহৰ মাত বুলি প্ৰথমতে কোনোৰকমেই নিজক নিজে বুজাব নোৱাৰিলে। ভেলজঁৰ ঈশ্বৰৰ অনুগ্ৰহৰ ওপৰত অটল বিশ্বাস। দৈৱৰ অনুগ্ৰহে অনেকবাৰ তেওঁক অনেক বিপদত পৰিত্ৰাণ কৰি আহিছে। ভেলজঁই ভাবিলে ই নিশ্চয় কোনো দৈৱ অনুগ্ৰহ। তাতে এনে নৰকৰ মাজলৈ মানুহ অহা একেবাৰেই অসম্ভৱ কথা। ভেলজঁই লাহেকৈ মূৰ দাঙি চাই পঠিয়ালে। পোহৰত মানুহটোৰ মুখ ভালকৈয়ে দেখা গৈছিল। মানুহটোৰ মুখখন দেখা মাত্ৰকে ভেলজঁৰ গোটেই গা শিয়ঁৰি উঠিল। মানুহটো টেনাৰ্ডিয়ে। গাত এটা ফটা ব্লাউছ ছোলা। ভৰি খালি। এনে আকস্মিক ভাৱে এনে ভীষণ ঠাইত টেনাৰ্ডিয়েক দেখি ভেলজঁ ভয়-বিস্ময়ত অধীৰ হৈ পৰিল। কিন্তু ভেলজঁৰ বিচিত্ৰময় জীৱনত এনে আকস্মিক দুৰ্যোগ এয়ে নতুন নহয়। আকস্মিক বিপদত চিৰঅভ্যস্ত ভেলজঁ খন্তেকৰ ভিতৰতে প্ৰশান্ত হৈ পৰিল। টেনাৰ্ডিয়েই জুমি-জামি ভেলজঁৰ মুখখন চাবলৈ ধৰিলে। তেজ-বোকাই ভেলজঁৰ মুখখন ঢাকি পেলাইছিল। টেনাৰ্ডিয়েই ভেলজঁক চিন্ ধৰিব নোৱাৰিলে। টেনাৰ্ডিয়েই সুধিলে—"ওলাই যাবা কেনেকৈ?" "তাকেহে ভাবিছোঁ"। "তেন্তে আধাভাগ মোক দিয়া।" "কিহৰ আধাভাগ?" "তুমি মানুহটো মাৰি যি পালা তাৰ আধা ভাগ।" এয়া চোৱাঁ, মোৰ হাতত এই তলাটোৰ ছাবি আছে।" টেনাৰ্ডিয়েই ভেলঁজক তাৰে দৰেই কোনো ডকাইত বুলি ভাবিছিল। ভেলজঁৰ মনত গোটেই ঘটনাটো এটা সপোন যেন লাগিল। তেওঁৰ মনত হল, যেন সৰ্ব্বশক্তিমান পৰমেশ্বৰে তেওঁক এই বিপদৰ পৰা উদ্ধাৰ কৰিবলৈকে এই ভীষণ নৰহন্তাৰ ৰূপ ধৰি তেওঁৰ আগত এইদৰে উপস্থিত হৈছেহি। টেনাৰ্ডিয়েই মাত

দিলে—"কি ভাবিছা, ছাবিটো দেখিলা নহয়। মোক কি দিবা দিয়া।" ভেলজঁই জেপত হাত ভৰালে। ভেলজঁৰ জেপত সদায় ধন থাকে। তেওঁৰ বিষাদপূৰ্ণজীৱনৰ অশেষ অভিজ্ঞতাই তেওঁক সদায় হাতত ধন ৰাখিবলৈ এটা নিয়ম বান্ধি দিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ আজি তেওঁৰ হাত খালি। ৰাতি সৈনিকৰ সাজ-পাৰ পিন্ধিবৰ সময়ত লৰালৰিৰ বেগত তেওঁ ধন লবলৈ পাহৰি আহিল। ব্ৰেষ্ট্-কোটৰ জেপত মাথোন কেতিয়াবাই ভৰাই থোৱা কেই ফ্ৰাঁ মান ধন আছিল। তাকে তেওঁ টেনাৰ্ডিয়েৰ হাতত গুঁজি দিলে। টেনাৰ্ডিয়েই কলে—"ইয়ালৈকে মানুহটো মাৰিলা।" কিন্তু ভিতৰি তাৰ বিশ্বাস নহল। সি এখুন্জি দুখুন্জিকৈ কাষ চাপি মেৰিয়াছ আৰু ভেলজঁৰ জেপকেটা লুটিয়াই বগৰাই চাবলৈ ধৰিলে। জেপ চাই থাকোঁতেই ভেলজঁই কব নোৱাৰাকৈ সি মেৰিয়াছৰ চোলাটোৰ কাপোৰ এডোখৰ ফালি লৈ তাৰ জেপত সুমুৱাই থলে। উদ্দেশ্য এই কাপোৰ ডোখৰ লৈয়ে সি আগলৈ দুয়োকে আৱশ্যক হলে ধৰা পেলাব পাৰিব। জেপ চোৱা শেষ হলত সি মাত লগালে—"সঁচা, আৰু একো নাই।" এইবুলি সি আধা ভাগৰ কথা ওলায় বুলি লৰালৰিকৈ খালৰ দুৱাৰখন মেলি কবলৈ ধৰিলে—"যোৱাঁ, যোৱাঁ; বেগাই ওলাই যোৱাঁ।" অচেতন মেৰিয়াছক কান্ধত তুলিলৈ ভেলজঁ খালৰপৰা ওলাই আহিল। ভিতৰৰপৰা টেনাৰ্ডিয়েই দুৱাৰ বন্ধ কৰি দিলে। ক্ষন্তেকৰ পাছতে ভেলজঁৰ চকুৰপৰা তেওঁৰ ভীষণ ত্ৰাণকৰ্ত্তা অদৃশ্য হৈ পৰিল। ভেলজঁ চীন নৈৰ পাৰত মুকলি বতাহত মুকলি মনেৰে থিয় হল। টেনাৰ্ডিয়েৰ ইয়ালৈ অহাৰ সকাম কি? ভেলজঁই মেৰিয়াছক কান্ধৰপৰা নমাই বালিৰ ওপৰত শুৱাই দিলে। অন্ধকাৰ, দুৰ্গন্ধ, ক্লান্তি আদিৰ পৰা মুক্ত হৈ তেওঁ এক উদাৰ আকাশৰ তলত আকৌ মুক্ত ভাৱে উশাহ নিশাহ লবলৈ ধৰিলে। তেওঁ যেন এক পুনৰ্জন্ম লাভ কৰিলে। নিশাৰ সাদৰী হাতে তেওঁৰ মূৰৰ ওপৰত অসীম অনন্তৰ সকলো সুখ বিতৰণ কৰিবলৈ ধৰিলে! তেওঁ ভাবত বিভোৰ হৈ পৰিল। এই অসীম কৰুণাৰ বাবে ভেলজঁই এবাৰ



আকাশৰ ফালে মূৰ দাঙি চাই জানিও-নজনা জনৰ উদ্দেশে মূৰ নোদোঁৱাই থাকিব নোৱাৰিলে। হৃদয়ৰ অসীম কৃতজ্ঞতা জনাই ভেলজঁ গদ্ গদ্ হৈ পৰিল। নিশা গহীন হৈ আহিল। ভেলজঁই ইফালে সিফালে ঘূৰি-পকি চাই পানীলৈ নামি গল। হাতৰ আজঁলিত পানী ভৰাই আনি মেৰিয়াছৰ মুখত ঢালি দিলেহি। পানী পায়ো মেৰিয়াছৰ চকুৰ পতাযুৰিয়ে অকণো কাতি-কুতা নকৰিলে। ভেলজঁই আকৌ পানী আনিবলৈ বুলি পানী-যুৰলি পালেগৈ। মেৰিয়াছে তেতিয়াও আগৰ দৰেই উশাহ নিশাহ মাথোন লৈ আছিল। ভেলজঁই পানী লবলৈ বুলি অলপ কুজা হৈ পানীত হাত জুবুৰিয়াইছে মাথোন, এনেতে কোনোবাই আহি তেওঁৰ কান্ধত হাত দিয়া যেন তেওঁ গম পালে। পানী আজঁলি তুলি নানি তেওঁ থিয় হৈ উভতি চাই পঠিয়ালে। পুলিচৰ পোছাক পিন্ধা এটা ওখ মানুহ তেওঁৰ পাছতে সতৰ্কভাৱে থিয় হৈ আছে। ভেলজঁই দেখা মাত্ৰকে মানুহটো চিনি পেলালে। মানুহটো পুলিচ ইন্সপেক্টৰ জাভেয়াৰ। এটা বিপদৰপৰা উদ্ধাৰ পাই আহি দুখোজ যাবলৈ নৌপাওঁতেই আকৌ এক নতুন বিপদ। ভেলজঁই এই বাৰ জাভেয়াৰৰ হাতত পৰি বিপদ তেওঁৰ জীৱনৰ স্বতঃসিদ্ধ বুলি ধৰি ললে। জাভেয়াৰে ভেলজঁক চিনি নেপালে। জাভেয়াৰে মাত দিলে—"তই কোন?" "মঁ ভেলজঁ।" জাভেয়াৰ চক্ খাই উঠিল। ওচৰ চাপি জুমি-জামি চাবলৈ ধৰিলে। ভেলজঁই কলে "ইন্স্পেক্টৰ জাভেয়াৰ, মই এতিয়া তোমাৰ হাতত। তথাপি পুৱাৰেপৰা মোক তোমাৰ বন্দী বুলিয়েই ভাবি আহিছোঁ। মই তোমাক ফাঁকি দিবলৈ মোৰ ঠিকনা দিয়া নাছিলোঁ। মোক বন্দী কৰাঁ; কিন্তু তুমি মোৰ এটা প্ৰাৰ্থনা ৰাখিব লাগিব।" "তই ইয়াত কি কৰিছ? সেইটো কোন মানুহ?" "তাৰ কথাকে মই কব খুজিছোঁ। মোক যি ইচ্ছা তাকে কৰাঁ, কিন্তু মানুহটোকে তাৰ ঘৰত থৈ আহিবলৈ মোক সময় দিয়াঁ।" "ই যুদ্ধ ক্ষেত্ৰত আছিল, ইয়াকে সিহঁতে মেৰিয়াছ বুলি মাতিছিল। তই তাক যুদ্ধক্ষেত্ৰৰ পৰা লৈ আহিছ।" "ওঁ, মই ইয়াক ৬নং ৰু দে ফিল্

কেলভেয়াৰত তাৰ ককাকৰ ঘৰত থৈ আহোগৈ।” এই বুলি ভেলজঁই মেৰিয়াছৰ জেপৰ পৰা বহীখন উলিয়াই জাভেয়াৰক ঠিকনাটো দেখুৱাই দিলে। জাভেয়াৰে অলপমান পৰ নিটাল মাৰি থাকি “গাড়োৱান, গাড়োৱান” বুলি বিঙিয়াবলৈ ধৰিলে। অলপ আঁতৰতে এখন ভেবোণীয়া গাড়ী আছিল। মাত শুনি গাড়োৱান গাড়ী লৈ জাভেয়াৰৰ ওচৰত হাজিৰ হলহি। মেৰিয়াছক ধৰা-ধৰিকৈ গাৰীত তুলি পাছৰ বহা ঠাই ডোখৰত শুৱাই দিলে। আগৰ ঠাই ডোখৰত ওচৰা-ওচৰিকৈ জাভেয়াৰ আৰু ভেলজঁ দুয়ো বহি পৰিল। জাভেয়াৰে গাড়োৱানক আদেশ দিলে “৬নং ৰু দে ফিল কেলভেয়াৰ।” গাড়ী চলিবলৈ ধৰিলে। গাড়ীৰ ভিতৰত কাৰো মাত-বোল নাই। মেৰিয়াছ অচেতন, ভেলজঁ চিন্তান্বিত, জাভেয়াৰ প্ৰস্তৰ-প্ৰায়। বাট পদূলিও জন মানৱ শূন্য। গোটেইখন কাঁহপৰি জীণ যোৱা। গাড়ীখন গৈ থাকোঁতে অ'ত ত'ত থকা গছ-বস্তি বোৰৰ পোহৰ আহি এই বিষাদৰ প্ৰতিমূৰ্ত্তিকেটা মাজে মাজে পোহৰাই দি গহীন নিশাটো আৰু গহীনাই তুলিছিল। গাড়ী আহি নিৰ্দ্দিষ্ট স্থানত থিয় দিলে। জাভেয়াৰে গাড়ীৰপৰা নামি গৈ দুৱাৰত শব্দ কৰিলে। দবোৱান দুৱাৰ মেলি ওলাই আহিল। জাভেয়াৰে সুধিলে —“এইটো জিল্ নৰমেণ্ডৰ ঘৰ হয়নে?” “হয়, কি লাগে?” “তেওঁৰ নাতিয়েকক যুদ্ধক্ষেত্ৰৰপৰা লৈ আহিছোঁ। ধৰ, ভিতৰলৈ লৈ বল।” বাহিৰৰ কথা-বাৰ্ত্তা শুনি বুঢ়াৰ জীয়েকো সাৰ পাই নামি আহিল। আটাইখনে ধৰাধৰিকৈ মেৰিয়াছক ভিতৰলৈ লৈ গল। বুঢ়াক টোপনি ভাঙি বাতৰি দিবলৈ কাৰো সাহ নহল। মেৰিয়াছক বাহিৰৰ কোঠা এটাতে ভালকৈ শুৱাই-মেলি চাকৰ-নাকৰহঁত ডাক্তৰ বিচাৰি পিয়াপি দিলে। ভেলজঁ আৰু জাভেয়াৰ নামি আহি আকৌ গাড়ীত উঠিল। গাড়োৱানে গাড়ী চলাব খোজোঁতেই ভেলজঁই জাভেয়াৰক কলে— “ইন্সপেক্টৰ জাভেয়াৰ, মোৰ আৰু এটা কথা ৰাখাঁ। মোক এক মুহূৰ্ত্তৰ কাৰণে ঘৰলৈ যাবলৈ দিয়া, তাৰ পাছত তোমাৰ যি ইচ্ছা



তাকে কৰিবা।” জাভেয়াৰে অলপমান পৰ তলকা মাৰি থাকি গাড়োৱানক হুকুম দিলে—“৭নং ৰু দি লা হোম আৰ্ম্ম।” গাড়ী ভেলজঁৰ ঘৰমুৱা হল। দুই জন আকৌ নিমাত আৰু চিন্তান্বিত। ভেলজঁই ভাবিছিল—ঘৰলৈ গৈ তেওঁ কি কৰিব। যি কাম আৰম্ভ কৰিছিল তাক তেওঁ শেষ কৰি আহিব। কজেটক মেৰিয়াছৰ বাতৰি দিব, কজেটৰ কাৰণে তেওঁৰ আৰু যি কৰিব লগীয়া আছে তাক সমাধা কৰিব। জাভেয়াৰে কি ভাবিছিল? জাভেয়াৰে কি ভাবিছিল জাভেয়াৰে নিজেই নেজানে। গাড়ী-আহি ভেলজঁৰ ঘৰৰ আগত থিয় হল। জাভেয়াৰ ভেলজঁ দুয়ো গাড়ীৰপৰা নামি গল। জাভেয়াৰে গাড়ীৰপৰা নামিয়ে গাড়োৱানক সুধিলে—“তোৰ কেৰেয়া কিমান হল?” “ইন্স্পেক্টৰ ডাঙৰীয়া! ৭ ঘণ্টা ১৫ মিনিটৰ গাড়ী কেৰেয়া, তাৰ উপৰি সেই মৰা মানুহ জনৰ তেজ লাগি মোৰ গাড়ীৰ দলিচাখন নষ্ট হৈ গৈছে।” “মুঠতে তোক এতিয়া কি লাগে?” “৮০ ফ্ৰাঁ”। জাভেয়াৰে জেপৰপৰা ৪টা নেপলিয়ান মোহৰ উলিয়াই গাড়োৱানটোৰ হাতত দি তাক বিদায় দিলে। গাড়োৱানে ছেলাম দি নিমিষতে গাড়ী লৈ তাৰপৰা আঁতৰ হৈ পৰিল। গাড়ী-যোৱা দেখি ভেলজঁই ভাবিলে তেওঁক ইন্স্পেক্টৰে থানালৈ খোজ কঢ়াই নিবৰ মন কৰিছে। জঁ ভেলজঁই ঘৰৰ কাষ চাপি দুৱাৰত ঢকিয়াবলৈ ধৰিলে। দাবোৱান আহি দুৱাৰ মেলি দিলে। ভেলজঁ ভিতৰ সোমাব খুজিয়ে উভতি জাভেয়াৰৰ মুখৰ ফালে চাই পঠিয়ালে। মনৰ ভাব যদি অবিশ্বাস কৰে, জাভেয়াৰেও তেওঁৰ লগে লগে ভিতৰলৈ সোমাই আহিব পাৰে! ভেলজঁৰ চাৱনৰ অৰ্থ বুজি জাভেয়াৰ উত্তৰ দিলে “তই সোমাই যা, মই ভিতৰ নোসোমাওঁ; ইয়াতে ৰৈ থাকিম।” ভেলজঁ আচৰিত হল। কাৰণ আছামীক এনেভাৱে এৰি দিয়া জাভেয়াৰৰ পক্ষে সম্পূৰ্ণ নতুন ঘটনা। ভেলজঁই ভাবি ভাবি ভিতৰ সোমাল। অলপ গৈয়ে ভাগৰ মাৰিবলৈকে নে নাই কিবা এটা ভাবিবলৈকে, অলপ ৰৈ পৰিল। খিড়িকীয়েদি মুখ উলিয়াই বাহিৰৰ ফালে চাই পঠিয়ালে।

চায়ে তেওঁ আচৰিত হৈ পৰিল। জাভেয়াৰ থকা ঠাইত নাই। জ ভেলজঁ ভিতৰ সোমাই যোৱা মাত্ৰকে জাভেয়াৰ ততালিকে তাৰপৰা গুচি আহিল। তলৈলে মূৰ কৰি কিবা এটা ভাবি ভাবি তেওঁ উদ্দেশ্যবিহীন ভাৱে বাটে বাটে খোজ ললে। জীৱনত এই প্ৰথমবাৰ জাভেয়াৰে পাছলৈ হাত কৰি তলমূৰা হৈ খোজ কাঢ়িলে। জাভেয়াৰৰ দুটা ভঙ্গী আছিল। যেতিয়া তেওঁ স্থিৰ-সঙ্কল্প হৈছিল, তেতিয়া তেওঁ বুকুৰ ওপৰত ইখনৰ ওপৰত সিখন হাত দি থিয় দিছিল। যেতিয়া তেওঁ বিমোৰ হৈছিল, তেতিয়া তেওঁৰ হাত দুখনে পাছফালে ঠাই পাইছিল। জাভেয়াৰক আটায়ে প্ৰথমটো ভঙ্গী অনুসৰণ কৰা দেখা পাইছিল, কিন্তু শেহৰটো ভঙ্গীত তেওঁক কোনেও ক'তো দেখা নাছিল। জাভেয়াৰে ভেলজঁক মুক্তি দি গুচি আহিল। জাভেয়াৰে ভেলজঁক মুক্তি দিলে কিয়? ভেলজঁ জাভেয়াৰৰ প্ৰাণ দান দিওঁতা। ভেলজঁৰ ওচৰত জাভেয়াৰ তাৰ জীৱনৰ কাৰণে ধৰুৱা। সেই ঋণ পৰিশোধ কৰিবলৈ হলে—জাভেয়াৰে ভেলজঁক মুক্তি দিব লাগিব। জাভেয়াৰে তাকেই কৰিলে। ভেলজঁ যেই ভিতৰ সোমাই গল জাভেয়াৰে ভেলজঁক মুক্তি দি তাৰ পৰা মনে মনে গুচি আহিল। কিন্তু জাভেয়াৰে কৰিলে কি? যাৰ জীৱন কৰ্ত্তব্যৰ ওপৰতেই প্ৰতিষ্ঠিত, যি এদিনলৈকো এখোজো কৰ্ত্তব্যৰ পৰা পিছহুঁহকি অহা নাই, সেই জাভেয়াৰে ইমান এটা ডাঙৰ কৰ্ত্তব্যৰ পৰা ভ্ৰষ্ট হল কেনেকৈ? আইনৰ চকুত বহুত দোষে দোষী, পলৰীয়া আছামী, ভীষণ দস্যু ভেলজঁক তেওঁ এৰি দিলে কেনেকৈ? জাভেয়াৰৰ অৱস্থা আজি বৰ্ণনাৰ অতীত। ভেলজঁ হেন দস্যু এটাৰপৰা নিজৰ জীৱন ধাৰে লোৱা আৰু সেই ধাৰ পৰিশোধ কৰিবলৈ গৈ কৰ্ত্তব্যভ্ৰষ্ট হোৱাতকৈ জাভেয়াৰৰ পক্ষে আৰু বেচি লাজ অপমানৰ কথা আৰু একো হব নোৱাৰে। কিন্তু উপায় নাই। য়েনে তেনে উপায়েৰে জাভেয়াৰ ভেলজঁৰ ওচৰত ঋণী আৰু সেই ঋণ যেনে তেনে উপায়েৰে পৰিশোধ



কৰিবই লাগিব। জাভেয়াৰ ভাবি ভাবি আচৰিত হৈ পৰিল। ভেলজঁ হেন দস্যুৱে সুবিধা পায়ো তাৰ চিৰশত্ৰু জাভেয়াৰক বিনা প্ৰতিশোধে এৰি দিলে কিয়? ভেলজঁক এৰি দি জাভেয়াৰ দাৰুণ অপমানত জঁই পৰি আহিল। কৰ্ত্তব্যৰ তুলনাত জাভেয়াৰে নিজক কোনোমতেই ভেলজঁতকৈ ওখ আসন দিব নোৱাৰিলে! ভেলজঁ দস্যু, সেই দস্যুক তেওঁ হাতত পায়ো মুক্তি দিছে। সেই মুক্তিও নিজৰ প্ৰাণৰ বিনিময়ে। জাভেয়াৰে আইন লঙ্ঘন কৰিলে; আছামীক পায়ো এৰি থৈ আহিল; এটা দুৰ্দ্দান্ত কয়দীক মুক্তি দিলে। ইয়াতকৈ জাভেয়াৰে আৰু কি ডাঙৰ অন্যায় কৰিব পাৰে। জাভেয়াৰে এনে অন্যায় সহ্য কৰে কেনেকৈ? এই অন্যায়ৰ প্ৰতিকাৰ কৰিবই লাগিব। প্ৰতিকাৰ কৰিবলৈ হলে ভেলজঁক পুনৰাই গ্ৰেপ্তাৰ কৰি আনি ফাটেক দিব লাগিব। তেতিয়া মাজ নিশা পাৰ হৈ গৈছিল। চাৰিওপিনে ঘোপমৰা এন্ধাৰ। নিজৰ গাটোকে নিজে দেখা নেপায়। আকাশ মেঘে ঢাকি পেলাইছে। "ছাইট'ৰ ঘৰ বিলাকত ক'তো এগছো চাকি নাই। বাটপদূলিবোৰ জন-প্ৰাণী হীন মৰিশালিৰ দৰে। নটাৰডেম আৰু পেলেছ অৰ জষ্টিচৰ উচ্চ প্ৰাচীৰবিলাক নিশাৰ এন্ধাৰত নিশাৰেই সহচৰী যেন দেখা গৈছিল। ভীষণ ৰজনীৰ গহীন আন্ধাৰৰ মাজত তীব্ৰভাৱে জ্বলি থকা চীন নৈৰ পুলৰ ওপৰৰ ৰঙা বন্তি গছৰ ক্ষীণ পোহৰত দূৰে দূৰে থকা নৈৰ ওপৰৰ দলঙবোৰ একো একোটা বিকট দানৱী মূৰ্ত্তি ধৰি বিকট নিশাটো আৰু বিকট কৰি তুলিছিল। বাৰিষাৰ চীন নৈ ফেনে-ফোটোকাৰে ওফন্দি উঠিছে। চীন নৈৰ ওপৰৰ দলঙ এখনৰ হেঙাৰত আঁউজি চকুৰ আগত শত সহস্ৰ চাকনৈয়া লৈ জাভেয়াৰ চিন্তাত আকুল। চাকনৈয়া উঠিছে গৈছে; আদি-অন্ত নাই। চীন নৈৰ তৰ্জ্জন-গৰ্জ্জন আৰু ভীষণ অন্ধকাৰৰ বাহিৰে তাত আন একো নাই। চকুত চীননৈৰ হেন্দোলদোপ, কাণত পানীৰ ৰাওৰাৱনি। জাভেয়াৰে একান্ত মনে এই প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী ৰূপৰ ফালে চাবলৈ ধৰিলে। কিছুমান পৰলৈ পাছত হঠাৎ মূৰৰ টুপিটো সোলোকাই পুলৰ ওপৰত

থলে। তাৰ পাছ মুহূৰ্ত্ততে দীঘল কলা আকৃতি এটা নৈৰ ফালে হাউলি কুজা হৈ বৰ বেগেৰে আন্ধাৰত মিলি যোৱা যেন দেখা গল। পানীত জপং কৰে এটা শব্দ উঠিল। সেই শব্দও ক্ষন্তেকৰ ভিতৰতে মাৰ গল। আগৰ দৰে তৰ্জ্জন গৰ্জ্জন কৰি চীন নৈৰ চাকনৈয়া ঘূৰিবলৈ ধৰিলে। ৰাতিৰ আন্ধাৰৰ বাহিৰে কত কোন অদৃশ্য হল কোনেও একো গম ধৰিব নোৱাৰিলে।

———

## ত্ৰয়োবিংশ অধ্যায়

মেৰিয়াছক আনি যেতিয়া ঘৰ পোৱায়হি তেতিয়া ৰাতি দুপৰ। লগুৱা-লিগিৰীহঁতে তাক বিছনা এখনত শুৱাই থৈয়ে জাকেই ডাক্তৰ বিচাৰি দিহা দিহি লৰ মাৰিলে। নৰিয়া পৰ দিবলৈ নৰিয়াৰ ওচৰত থাকিল অকল মাথোন বুঢ়াৰ জীয়েক আন্ট্ জিল নৰমেণ্ড। এনেই তিৰোতা মানুহ অকলশৰীয়া, তাতে আকৌ মৰে মৰে হৈ থকা নৰিয়া। কথা একেষাৰ সুধিবলৈকো লগ-ভাগ নাই। বেচাৰীয়ে কৰে কি? ওপৰ মহলাৰ শোৱা খোটালিত পিতাক জিল্ নৰমেণ্ড শুই আছিল। কিন্তু বুঢ়াক জগাবলৈ সাহ হোৱা নাই। একেই বুঢ়াই বয়সে-ভাগৰে দুখে-বেজাৰে অস্থি-চৰ্ম্ম-সাৰ হৈ ভেলৰ মাজত কথমপি প্ৰাণটো মাথোন সুমুৰাই থৈছে; তাতে যদি তেওঁৰ জীৱনৰ একমাত্ৰ সম্বল মেৰিয়াছৰ এই কৰুণ দৃশ্য চকুত পৰিব লগা হয় তেনেহলে বুঢ়াৰ জহি-খহি যোৱা হিয়া একেবাৰে চূৰ্ণচাত হৈ পৰিব। বপুৰী নিৰুপায়। চিন্তা আৰু ভয়ত অত্ৰাহিত। এবাৰ বাটলৈ কাণ উনাই, এবাৰ নৰিয়াৰ মুখলৈ চাই উচ্পিচকৈ সময় খেদাবলৈ ধৰিলে। একো একোবাৰ মেৰিয়াছৰ মুখলৈ ৰ লাগি চাই থাকি জিকাৰ মাৰি মাৰি উঠে; একো একোবাৰ আকৌ নিজক নিজে কৈ যায় 'তেজ খোৱাই গোটেইখনকে বধি থৈহে যাব।' ৰাতি পুৱাই অহাৰ লগে লগে ডাক্তৰ আহি জিল নৰমেণ্ডৰ ঘৰ সোমাল। মেৰিয়াছ তেতিয়াও অচেতন। নৰিয়াৰ অৱস্থা দেখি ডাক্তৰ বিচলিত হৈ পৰিল। অচেতন অৱস্থাৰপৰা চেতনা অনা দৈৱহে কাম। তথাপি ডাক্তৰে যথাসাধ্য চেষ্টা কৰিবলৈ গাত ললে। ডাক্তৰে বেমাৰীৰ ঘা-পা বিলাক ধুৱাই পখলাই দৰৱ-জাতি লগাবৰ দিহা কৰিছে। আন্ট জিল্ নৰমেণ্ডৰ জীয়েক আৰু চাকৰ-নাকৰ হঁতে থৰ লাগি একাষৰীয়া হৈ চাই আছে। গোটেই ঘৰ কাঁহ পৰি জীণ যোৱা। এনেতে দুৱাৰ মেলাৰ শব্দ হল। দুৱাৰ মেলাৰ লগে লগে

শেতা মুখেৰে দীঘল বুঢ়া মানুহ এজন আহি কোঠাৰ দুৱাৰ মুখত উপস্থিত হল, বুঢ়াজন মেৰিয়াছৰ ককাক, বুঢ়া জিল্ নৰমেণ্ড। যোৱা দুদিনৰ যুজৰ গোলমালে গোৰা ৰাজতন্ত্রবাদী জিল্ নৰমেণ্ডক বৰ অথিৰ-অবিৰ কৰি তুলিছে। ভাবনা-চিন্তাত দুই নিশা শুব পৰা নাই। যোৱা নিশা পুৱতীয়া বেলিকা মাথোন চিলমিল্কৈ অকণমান টোপনি আহিছিল। কোঠাৰ দুৱাৰদলিত ভৰি দিয়ে বিছনাৰ ওপৰত ক্ষত-বিক্ষত দেহেৰে মৰাশৰ দৰে ঠেৰেঙা হৈ পৰি থকা মেৰিয়াছক দেখি বঢ়া ভয়-বিস্ময়ত শিয়ঁৰি উঠিল। যতে থিয় হৈছিল ততে বজ্ৰাহতৰ দৰে থৰ হৈ ৰল। ভৰিৰ তলুৱাৰ পৰা মূৰৰ চুলিলৈকে তেওঁৰ গোটেই গা জিন্ জিনাবলৈ ধৰিলে। ঢেলা চকুযোৰ পানীৰে চল্চলীয়া হৈ আহিল। কুম ওলোৱা মুখখন নিমিষৰ ভিতৰতে মৰা মানুহৰ লাও খোলাটোৰ দৰে হৈ পৰিল। নিৰ্ব্বাক নিষ্পন্দ হৈ বুঢ়াই মেৰিয়াছৰ ফালে স্থিৰ দৃষ্টিৰে চাই থাকিল। বুঢ়াৰ গাত বগলি পাখি যেন ঢক্ঢক্ কৰে বগা দীঘল ছোলা, মূৰত পকা চুলি, মুখ মৰা মানুহৰ দৰে শেতা। চকু দুটা স্থিৰ, অপলক্ একেথৰে সতৃষ্ণ ভাৱে মেৰিয়াছৰ ফালে চাই আছে—ঠিক্ যেন কোনো প্ৰেতাত্মাই অন্তিমশয্যাত পৰি থকা তাৰ অতদিনৰ সঙ্গী পাথিৱ শৰীৰটোৰ ফালেহে বৰ হেপাঁহ আৰু দুখেৰে মায়া-মমতাত ভোল গৈ শেষবাৰলৈ চাই লৈছে। কিছুমান বেলি এনেভাৱে চাই থকাৰ পাছত শোকাতুৰ বুঢ়াৰ হিয়া ভাগি-ছিগি মাত ওলাল "মেৰিয়াছ।" লগুৱা এটাই বুঢ়াৰ কাষ চাপি আহি মাত দিলে—"তেওঁ যুজ কৰিবলৈ গৈ এনে হল, দেউতা।" বুঢ়াই বুকু চপৰিয়াই কৈ গল "গ'ল, গল! মোৰ ওপৰত প্ৰতিশোধ লৈ সি গুচি গল। মোৰ ওপৰত—মোৰ ওপৰত খণ্ড সাৰিবলৈকে সি জ্বলা জুইত জাপ দিলেগৈ। আহ্ হাহা! তেজ খোৱা! এই বেশেৰে আজি মোৰ ঘৰলৈ উভতি আহিছ?" বুঢ়া থৰক্ বৰক্ কৰি ভিতৰ সোমাই মেৰিয়াছৰ কাষ চাপি গল। আধা ফুটা আধা ভগা মাতেৰে বুঢ়া গৰ্জ্জি উঠিল "নিষ্ঠুৰ! পিশাঁচ! তোৰ মনত এয়েহে আছিল।" বুঢ়াক শোকে খুন্দা মাৰি ধৰিলে।



মাত নোলোৱা হৈ আহিল। তথাপি বুঢ়াই অসহনীয় আবেগত কৈ গল, কথাবোৰ অস্পষ্টৰপৰা অস্পষ্ট হৈ উঠিল ; ঠিক্ যেন মৰণৰ অতল তলিৰপৰা ওপৰলৈ আহোঁতে আহোঁতেহে দীঘল বাটত পৰি কথাবোৰ ক্ষীণতকৈয়ো ক্ষীণ হৈ পৰিছে। "মৰ, মৰ! মই একো বেজাৰ নকৰোঁ, ময়ো মৰিম! তই যেতিয়া এনে নিৰ্দ্দয় ভাৱে আত্মহত্যা কৰিবলৈ ভাল পালি, মইনো তোৰ হকে কান্দিলে কি হব? শুনিছনে নৰঘাতী!" ঠিক এই সময়তে মেৰিয়াছৰ চকু দুটা অলপ-অলপকৈ মেল খাই আহিল। চকুমেলি মেৰিয়াছে আচৰিত হৈ অৱশ দৃষ্টিৰে বুঢ়াৰ ফালে ৰ লাগি চাই থাকিল। বুঢ়াই চিঞৰি উঠিল "মেৰিয়াছ! মোৰ পোনা মেৰিয়াছ, তই জীয়াই আছ? তই চকু মেলিছ? মোলৈ চাইছ? চাওঁ মোৰ সোণ, চাওঁ ঐ! হে দয়াময়!" বুঢ়াক আবেগৰ ঢকে ধৰি মাটিত বগৰাই পেলাই দিলে। তেওঁ সেই পিনে মুচ্কচ্ গল। জীৱন-মৰণৰ মাজত এইদৰে মেৰিয়াছৰ বহুত দিন পাৰ হৈ গল। কেৰ্বা সপ্তাহলৈকে তাৰ বৰ জ্বৰ উঠিছিল। এই জ্বৰৰ মাজত সি ক্ৰমান্বয়ে প্ৰলাপ বকিছিল, প্ৰলাপৰ মাজত প্ৰায়ে তাৰ মুখত কজেটৰ নাম শুনা গল, মেৰিয়াছৰ লগতে বুঢ়া জিল্ নৰমেণ্ডো আধামৰা বুঢ়া মেৰিয়াছৰ কাষৰপৰা নুঠা হল। ভগা বুকু লৈ তাৰ ওচৰতে হা-হুমুনিয়াহ কাঢ়ি আশা উৎকণ্ঠাত পৰি থাকে। মেৰিয়াছক ককাকৰ ঘৰলৈ অনা দিনাৰেপৰা এজন পকা মূৰীয়া বুঢ়াই জপনা মুখলৈ আহি নিতৌ বেমাৰীৰ খা-খবৰ লৈ যায়হি। কোনো দিনা বুঢ়া-জন দুৱাৰ কৈয়ো আহে। বুঢ়াজন সদায় আহে, অথচ ভিতৰ নোসোমায় ; চাকৰ নাকৰহতঁকে সুধি মেলি গুচি যায়। কথাষাৰ লাহে লাহে গৈ বুঢ়া জিল্ নৰমেণ্ডৰ কাণত পৰিল। ক্ৰমান্বয়ে চাৰি মাহ গল। এই চাৰি মাহৰ ভিতৰত বেমাৰীৰ ওপৰত কোনেও একো আশা কৰা নাছিল। শেহত ছেপ্তেম্বৰ মাহৰ ৭ তাৰিখৰ দিনা ডাক্তৰে বুঢ়াক নিৰ্ভয় দি কলে "বেমাৰী ভাললৈ আহিছে আৰু ভয় নাই। দুমাহৰ ভিতৰতে তেওঁ উঠিব বহিব পাৰিব।" বুঢ়াৰ মুখলৈ পানী আহিল,

পোৰা হিয়া খন শাঁত পৰি গল। এই আদৰ সাদৰ স্নেহ-শুশ্রূষাৰ মাজতো মেৰিয়াছৰ মনত শান্তি দেখা নগৈছিল। সি সদায় মৌন। কিবা এটা নির্দ্দিষ্ট ভাব নাই যে তাক হেঁচা মাৰি ধৰি আছে। জ্বৰৰ বিকাৰত সি কজেটৰ বিষয়ে কত কি প্রলাপ বকিছিল! এতিয়াতো জ্বৰ আৰু প্রলাপ যোৱাৰ পাছৰেপৰা সি এদিনো কজেটৰ নাম মুখত অনা নাই। তেন্তে কিহৰ ভাবনা? তাৰ মন মৰা কিয়?

মানুহে ভাবিছিল সি কজেটৰ কথা পাহৰি গল। কিন্তু আচলতে কথা সেইটো নহয়। কজেট কত আছে; কেনেকৈ আছে সি একো কব নোৱাৰে। সেই কাৰণেই তাৰ মনত শান্তি নাই, মুখ সদায় বিষাদ মলিন। কজেটক পাহৰা দূৰে থক কজেটৰ ভাবনাতে তাৰ দিন-ৰাতি একাকাৰ হৈ পৰিছিল। কজেট তাৰ দিনৰ ভাৱনা ৰাতিৰ সপোন আছিল। সি কজেটৰ চিন্তাত আস্থিৰ হৈ পৰিল। যুদ্ধৰ দিনাৰপৰাই সি কজেটৰ কথা একো নেজানে। যুদ্ধ ক্ষেত্রৰ গোটেই খিনি ঘটনা তাৰ স্মৃতি-পটত এচটা কলা মেঘৰ দৰে থিয় দি সকলো কথা ঢাকি পেলালে। ইপনিন্ গেভৰোক টেনার্ডিয়ে আৰু আন আন সমৰ যাত্রী বন্ধুবিলাকৰ সকলোৰেই তাৰ স্মৃতিৰ চকুত ৰণ প্রাঙ্গনৰ ধোঁৱাৰ লগত চিন্চাব নোহোৱাকৈ অদৃশ্য হৈ পৰিল। কোন কেনি আহিল, কোন কেনি গ'ল, সি একো তত ধৰিব নোৱাৰিলে। গোটেইখন তাৰ মনত এটা প্রকাণ্ড স্বপ্ন হৈ পৰিল। মছিঅ'ৰ ফকল্ভেন্টৰ আকস্মিক ৰণ যাত্রাই সেই সপোন ৰাজ্য আৰু কুহেলিকাময় কৰি তুলিলে। সি আঁতি-গুৰি উলিয়াব নোৰৱা হ'ল। নিজৰ জীৱনৰ ঘটনাও তাৰ মনত সপোন কাহিনী হৈ পৰিল। কোনে কেনেকৈ তাক যুদ্ধক্ষেত্রৰপৰা আনি ককাকৰ ঘৰত পেলালেহি সি কাৰোপৰা একো জানিবলৈ নেপালে। ঘৰৰ কোনো মানুহে তাক লৈ অহা মানুহকেটো চিনি নেপায়। সুধিলে কয়, তাক কোনোবা মানুহ দুটাই গাড়ী এখনত তুলি লৈ আহিছিল। এই দুর্ভেদ্য জটিল ৰহস্যৰ মাজত পৰি মেৰিয়াছ



একেবাৰে দিগ্‌বিদিগ্ হেৰুৱাই জ্ঞান-শূন্য হৈ পৰিছিল। কিন্তু এই ভীষণ ৰহস্যৰ মাজতো এটা লক্ষ্য—এটা প্রতিজ্ঞা এটা প্রবল বাসনাৰ ওচৰত মেৰিয়াছে তাৰ সকলো ভাৱনা চিন্তা কেন্দ্রীভূত কৰি পেলালে; সেইটিয়ে তাৰ ভৱিষ্যত জীৱনত একমাত্র ব্রত হৈ আন সকলো ৰহস্য তল পেলাই দিলে। সেই লক্ষ্য, সেই প্রতিজ্ঞা আৰু বাসনা হৈছে - কজেট আৰু কজেটক পোৱা। দিনক দিনে মেৰিয়াছ ভাল হৈ উঠিল। গাৰ বল শক্তি, শ্রীবৃদ্ধি আকৌ চাপি আহিছে। এদিন বুঢ়াই মেৰিয়াছৰ ওচৰতে বহি মেৰিয়াছৰ ফালে একেৰাহে চাই আছে, জীয়েকে ইটো সিটোকৈ দৰবৰ চিচা-গিলাচবোৰ মেজৰ ওপৰত সজাব লাগিছে। বুঢ়াই লাহেকৈ নাতিয়েকৰ হাত এখন নিজৰ হাতলৈ দাঙি লৈ মাত লগালে "মেৰিয়াছ! দুটা ভালকৈ খা। তেহে গাত বেগেতে বল শক্তি পাবি।" মেৰিয়াছে আকাশ পাতাল ভাবি গাৰুত আওজানি লৈ বিছনাত আধা-শোৱা অৱস্থাত পৰি আছিল। বুঢ়াৰ কথাশুনি মেৰিয়াছে বুঢ়াৰ ফালে চাই পঠিয়াই আকৌ কাতি হৈ শুই পৰিল। বুঢ়াই গাত হাত ফুৰাই মাত দিলে—"মেৰিয়াছ!" বুঢ়াৰ সাদৰী সুৰত মেৰিয়াছৰ মন নাচি উঠিল। বিছনা-চাদৰত খামোচ মাৰি ধৰি সি লাহেকৈ বিছনাৰ ওপৰতে উঠি ককাকৰ মুখৰ ফালে ক্ষন্তেক চায়ে আকৌ চকুনমাই লাহে লাহে মাত দিলে "মই কথা এষাৰ কব—" "কি কথা। ক।" "মই বিয়া"—বুঢ়াই ঢেক্‌ঢেক কৰে হাঁহিবলৈ ধৰিলে—"অ', অ'! সেই কথা? সেই কথা মই আগেয়েই বুজিলোঁ, একো কথা নাই। সেই ছোৱালীজনী তই পাবি, ভয় নাই।" মেৰিয়াছ অবাক আৰু আচৰিত। বুঢ়াই কৈ গল "তই সেই ছোৱালীজনী পাবি। অঃ, ছোৱালীজনী বৰ ৰূপহী। তাই সদায় বুঢ়া এটাৰ বেশ ধৰি তোৰ খবৰ লৈ যায়হি, মই ভু পাইছোঁ। তাই ৭নং ৰুদি হোম আর্ম্মত থাকে। একো কথা নাই। তাইৰ লগতে তোৰ বিয়া হব। মই ভাবিলোঁ, তইনো মোক কিয় ভাল নেপাৱ! কি কৰিলেনো তই গৰুৱে মোক ভাল পাবি। ঘপ.

কৰে মনত পৰিল—সেই কজেটকণিক যদি তাক আনি দিওঁ সি মোক ভাল নেপাই নোৱাৰে। হাঃ হাঃ! তই ভাবিছিলি কজেটৰ নাম শুনিলেই মই খঙত বলিয়া হৈ যাম? নহয়, নহয়! কজেট! সুন্দৰী ছোৱালী। বিয়া! বৰ ভাল কথা। মোক আৰু কি লাগিছে? তই বিয়া কৰা সুখী হ। সেয়ে মোৰ পৰম সুখ। তোৰ বাহিৰে মোৰ আৰু আছে কোন?" বুঢ়াই কথাষাৰ কৈয়েই ফেকুৰি উঠিল। হাড় ওলোৱা বুকুত মেৰিয়াছৰ মূৰটো সুমুৱাই লৈ বুঢ়াই উচুপি উচুপি কান্দিবলৈ ধৰিলে। বুঢ়াৰ বুকুত মূৰ থৈ মেৰিয়াছো কান্দি উঠিল। দুটি প্ৰাণৰ ৰুদ্ধ স্নেহ মন্দাকিনী একেলগে বুকু জুৰাই বাগৰি গল। বিমল স্নেহ-আনন্দৰ কি অতুলন দৃশ্য। মেৰিয়াছে মাত দিলে—"ককাদেউতা?" "মোক তেনে তই ভাল পাৱ! তেনে-তেনে আকৌ "ককাদেউতা বুলি মাত।" এটি অবাক অথচ ভাবপূৰ্ণ আৰু ভাষাপূৰ্ণ মুহূৰ্ত্ত নামি আহিল। কোনেও একো কব নোৱাৰিলে। দুয়ো দুইবো চকুলৈ চাই বৈ থাকিল। অলপমান বেলিৰ পাছত বুঢ়াৰ মাত ওলাল "মোক ককাদেউতা বুলিছ? মোৰ ওপৰত আৰু খঙ নাই?" মেৰিয়াছ বুঢ়াৰ সাবটৰপৰা ওলাই আহিল। তলমূৰকৈ কলে—"মই এতিয়া ভাল হৈছোঁ। তাইক চাব খোজোঁ, ককাদেউতা!" "ভাল কথা কাইলৈ মাতি পঠিয়াম"। "ককাদেউতা!" "কি, ক"। "আ—"। "আজিয়ে? একো কথা নাই। আজিয়ে। তই মোক তিনিবাৰ ককা-দেউতা বুলিলি। তাৰ উপযুক্ত মূল্য পাবি। তাইক মই আজিয়ে মতাই পঠিয়াম, তই চিন্তা নকৰিবি।"

কজেট মেৰিয়াছৰ আকৌ দেখা দেখি হল। এই মিলন দৃশ্য মানৱৰ চকুৰ আগত দাঙি ধৰিব নোৱাৰি। ঘৰৰ-ঘৰোৱাল কজেট আহিবলৈ বাট চাই বহি আছিল। নিৰূপিত সময়ত কজেট আহি জিল্ নৰমেণ্ডৰ ঘৰ সোমাল। কজেটৰ পাছে পাছে গম্ভীৰ প্ৰকৃতিৰ পকামূৰীয়া বুঢ়া এজনো সোমাই আহিল। বুঢ়াৰ মুখত মিচিকিয়া হাঁহি, কিন্তু, হাঁহিটো যেন লক্ষ্যহীন, বিষাদ-মলিন। বুঢ়াজন মছিঅ'ৰ ফকল্ ভেণ্ট,—



জঁভেলজঁ। তেওঁৰ গাত এটি সুন্দৰ কলা সাজ। বুঢ়া ভিতৰ সোমোৱাৰ লগে লগে দাৰোৱানটোৱে ফুচ্ ফুচাই ঘৈণীয়েকক কলে—"মানুহজন দেখা দেখা যেন লাগিছে অ"। বুঢ়াৰ কাষলতিৰ তলত এটা কাগজৰ টোপোলা। জিল্ নৰমেণ্ডৰ জীয়েকে লিগিৰীক সুধিলে—"এই মানুহজনে সদায় কাষলতিৰ তলত কিতাপ লৈ ফুৰাই নে কি?" এই মহিলাগৰাকীয়ে কিতাপ সমূলঞ্চে ভাল নেপায়। জীয়েকৰ কথা শুনি বুঢ়া পিতাকে মাত লগালে—"তেওঁ সাধু মানুহ, হাতৰপৰা কিতাপ-পুথি নেৰেই। কোনো দোষৰ কথা নহয়। এইটো সন্ত-সাধুসকলৰ ৰীতি।" বুঢ়াই ফকল্‌ভেণ্টক অভিবাদন কৰি মাত দিলে "মছি অ'ৰ ট্ৰাঞ্চলেভেণ্ট" বুঢ়াই ফকল্‌ভেণ্টক পাহৰি ট্ৰাঞ্চলেভেণ্ট বোলা নাছিল, সক মানুহৰ নাম মনত নৰখা যেন দেখুওৱাটো ডাঙৰ মানুহৰ এটা ধুন! "মছিঅ'ৰ ট্ৰাঞ্চলেভেণ্ট মই মোৰ নাতি মছিঅ'ৰ লা বেৰণ মেৰিয়াছ পণ্টমাৰ্চ্চিৰ কাৰণে আপোনাৰ এই মহিলা গৰাকীৰ পাণি প্ৰাৰ্থনা কৰোঁ।" ফকলভেণ্টে সন্মতি জনাই মূৰ দোঁৱালে। সমাগত মণ্ডলীৰ অন্তৰৰ নিভৃত কোণত মিলন সঙ্গীত পঞ্চমত বাজি উঠিল। বুঢ়া জিল নৰমেণ্ডে তেওঁৰ হাত দুখন দাঙি কজেট আৰু মেৰিয়াছক আশীৰ্ব্বাদ কৰি কলে "এতিয়া তোমালোকে পৰস্পৰক পূজা কৰিবলৈ অনুমতি পালা।" বুঢ়াই কথাষাৰ দোহাৰিবৰ আৱশ্যক নহল। খন্তেকৰ ভিতৰতে মিলন-যাগত প্ৰেমিক-প্ৰেমিকাই মান-অভিমান, বেজাৰ-আনন্দৰ পূৰ্ণাহুতি দিবলৈ ধৰিলে। এই হোমৰ পূত গন্ধ, প্ৰেমিক প্ৰেমিকাৰ বাহিৰে আনে অনুভৱ কৰা টান।

কজেটে মুখত ঊষাৰ ৰাঙলি হাঁহি লৈ অভিমানৰ সুৰেৰে মেৰিয়াছক সম্বোধন কৰিলে—"তোমাক এইদৰে যুজ কৰিবলৈ কিহে পাইছিল? এই চাৰি মাহ তোমাক দেখা নাই। তোমাৰ এনেদৰে যুজলৈ যোৱা বৰ অন্যায়। তুমি বৰ দুষ্ট! মইনো বাৰু তোমাক কি কৰিছিলোঁ?" মেৰিয়াছে চকুত বিজুলী লৈ নিমাত হৈ বহি থাকিল। জিল নৰমেণ্ডে এই চাকৈ চাকোৱা হালিৰ আনন্দ দেখি ৰঙত আপোন-পাহৰা হৈ

জীয়েকক কলে "চা, চা ; সিহঁতৰ মনত কিমান আনন্দ !" আন্ট জিল নৰমেণ্ডে অতদিনৰ মৃতত এই অন্ধকাৰ গৃহত আশা-আনন্দৰ পোহৰ দেখি ভেবা লাগি চাই আছিল। প্ৰেমৰ বিজয় দুন্দুভিয়ে ৫৭ বছৰ বয়সীয়া বুঢ়ীৰ কাণ তাল মাৰি ধৰিছিল, বুঢ়াৰ কথা কাণত নোসোমাল। আনন্দত মতলীয়া বুঢ়াই কৈ গল—"কজেট দীপ্‌লিপ্‌ সুন্দৰী। এই এধানিমান ছোৱালীটীক বেৰনেছ্‌ কৰি তাইৰ ৰূপৰ অপমান কৰা হৈছে। তাই হব লাগিছিল ৰাজৰাণী। কি ৰূপহ চকুৰ চেলাউৰি যুৰি! সোণহঁত, তোমালোকে এইদৰে দিক্‌বিদিগ পাহৰি ইটিয়ে সিটিক ভাল পোৱাঁ। প্ৰেমত নিৰ্ব্বোধ হৈ পৰাঁ ; আন সকলো পাহাৰ থোৱাঁ। প্ৰেম মানুহৰ চকুত মূৰ্খালি, কিন্তু ঈশ্বৰৰ চকুত চৰম জ্ঞান। কি দুখৰ কথা! মোৰ সৰহ ভাগ সম্পত্তি মই দান-দক্ষিণাত উৰাই দিলোঁ। মই মৰিলে তহঁতলৈ বেচি একো থৈ যাব নোৱাৰিম ; বৰ দুখ থাকি যাব।" এনেতে এটি ধীৰ গম্ভীৰ কণ্ঠস্বৰ শুনা গল—"মাড্‌মজেল ফেকল্‌ভেন্ট ছশ হেজাৰ ফ্ৰাঁৰ অধিকাৰিণী।" সকলোৱে অবাক হৈ চাই পঠিয়ালে। কথাষাৰ জঁ ভেলজঁৰ। ইমান পৰ তেওঁ নিমাত হৈ এই সুখী মানৱ দুটিৰ ফালে অনিমিষ নেত্ৰেৰে চাই বিভোৰ হৈ বহি আছিল। বুঢ়া জিল নৰমেণ্ডে আচৰিত হৈ মাত দিলে—"ছ শ হেজাৰ ফ্ৰাঁ।" ভেলজঁই কাষলতিৰ তলৰ-পৰা কাগজৰ টোপোলাটো উলিয়াই মেজৰ ওপৰত থলে। এই টোপোলাটোকে আন্ট জিলনৰ মেণ্ডে কিতাপ বুলি ভাবিছিল। কাগজৰ টোপোলাটো মোকলাই ভেলজঁই কিছুমান নোট উলিয়াই লেখিবলৈ ধৰিলে। জিল্‌ নৰমেণ্ডে হাঁহি হাঁহি কবলৈ ধৰিলে—"এইটো দেখোন বৰ ডাঙৰ কিতাপ!" জ ভেলজঁই ছপাঁথিয়ৰ বিচাৰৰ পাছত জেলৰপৰা পলাই আহি তেওঁ মছিঅৰ মেড্‌লেন হৈ উপাৰ্জ্জন কৰা ছ শ হেজাৰ ফ্ৰাঁ ধন বেঙ্কৰ পৰা উলিয়াই আনিছিল। সেই ধনখিনি আকৌ পুলিচৰ হাতত ধৰা পৰি জেললৈ যোৱাৰ সম্ভাৱনা দেখি ম'ফেয়াৰ মেল'ৰ হাবিত পুতি থৈ দিছিল। আকৌ পুলিচৰ হাতত ধৰা পৰি তেওঁ কিছুমান দিন জেল



খটাৰ পাছত জাহাজৰপৰা সাগৰত জপিয়াই পৰি পলাই আহিবৰে পৰা ধনখিনি সদায় কাষলতি তলতে লৈ ফুৰিছিল। সেই ধনেই এতিয়া কজেটৰ যৌতুক সম্পত্তি। বিয়াৰ দিন ঠিক্‌ হল। ডাক্তৰে ফেব্ৰুৱাৰী মাহত মেৰিয়াছক বিয়া কৰিবলৈ অনুমতি দিলে। এতিয়া ডিছেম্বৰ। আৰু দুমাহ বাকী। সুখৰ দিন আহে আৰু যায়। মেৰিয়াছ-কজেটে সময়ৰ একো ততকে ধৰিব নোৱাৰিলে। সিহঁতে অকল মাথোন বুজিলে সিহঁত দিনক দিনে স্বৰ্গৰ ফাললৈ উঠি যাবলৈ ধৰিছে। এই অভাৱনীয় পৰিবৰ্ত্তনত সিহঁত বিমুগ্ধ নোহোৱা হলে স্তম্ভিত হৈ পৰিলেহেতেন। মাজে মাজে মেৰিয়াছে কজেটক সোধে,—"কজেট, তুমি কিবা তত ধৰিব পাৰিছানে ?" কজেটে চমুকৈ উত্তৰ দিয়ে—"ঈশ্বৰৰ কৰুণা!" কজেটৰ বিয়াৰ কাৰণে ভেলজঁই এটা এটাকৈ সকলো কাৰ্য্য সুকলমে সমাধা কৰি পেলালে। নিজে এসময়ত মেয়ৰৰ কাম কৰি আহিছে। আইন-কানুন তেওঁৰ সকলো জনা আছিল। অজ্ঞাত-কুলশীলা কজেটৰে সৈতে ফ্ৰাঞ্চৰ পূৰণিকলীয়া সম্ভ্ৰান্ত বংশৰ মেৰিয়াছৰ বিয়া দিবলৈ আইনৰ চকুত যত যি দোষ হব পাৰে সকলোখিনি তেওঁ নিৰ্ব্বিঘ্নে আঁতৰ কৰিলে। ক'তো অকণো আসোঁৱাহ নথকাকৈ সকলো কাম নিষ্পত্তি কৰি দিলে। কজেটৰ সঁচা পৰিচয় দিলে আইনমতে এই বিয়া সিদ্ধ নহব পাৰে। এই কাৰণে তেওঁ কজেটক নিজৰ ছোৱালী বুলি চিনাকি নিদি তেওঁৰ ককায়েক কন্‌ভেন্টৰ মালী ফকল্‌ভেন্টৰ ছোৱালী বুলি চিনাকি দিলে। তাইৰ বৰ্ত্তমান মাক বাপেক কেও নাই। এই বংশটোৰ এতিয়া আন কোনো নাই, তেওঁ আৰু কজেট মাথোন বাকী। কন্‌ভেন্টৰ ভগ্নী-মণ্ডলীয়ে এই বিষয় সাক্ষী দিলে। কজেটৰ যৌতুক ধনখিনি কোনো এজন মৃত আত্মীয়ই কজেটৰ কাৰণে থৈ যোৱা বুলি কৈ সকলোৱে সংশয় ছেদ কৰি পেলালে। ভাবিবৰ কাৰো মনত অকণো ছাঁ নেথাকিল। কজেটে শুনিলে তাই যিটি-বুঢ়াক অতদিনে 'পিতা' বুলি আহিছে সেই বুঢ়া তাইৰ প্ৰকৃত পিতাক নহয়। এই কথাষাৰে আন

সময়ত হোৱা হলে কজেটৰ মনত বৰ আঘাত দিলেহেঁতেন। কিন্তু কজেট এতিয়া আনন্দৰ ভৰ দুপৰত। কথাবাৰে তাইৰ মনত এছটা কলা মেঘ সৃষ্টি কৰিলে সঁচা, কিন্তু সেই মেঘ খন্তেকতে আঁতৰি পৰিল। তাইৰ অসীম আনন্দৰ মাজত এই ক্ষুদ্র বিষাদ নিমিষতে কৰবাত বিলীন হৈ পৰিল। তাইৰ যে মেৰিয়াছ আছে! বুঢ়া গল, ডেকা আহিল। জীৱনৰ গতিয়েই যে এই! তাৰ উপৰিও কজেট সৰুৰে পৰা জটিল ৰহস্যৰ ওপৰতেই ডাঙৰ-দীঘল হৈ আহিছে। ৰহস্যপূর্ণ শৈশৱৰ ওপৰত প্রতিষ্ঠিত হোৱা জীৱনৰ প্রত্যেক মানুহেই সাধাৰণতে এনে কিছুমান কথাৰ কাৰণে উদাস হবলৈ বাধ্য হয়। কজেটো এই ৰহস্যৰ প্রতি উদাস হৈ পৰিল। নহলে যে দিগ্‌বিদিগ্ হেৰুৱাব লাগিব! তথাপি তাই ভেলজঁক আগৰদৰেই একেটা সুৰতে 'পিতা' বুলি সম্বোধন কৰিলে। দবা কন্যাৰ দিনে দেখা-দেখি হয়। ফকল্‌ভেণ্টৰ লগত কজেট মেৰিয়াছৰ ঘৰলৈ আহে। তাতে দুয়ো লগ হয়। সৰলাচতীয়া শুভাকাঙ্ক্ষী ফকল্‌ভেণ্টক দেখি মেৰিয়াছৰ মনত কিবা এটা নজনা ভাবে ঠাই লবলৈ ধৰিলে। তাৰ মনত শত শহস্র প্রশ্নৰ ঢৌ উঠিল। বুঢ়াৰ গঢ়-গতিত সি কিবা এটা ৰহস্য মেৰখাই থকা যেন পালে। সেই ৰহস্য ভেদ্ কৰিব নোৱাৰি সময়ে সময়ে সি নিজৰ স্মৰণ-শক্তিকে অবিশ্বাস কৰিব লগাত পৰিল। তাৰ স্মৃতিৰ মাজত যোৱা ৪ মাহৰ জ্বালা যন্ত্রণাই এটা খাল খানি থৈ গল, সেই খালত পৰি তাৰ জীৱনৰ বহুত ঘটনা চিন চাব নোহোৱাকৈ হেৰাই পৰিছে। সি নিজক নিজে সুধিবলৈ ধৰিলে সি ফকল্‌ভেণ্টক যুদ্ধক্ষেত্রত সঁচাকৈয়ে দেখিছিলনে? সময়ে সময়ে মেৰিয়াছে দুই হাতে মুখ ঢাকি সেই অস্পষ্ট অতীতৰ মাজেদি তাৰ কল্পনাৰ ৰেখাডালি স্মৃতিৰ লেখনীৰে টানি লৈ যাবলৈ চেষ্টা কৰে। তেতিয়া তাৰ চকুৰ আগত যুদ্ধক্ষেত্রৰ বিষাদ অভিনয়ৰ অভিনেতাসকল এটা এটাকৈ আহি থিয় দিয়েহি। প্রহৰী গেভৰোকৰ গান তাৰ কাণত বাজি উঠে; ইপনিনৰ চেচা কপালত দিয়া চুমাটিৰ স্পর্শ তাৰ ওঁঠ দুটাই অনুভৱ কৰে। কমফেয়াৰ এঞ্জোৰাছহঁত তাৰ চকুৰ আগত ঘূৰি ফুৰে। তাৰ



পাছত আটইবোৰ এটাৰ পাছত এটাকৈ অদৃশ্য হৈ পৰে। মছিঅৰ ফকলভেণ্টেও লাহে লাহে গৈ এই অদৃশ্য প্রাণীবিলাকৰ ভিতৰৰে এটা অশৰীৰী প্রাণী হৈ পৰিল! শেহত সি কজেটৰ কাষত স-শৰীৰে বহি থকা এই ধীৰ গম্ভীৰ বুঢ়াকে যুদ্ধক্ষেত্রৰ সেই ফকলভেণ্ট বুলি বিশ্বাস কৰিবলৈ টান পোৱা হল। যুদ্ধক্ষেত্রৰ ফকল্‌ভেণ্ট তাৰ মনত এটা সপোনৰ ছবি যেন হৈ আহিল। তথাপি সি বুঢ়াক একো সুধিব নোৱাৰিলে। এই জটিল ঘটনাৰ আকর্ষণী শক্তি ইমান টান আছিল যদিও ই মেৰিয়াছক আন আন ভাবনাৰ বান্ধৰ পৰা ছিঙি একুৰাই আনিব নোৱাৰিলে। বিয়াৰ দিন যিমানে ওচৰ চাপি আহিল সিমানে তাৰ মন বেছি উদ্বিগ্ন হৈ আহিল। এই শুভদিনত সি দুজন মানুহৰ ওচৰত হিয়া ভৰা কৃতজ্ঞতা জনাই নতশিৰ হব লাগিব। সি তেওঁলোকৰ ওচৰত চিৰজীৱনৰ কাৰণে ঋণী। এই দুজন মানুহৰ প্রথম জন টেনার্ডিয়ে; তেওঁ তাৰ পিতাকৰ প্রাণ ৰক্ষা কৰিছিল। আন জন তাক যুদ্ধক্ষেত্রৰ পৰা আনি ককাকৰ ঘৰত থোৱা অচিন শুভাকাঙ্ক্ষী। সমাজৰ চকুত, পৃথিবীৰ ওচৰত, দস্যু হলেও টেনার্ডিয়ে তাৰ চিৰ পূজনীয়। টেনার্ডিয়েক বিচাৰিবলৈ সি মানুহ পাচিলে, ধন খৰচ কৰিলে কিন্তু টেনার্ডিয়ে নোলাল। অচিন শুভাকাঙ্ক্ষীজনৰ শুং বিচাৰি মেৰিয়াছে তাক ৰাতি লৈ অহা গাড়ীখনৰ গাৰোৱানটোৰ গুৰি পালেগৈ। কিন্তু গাৰোৱানটোৱে একো সঠিক বাতৰি দিব নোৱাৰিলে। সি তাৰ গাড়ীত অহা মানুহকো চিনি নেপায়। সি এজন পুলিছ কর্ম্মচাৰীৰ আদেশমতে চীন নৈৰ পাৰৰ পৰা মৰা মানুহ এটাৰে সৈতে বন্দীএটাক তুলি লৈ আহিছিল। বন্দীটো চীন নৈৰ পাৰৰ খাল এটাৰ পৰা কান্ধত মৰা মানুহটো লৈ ওলাই আহিছিল। তাৰ পাছত মেৰিয়াছে পুলিছ আপিছতো ভু ললে, কিন্তু ফল একো নহল। মেৰিয়াছে ভাবনাৰ ওৰ নেপালে। কোন মানুহটোৱে তাক কান্ধত লৈ খালৰ পৰা ওলাই আহিছিল। খালৰ মাজেদি যুদ্ধক্ষেত্রৰ পৰা ইমান দূৰ বাট তাক ভাৰ বৈ লৈ আহিবলৈ কাৰ ইমান নিস্বার্থ স্নেহ? এনে স্নেহ-

পৰায়ণজনক সি ঋণ নোশোধালে যে তাৰ এই হেন সুখময় ভবিষ্যত জীৱনৰ ওপৰত অমঙ্গলৰ ছাঁ পৰি বব ? পিতৃৰ জীৱনদাতা আৰু প্ৰাণ ৰক্ষা কৰোতাজনৰ দেনা-পাওনা শোধ নকৰাকৈ অম্লানবদনে নতুন জীৱনৰ নতুন সোপানত ভৰি দিয়া তাৰ পক্ষে অসম্ভৱ হৈ উঠিল। এদিনা গধূলি জঁভেলজঁৰ আগত মেৰিয়াছে এই জটিল ঘটনাৰ কথা উন্মুকিয়াই কবলৈ ধৰিলে—"এই মানুহজনক মই ইমান চেষ্টা কৰিও উলিয়াব নোৱাৰিলোঁ। যদি মই তেওঁক পালোঁহেতেন।" ভেলজঁই কথাষাৰ শুনিও নুশুনা ভাও জুৰিলে। ভেলজঁৰ উদাসীনতা দেখি মেৰিয়াছৰ খঙ উঠিল। সি চিঞৰি চিঞৰি কবলৈ ধৰিলে, "সেই মানুহজন যেয়ে হক তেওঁ দেৱতা। আপুনি জানেনে তেওঁ কি কৰিছিল ? তেওঁ মোক কান্ধত লৈ নিশ্চয় তিনি চাৰি মাইল বাট খালৰ গেলা গোন্ধৰ মাজেদি খপিয়াই জপিয়াই যাব লগাত পৰিছিল। কিহৰ কাৰণে ? সেই মৰা শটোক ৰক্ষা কৰিবলৈ। সেই মৰা শটো আজি স্বয়ং মই, মোক কান্ধত তুলি লৈ তেওঁ কিজানি ভাবিছিল এনিয়াও ইয়াৰ গাত টিমিকি টিমিকি জীৱটো জ্বলি আছে। এই জীৱন ফিৰিঙতিটো নুনুমুৱাকৈ ৰাখিবলৈ মোৰ জীৱনো বলি দিম। আহাহা! সেই ফিৰিঙতিৰ কাৰণে তেওঁ কিজানি এবাৰ নহয় দুবাৰ নহয়, কুৰি-পঁচিশ বাৰ জ্বলা জুইত জাপ দিছিল। প্ৰত্যেক খোজেই যে একোটা বিপদ আছিল। উস! কজেটৰ এই ছশঁ হেজাৰ ফ্ৰঁা ধন যদি মোৰ হলহেতেন।" ভেলজঁই মেৰিয়াছৰ কথাৰ ওপৰতে মাত দিলে "কিয় ? সেই ধন তোমাৰ নহলে কাৰ হব ? নিশ্চয় তোমাৰ ধন।" "তেন্তে সেই ধন দি মই মানুহটোক বিচাৰি উলিয়াম ?" ভেলজ নিৰুত্তৰ হৈ বহি থাকিল। মেৰিয়াছে এটা ঘটনাৰো ৰহস্য ভেদ কৰিব নোৱাৰিলে। টেনাৰ্ডিয়েক বিচাৰি উলিযাব নোৱাৰিলে, তাৰ প্ৰাণ ৰক্ষা কৰোতা জনৰ নাম-গোন্ধকে নেপালে ; তাৰ ওপৰতে আকৌ দুজন ফকল্‌ভেণ্টৰ জটিল ৰহস্য। এই ফকল্‌ভেণ্ট জানো সেই যুদ্ধ ক্ষেত্ৰত দেখা ফকল্‌ভেণ্ট নহয়। বিষম চিন্তাত পৰি সি জঁভেলজঁক এই বিষয়ে প্ৰশ্ন কৰাৰ লোভ সামৰিব নোৱাৰি



লাহেকৈ প্ৰশ্ন কৰি পেলালে—"আপুনি ক ফে লা চান গ্ৰেবী ষ্ট্ৰীটটো ভালকৈ চিনি পায়নে" ? জঁভেলজই গহীন-গম্ভীৰভাৱে উত্তৰ কৰিলে "চিনি পোৱা দূৰৰ কথা, মই তাৰ নামকে শুনা নাই।" উত্তৰ শুনি মেৰিয়াছে ভাবিলে—"মই নিশ্চয় ভ্ৰম কৰিছোঁ। বোধকৰোঁ দুয়োজন মানুহে হুবহু একে দেখিহে মোৰ মনত এনে ভাবনা হৈছিল।" সেই দিনাৰে পৰা মেৰিয়াছে ফকল্‌ভেণ্টৰ কথা ভাবিবলৈ এৰি দি নিজৰ জীৱন-দাতা আৰু পিতৃৰ প্ৰাণৰক্ষকক বিচাৰি উলিয়াবলৈ একাণপতীয়া ভাৱে মনযোগ দিবলৈ ধৰিলে। বিয়াৰ দিন একেবাৰে ওচৰ চাপিল। দৰা কন্যাৰ কাৰণে পৰিপাটিকৈ ঘৰ সজালে। ভাল ভাল আহিলাপাতিৰে দৰা কন্যাৰ খোটালি ৰম্যপুৰী হৈ উঠিল। ভেলজঁকো আটায়ে নেৰা নেপেৰাকৈ ধৰিলে, বিয়াৰ পাছত ভেলজঁয়ো আহি নৰমেণ্ডৰ ঘৰতে থাকিব লাগিব ; দূৰৈত অকলে থকাৰ কোনো সকাম নাই। উদাৰ আকাশৰ তলত ফেব্ৰুৱাৰী মাহৰ ১৬ তাৰিখৰ নিশাটি বৰ মঙ্গলময় হৈ উঠিছিল। এই নিশাটি মেৰিয়াছ কজেটৰ পৰিণয় ৰজনী। সেই দিনা গোটেই দিনটো বৰষুণ—যেন স্বৰ্গৰ পৰা দেৱতাসকলে আশীৰ্ব্বাদহে বৰ্ষণ কৰিছিল। এনে ৰঙ হৰিষৰ মাজতো প্ৰেমিক-প্ৰেমিকাই সদায়েই তেওঁলোকৰ ভাগ্য আকাশত এচমকা ক'লা মেঘ দেখা পায়। জগতৰ চকুত কিন্তু সেইবোৰ কোনো ৰকমেই ধৰা নপৰে। বিয়াখন চেণ্ট্‌পল্‌ গীৰ্জ্জা ঘৰত সমাধা হৈছিল। নগৰৰ মেয়ৰ আৰু ধৰ্ম্মযাজকৰ আগত নৱ-দম্পতীয়ে সামাজিক প্ৰথামতে যথাবিহিত শপত ললে। ছৰ্কাৰৰ ঘৰৰ দলিলপত্ৰ ছহি কৰি বিয়া আইন সঙ্গত কৰিলে। পৰিণয়ৰ চৰম নিদৰ্শন স্বৰূপে আঙঠি-সলালে। গীৰ্জ্জা ঘৰত বেদীৰ আগত আঁঠু লৈ ঈশ্বৰক সাক্ষী কৰি ইটিয়ে সিটিক হিয়া যাচি মঙ্গলময় পৰমেশ্বৰৰ ওচৰত প্ৰণিপাত জনালে। বিয়াৰ কাৰ্য্য সমাধা হল। দুয়ো হাতত ধৰা ধৰিকৈ গীৰ্জ্জাৰ পৰা ওলাই আহিল, তেওঁলোকক আদৰি নি ঘৰত থবলৈ বিবাহ-যাত্ৰীসকলে গীৰ্জ্জাৰ মুখত দুফালে দুশাৰী হৈ ঠিয় দি আছিল। ক'লা সাজ পাৰ পিন্ধা মেৰিয়াছ আৰু বগা সাজ পাৰ পিন্ধা কজেট যেতিয়া

হাতত ধৰাধৰিকৈ গীৰ্জ্জাৰ পৰা ওলাই আহে, তেতিয়া তেওঁলোকৰ সুখৰ বিমল আনন্দৰ জ্যোতি দেখি দৰ্শকবৃন্দ স্বৰ্গীয় ভাবত তন্ময় তদ্গদ হৈ পৰিছিল। কজেটে মেৰিয়াছৰ হাতত ধৰি দৰ্শকবৃন্দৰ মাজত ঠিয় হৈয়ো সপোন-দিঠক একো ঠিক্ কৰিব নোৱাৰিছিল। তাই ভেবালাগি এবাৰ মেৰিয়াছৰ ফালে চাইছিল, এবাৰ মানুহৰ জুমৰ ফালে চাইছিল। এবাৰ আকৌ আকাশৰ ফালে চাইছিল! তাইৰ চকুৰ দৃষ্টি দেখি বোধ হৈছিল, তাই যেন এই সুখ-সপোনৰ পৰা সাৰ পায় বুলি ভয় কৰিছিল। এই উদ্বিগ্ন অথচ আশ্চৰ্য্য ভাবৰ প্ৰতিবিম্বটিয়ে কজেটৰ ওপৰত এক অপূৰ্ব্ব সৌন্দৰ্য্যৰ জেউতি চৰাই দিছিল। বিয়াৰ কেদিনমানৰ আগতে ভেলজঁৰ এটা ঘটনা হল। তেওঁ সোহাঁতৰ বুঢ়া আঙুলিটো নিজে ইচ্ছা কৰিয়ে অলপ কাটিললে। আৰু তাত ফটা কানি মেৰিয়াই হাতখন কাপোৰ এখনত বান্ধি বাউসীত ওলোমাই লৈ ফুৰিবলৈ ধৰিলে। হাতখন তেওঁ কজেটকো নেদেখুৱায়। ফলত তেওঁক বিয়াৰ দলিল পত্ৰ বোৰত ছহি কৰিবলৈ কোনেও পেৰি নধৰিলে। জিল্ নৰমেণ্ড আৰু আন আন মানুহৰ ছহিতেই দলিলৰ কাম শেষ হৈ গল! সন্ধিয়া দৰা কন্যা আহি ঘৰ সোমাল। ভিতৰত বিয়াৰ ভোজৰ আয়োজন। ভেলজঁ দলিলপত্ৰ আদি ছহি কৰাত নাহিল যদিও কোনো কামতে অনুপস্থিত থকা নাই। আন আন মানুহৰ লগতে তেৱোঁ জিল্ নৰমেণ্ডৰ চৰাত একাষে বহি পৰিল। কজেটে ইমান পৰ ভেলজঁৰে কথা পতা নাছিল! ভেলজঁৰ চকুত পৰা মাত্ৰকে তাই সাউৎকৰে উঠি তেওঁৰ কাষ পালেগৈ। বুঢ়াক সাবটি ধৰি দুষ্টালিৰ হাঁহিমাৰি আতৌ পুতৌ কৈ প্ৰশ্ন কৰিলে "এতিয়া তোমাৰ ভাল লাগিছেনে?" ভেলজঁই উত্তৰ দিলে "লাগিছে।" "তেন্তে হাহাঁ আকৌ।" ভেলজঁই হাঁহিবলৈ ধৰিলে। সুখে সুখৰ লগ বিচাৰে। এনেতে খোৱাৰ জাননী পৰিল। সকলো খাবলৈ উঠিল। মেৰিয়াছ গল, জিল্ নৰমেণ্ড গল; কজেট গল, আলহী দুলহী বন্ধু-বান্ধৱ সকলো খাবলৈ গল।



কেৱল নগল জঁ-ভেলজঁ। তেওঁ আঙুলিৰ বিষত জ্বৰ উঠিছে বুলি কোনোবা এটাৰ আগত বাতৰি পঠিয়াই জিল্ নৰমেণ্ডৰ ঘৰৰ পৰা গুচি আহিল। ভোজৰ পাতত বাপেকক নেপাই কজেটৰ মনত বেজাৰ লাগিল। কিন্তু আনন্দৰ মহা দুকুল-ডকা দিনত এনে সৰু সুৰা দুখৰ ঠাই ক'ত? কজেট আৰু মেৰিয়াছে সেই সময়ত আনন্দৰ এনে উচ্চশিৰত উঠিছিল গৈ যে তাৰ পৰা দূৰ দূৰনিৰ সৰু খলা বমা অকণো ধৰিব নোৱাৰিলে। খোৱা-বোৱাৰ পাছত নাচ-গান হল। নাচ-গানৰ শেষত সকলো ঘৰাঘৰি গল। দৰা-কন্যা শতেক শুভইচ্ছা শিৰত লৈ ভিতৰ সোমাল। ক্ষন্তেকৰ পাছতে ৰঙ-ধেমালিৰ সকলো ধুমুহা মাৰ গল, গোটেই খন নিজম্ হৈ পৰিল। তেতিয়া মাজ নিশা। মাজ নিশাৰ অলপ পাছতে জিল্ নৰমেণ্ডৰ বিলাসভবন দেৱতাৰ পবিত্ৰ মন্দিৰত পৰিণত হৈ পৰিল। ইয়াতে আমি ৰৈ পৰোঁ। আৰু আগবাঢ়িব নোৱাৰোঁ। কাৰণ এই পূত পৱিত্ৰ স্থানত প্ৰবেশ কৰিবৰ অধিকাৰ আমাৰ নাই। পৰিণয়ৰ বাতি মঙ্গল কামনা কৰিবলৈ প্ৰজাপতি নিজে আহি নৱদম্পতীৰ দুৱাৰ দলিত থিয় দিয়েহি। প্ৰেম যজ্ঞৰ পৱিত্ৰ বেদীৰ কাষত ভাষা ঢুকাই যায়, মন অলৌকিক ভাবত দোঁ খাই পৰে।

জঁ ভেলজঁ আহি তেওঁৰ ঘৰ সোমাল। মনটো বিষাদৰ ডাৱৰে ছানি পেলাইছে। ভিতৰ সোমাই ভেলজঁই এডাল মমবাতি জ্বলাই বিছনাৰ ওপৰত বহি পৰিল। সেই একেই ঘৰ একেই দুৱাৰ; তথাপি এটাইবোৰ নতুন যেন লাগিল। গোটেই ঘৰখন যেন উদঙ। নিজৰ ভৰিৰ শব্দতে নিজে চক্‌খাই উঠিল। তেওঁ লাহেকৈ উঠি বিছনাৰ ওচৰত থকা আলমাৰিটোৰ কাষ পালেগৈ। আলমাৰিটো মেলি কাপোৰৰ টোপোলা এটা আনি তাৰ পৰা কিছুমান কাপোৰ উলিয়ালে। এই কাপোৰ খিনিকে পিন্ধি আজি দহ বছৰৰ আগতে কজেট মফেয়াৰ মেলৰ হোটেলৰ পৰা তেওঁৰ লগত গুচি আহিছিল। জোতা, মোজা, ছোলা ৰুমাল আটাইবোৰ আছে। জোতা যোৰ কজেটৰ

সৰু ভৰি কেইটিত এতিয়াও খাব। মোজা যুৰি দীঘলে ভেলজঁৰ হাত খনতকৈ বেছি দীঘল নহয়। মোজাযুৰিত কজেটৰ ভৰিৰ সাঁচ এতিয়াও বাকৈকে ধৰিব পাৰি। এই বস্তুখিনিৰ আটাইবোৰেই ক'লা ৰঙৰ। ভেলজঁই মফেয়াৰ মেললৈ যাওঁতে নিজে এই বোৰ কজেটলৈ বুলি কিনি লৈ গৈছিল। তেওঁ বিছনা খনৰ ওপৰত বস্তুবোৰ ঠায়ে ঠায়ে সজাই গল। ভেলজঁই সাজটো ঘূৰাই-পকাই চাবলৈ ধৰিলে। কজেট তেতিয়া ওখই কিমান খিনি আছিল, তাই কেনেকৈ কাষত পুতলাটো লৈছিল, কোনটো জেপত তেওঁ খৃষ্টমাছৰ ৰাতি দিয়া লুই মোহৰটো লৈ ফুৰিছিল, কেনেকৈ হাঁহি হাঁহি হোটেল এৰি তাই তেওঁৰ লগত গুচি আহিছিল, এটা-এটাকৈ তেওঁ সকলো কথা কালিক আজি কৰি চকুৰ আগত আঁকিবলৈ ধৰিলে। তেতিয়া যে কজেটৰ তেওঁৰ বাহিৰে আপোন বুলিবলৈ পৃথিবীত কেও নাছিল। চাওঁতে চাওঁতে বুঢ়াৰ দেখিলেই ভক্তি হোৱা পকা মূৰটো বিছনাত পৰি গ'ল। কজেটৰ কাপোৰকানিখিনিত তেওঁ মুখখন পুতি পেলালে। কোনোবাই তেতিয়া ওপৰ মহলাত অহা-যোৱা কৰা হলে গম পালেহেতেন তলৰ কোঠাত কোনোবাই বিষমভাৱে ফেকুঁৰি উঠিছে। ভেলজঁই গোটেই ৰাতি যুজ কৰিয়ে কটালে। এই যুজেই তেওঁৰ মনত জীৱনৰ শেষ যুজ যেন লাগিল। তেওঁ নিজক নিজে সুধিলে—কজেট আৰু মেৰিয়াছৰ এই সুখ আনন্দ তেওঁ কেনেভাৱে গ্ৰহণ কৰিব লাগিব? কজেটৰ সুখ আৰু আনন্দই তেওঁৰ জীৱনৰ যে লক্ষ্য আছিল। তেওঁৰ জীৱনৰ লক্ষ্য ভেদ হল। তেওঁ কজেটক সুখী কৰিলে। এতিয়া তেওঁ কি কৰিব? কজেটে মেৰিয়াছক বিচাৰিছিল, তেওঁ মেৰিয়াছক আনিদিলে। মেৰিয়াছ এতিয়া কজেটৰ; কজেট এতিয়া মেৰিয়াছৰ। সিহঁতে সকলো পাইছে, প্ৰেম-প্ৰতিদান সকলো হৈছে; আন কি ধনসম্পত্তিও যথেষ্ট চাপিছে। সকলোবোৰ যে তেওঁ নিজ হাতেই কৰি দিছে। কজেট মেৰিয়াছে এখনি শান্তিৰ ৰাজ্য পাতিছে; তেওঁ এতিয়া তাত সোমোৱা উচিত



নে? তেওঁ যে পলৰীয়া কয়দী। তেওঁ সোমালে যে শান্তিৰ ৰাজ্যখনি ছাৰখাৰ হৈ যাব। কিন্তু নোসোমালেও যে নোৱাৰে। কজেট যে তেওঁৰ প্ৰাণৰ প্ৰাণ! কজেট নহলে যে তেওঁ এখন্তেকো জীয়াই নেথাকে। কিয়? তেৱেঁই যে কজেটক নি নিজ হাতে মেৰিয়াছৰ হাতত সঁপি দিছে। কজেটৰ সুখেই যে তেওঁৰ জীৱনৰ চৰম উদ্দেশ্য আছিল। কজেটৰ সুখৰ কাৰণে তেওঁ জানি-শুনিও যে নিজক বিলাই দিছে। তেন্তে কজেটৰ সুখ তেওঁৰ অসহনীয় কিয়? নহয়। কজেটৰ সুখ হক; কজেটৰ সুখেই তেওঁৰ প্ৰাণৰ চেষ্টা, হৃদয়ৰ পুৰুষাৰ্থ, মনৰ প্ৰবল ইচ্ছা। কজেটৰ ওপৰত তেওঁৰ স্বত্ব কোনেও কাঢ়ি নিব নোৱাৰে। তেওঁ কজেটৰ সেই একে বাপেকেই থাকিল। তেওঁৰ কজেট আছে যেতিয়া কিহৰ বেজাৰ, কিহৰ দুখ? তেন্তে? তেন্তে তেওঁ লুপ্ত অতীতক ভবিষ্যতলৈ টানি নিব লাগিব; কোনেও তেওঁৰ অতীত কাহিনীৰ এটি কথাও ঘুণাক্ষৰেও গম পাব নালাগিব। তেওঁ মুখত মুখা পিন্ধি কজেট মেৰিয়াছৰ লগতে সেই সুখৰ জুহালৰ কাষত বহি জুই ফুৱাব। তেতিয়া তেওঁৰ অশান্তি নেথাকে নহয়? নেথাকে নে থাকিব? তেওঁৰ মুখা পিন্ধাটো উচিত হবনে? তেওঁ কয়দীৰ শিকলি পিন্ধা ভৰিৰে সেই গৌৰৱপূৰ্ণ নিষ্কলঙ্ক চ'ৰাত ঠিয় দিয়াটো ন্যায় হবনে? এই সৰল-হৃদয় পৱিত্ৰ প্ৰাণী দুটিৰ হাত কেখনি তেওঁৰ কলঙ্কিত হাতেৰে সাবটি ধৰা উচিত হবনে? ইহঁতৰ উজ্জ্বল ভাগ্য আকাশত তেওঁৰ পোৱাকপলীয়া ভাগ্যৰ ডাৱৰ পেলাই দিয়াটো উচিত হবনে? নহয়, নহয়, এশবাৰ নহয়। তেনেহলেযে কজেটৰ সুখৰ লতাডালি হঠাৎ কোনোবা দিনা শুকাই পৰিব। সেইটো হবলৈ তো তেওঁ দিব নোৱাৰে। সেয়ে হব লাগিলে তেওঁ অতবোৰ কৰি নকৰি কৰিলে কি? তেনেহলে তেওঁ কি কৰা উচিত? তেনেহলে তেওঁ কৰা উচিত—কজেটক সুখী হবলৈ এৰি দি নিজক বিসৰ্জ্জন দিয়া। নিজে থাকিবলৈ গলে তেওঁ কজেটৰ পৰা আঁতৰি থাকিব নোৱাৰে। কজেটৰ ওচৰত থাকিলে কজেটৰ

ধ্বংস অনিবাৰ্য্য। এইদৰে ভাবোঁতে ভাবোঁতে গোটেই ৰাতিটো তেওঁ উজাগৰেই শেষ কৰিলে। যেতিয়া তেওঁৰ ভাৱনা শেষ হয়, তেতিয়া পুৱা ৯ বাজিল। তেওঁ বিছনাত পৰি থাকোঁতে মানুহে দেখা হলে মৰা নে জীয়া, একো ঠিক্ কৰিব নোৱাৰিলে হেতেঁন। ভাবনাৰ অন্তত যেতিয়া তেওঁ একেচাবে উঠি কজেটৰ কাপোৰ খিনিত ওপৰা-উপৰিকৈ চুমা খাবলৈ ধৰিলে তেতিয়াহে তেওঁক জীয়াই থকা যেন দেখা গল।

---

## চতুৰ্বিংশ অধ্যায়

নৰদম্পতীৰ সুখৰ দীঘল ঘুমটিলৈ সন্মান জনাই বাহী বিয়াৰ দিনা জিল নৰমেণ্ড ভৱন দুপৰ বেলিকালৈকে নিজঞ্জাল। নিজৰ নিজৰ কোঠাত সকলো নিশাৰসাৰ হৈ পৰি আছে। দুপৰৰ আগ ভাগতে জঁ-ভেলজঁ আহি জিল্ নৰমেণ্ডৰ ঘৰ ওলাল। তেতিয়াও চৰাত মানুহ বহাহি নাই। লগুৱা এটাৰ আগত মেৰিয়াছলৈ বাতৰি দি বুঢ়া বাহিৰতে ঠিয় দিলে। বুঢ়াৰ চকু এনেয়ে গাতত সোমোৱা তাতে নিশাৰ নিশাটো উজাগৰে থকাত আৰু সোমাই পৰিছিল। অলপৰ পাছতে হাঁহি মুখ, নিজম কপাল আৰু তিৰ্ বিৰ্ চকুৰে মেৰিয়াছ আহি বুঢ়াৰ আগত ঠিয় দিলেহি। মেৰিয়াছৰো ৰাতি টোপনি নাই। বুঢ়াক অভ্যৰ্থনা কৰি মেৰিয়াছে মাত লগালে—"দেউতা দেখোন বৰ সোনকালে আহিল? এতিয়া বাৰহে বাজিছে; কজেট শুয়ে আছে।" মেৰিয়াছ আৰু ভেলজঁৰ ভিতৰত ইমানদিন অপ্ৰীতিৰ এটা বৰ ওখ ঢাপ পৰি আছিল। আজি আনন্দৰ কোবাল সোঁতত সেই ঢাপ খহি তাৰ চিন্-চাবো নাইকিয়া হৈ গল। সি আপোনপাহৰা হৈ কৈ গল "আপোনাক লগ পাই মোৰ বৰ ৰঙ লাগিছে। কালি ভোজৰ ঘৰত নেদেখি কিমান দুখ পালোঁ। হাতখন কেনে পাইছে? ভাল হৈছে, নহয়নে? কজেটে মযে কালি আপোনাৰ কথাকে পাতিছিলোঁ। তাই সে আপোনাক কিমান ভাল পায়। আপুনি নেপাহৰিব আপুনি আহি আজিৰ পৰা আমাৰ লগত থাকিবলৈ লব লাগিব। নহলে আমি নেৰোঁ। কজেটৰ লগত আপোনাৰ কাজিয়া হৈ যাব। ককাদেউতাৰ লগত আপুনি বৰ ৰঙেৰে সময় নিয়াব পাৰিব। মই কাছাৰীলৈ গলে আপুনি কজেটক হাতত ধৰি তাহাঁনিখন লক্সেম্বাৰ্গত ফুৰাবলৈ নিয়াদি ফুৰাবলৈ লৈ যাব। অ, আপুনি আজি ইয়াতে খাব লাগিব।"

ভেলজঁই মাত দিলে—"মই আপোনাক কথা এটা কৈ যাবলৈহে আহিলোঁ। মই এটা ডাগী চোৰ।" কথা বিশ্বাস কৰিবলৈ মনৰ যেনেকৈ এটা সীমা আছে, কথা শুনিবলৈকো কাণৰো তেনেকৈয়ে এটা সীমা আছে। "মই এটা ডাগী চোৰ" এই কথাষাৰ মেৰিয়াছৰ কাণত সোমাইও নোসোমাল। মেৰিয়াছে শুনিলে, বুঢ়াই কথা এষাৰ কৈছে; কিন্তু কি কথা সি শুনা নাই; বুজা নাই। সি মুখ মেলি অবাক হৈ ৰৈ থাকিল। ভেলজঁই তেওঁৰ হাতৰ আঙুলিৰ বান্ধ সোলোকাই মেৰিয়াছক আঙুলিটো দেখুৱাই কলে—"মোৰ আঙুলিত একো হোৱা নাছিল। আপোনাৰ বিয়াৰ কিছুমান কামৰ পৰা আঁতৰি থকা মোৰ উচিত আছিল। মই ছল—চক্ৰান্ত কৰি আঁতৰি থাকিলোঁ। আঙুলিৰ ঘা মোৰ ফাকি। নহলে মই বিয়াৰ দলিল-পত্ৰত ছহি কৰি দলিলখন আইন-বিৰুদ্ধ কৰিব লগাত পৰিলোঁহেঁতেন।" "তাৰ মানে?" "মানে মই ফাটেক খাটিছিলো।" "আপুনি দেখিছোঁ মোক বলিয়া কৰিব।" "মছিঅ'ৰ পণ্টমাৰ্ছি মই ডকাইতি কৰি ১৯ বছৰ কাৰাবাসত পৰিছিলোঁ। তাৰ পাছত দ্বিতীয়বাৰ ডকাইতি কৰাৰ দোষত মোৰ যাবজ্জীৱন কাৰাদণ্ড হয়। বৰ্ত্তমান মই পলৰীয়া কয়দী।" মেৰিয়াছে বিশ্বাস নকৰিবলৈ প্ৰাণপণে চেষ্টা কৰিলে; কিন্তু তাৰ চেষ্টা কামত নেলাগিল, সি ঘাটি খাবলৈ বাধ্য হল। সি যেন কিবা এটা নুবুজা কথা বুজিব পাৰিলে, আৰু সিও যেন অতিমাত্ৰাত। নিমিষৰ ভিতৰতে ভাগ্য আকাশ জুৰি তাৰ চকুৰ আগত কঠোৰ নিয়তিয়ে সংহাৰ মূৰ্ত্তিৰে দেখা দিলেহি। সি ভয়ত ছুখোজ পাছ হুঁহকি উত্তৰলভাৱে কবলৈ ধৰিলে "কক, কক্; নৰব। আপুনি কজেটৰ পিতাক!" ভেলজঁই ধীৰ স্থীৰ গম্ভীৰ কণ্ঠেৰে উত্তৰ দিলে—"মোৰ নিচিনা মানুহৰ শপত আইনে গ্ৰাহ্য নকৰে। তথাপি আপোনাক বিশ্বাস কৰিবলৈ অনুৰোধ কৰিলোঁ। আপুনি বিশ্বাস কৰক। মই কজেটৰ পিতাক? ঈশ্বৰ সাক্ষী! মই কজেটৰ পিতাক নহও। মছিঅৰ লা বেৰণ পণ্টমাৰ্ছি। মই ফেভৰাল্‌ছৰ এটা নিমাখিত হজুৰা। কাঠ কাটি জীৱিকা নিৰ্ব্বাহ কৰিছিলোঁ। মোৰ নাম ফেকৃলভেণ্ট



নহয়—জঁ ভেলজঁ। মই কজেটৰ একো নহওঁ। আপুনি মোক বিশ্বাস কৰক। তাৰ প্ৰমাণ? মই কৈছোঁ যেতিয়া ময়ে তাৰ প্ৰমাণ।" মেৰিয়াছে ভেলজঁৰ ফালে চাই পঠিয়ালে। তেওঁৰ মুখ মলিন; অথচ নিৰ্ভীক, প্ৰশান্ত এনে নিৰ্ভীকতাত আৰু প্ৰশান্ততাত অসত্যই ঠাই পাব নোৱাৰে। "মই বিশ্বাস কৰিলোঁ।" জঁ-ভেলজঁই কবলৈ ধৰিলে—"মই কজেটৰ কি? সংসাৰ পথত ক্ষন্তেকলৈ লগ পোৱা এটা পথিক মাথোন; আৰু একো নহওঁ। দহবছৰৰ আগতে কজেটৰ অস্তিত্ব সম্বন্ধেও মোৰ কোনো ধাৰণা নাছিল। সঁচা, মই তাইক বৰ ভাল পাওঁ। কিয় জানেনে? বুঢ়া মানুহে কেচুৱাৰে পৰা দেখা লৰা ছোৱালীহঁতক ভাল পায়। তাই মাউৰী আছিল, বাপেকো নাই, মাকো নাই। তাইৰ মোক লগা হৈছিল। সেই হে মই তাইক বুকত আঁকোৱালি ধৰিলোঁ। আজি ইমানদিন তাইৰ হাতত ধৰি বাট বুলি আহিছিলোঁ, আৰু নহয়। আজিৰ পৰা তাইৰ লগত মোৰ এৰাএৰি। আমি দুয়ো আজিৰ পৰা বেলেগ পথৰ পথিক। তাই এতিয়া বেৰনেছ পণ্টমাৰ্ছি, আৰু মই—? সেই যে ছয়লাখ ফ্ৰাঁ যৌতুক, সেই বিষয়ে আপোনাৰ মনত সন্দেহ হব পাৰে; সন্দেহৰ কোনো কাৰণ নাই। কজেটলৈ বুলি সেই ধন মোৰ হাতত থৈ গৈছিল। কোনে থৈ গৈছিল—তাক জানিবৰ কোনো সকাম নাই। তাইৰ ধন তাইক ঘূৰাই দিছোঁ। আৰু মোৰ কব লগা নাই।" "মোক এইবোৰ কথা কবৰ কি সকাম আছিল? কোনে আপোনাক বল কৰিছিল? নিজৰ গুপুত কাহিনী নিজতে গুপুত ৰাখিব পাৰিলেহেঁতেন। আপোনাকতো এতিয়া কোনেও বিচাৰি ফুৰা নাই, খেদি ফুৰা নাই, পিছ লোৱা নাই।" "কিয় কলোঁ মই? আপুনি কৈছে—কোনেও মোক বিচাৰি ফুৰা নাই, খেদি ফুৰা নাই, পিছ লোৱা নাই। নহয়, লৈছে। মোৰ পিছ লৈছে, মোক বিচাৰি ফুৰিছে, খেদি ফুৰিছে। কোনে? মই নিজে। মই নিজে নিজক খেদি ফুৰিছোঁ, নিজে নিজক গ্ৰেপ্তাৰ কৰিছো; নিজে নিজক নি ফাচি কাঠত তুলি দিছোঁ। নিজে নিজক যেতিয়া ধৰে, তেতিয়া আৰু এৰাবৰ উপায় নাই। এই বান্ধি

বৰ টান বান্ধ।" এই বুলি বুঢ়াই নিজৰ ডিঙিটোত খামোচ মাৰি ধৰি মেৰিয়াছৰ কাষলৈ টানি লৈ গৈ কলে—"চক এই খামোচৰ পৰা মই এৰাই যাব নোৱাৰিমনে? পাৰিম। কিন্তু বিবেকৰ হাত সম্পূর্ণ বিভিন্ন হাত, তাৰ হাতৰ পৰা এৰাবৰ সাধ্য মোৰ নাই। যদি সুখী হব খোজে কৰ্ত্তব্য চিনি নলব। যেতিয়াই কৰ্ত্তব্য চিনিব, তেতিয়াই সকলো শেষ। মানুহে কয়, কৰ্ত্তব্য চিনা এটা শাস্তি। কিন্তু মই কওঁ, ই শাস্তি নহয়। কৰ্ত্তব্য চিনাৰ উপযুক্ত পুৰস্কাৰ আছে। কৰ্ত্তব্যই আপোনাক নৰকত পেলাব পাৰে সচাঁ, কিন্তু নৰকতো আপুনি ঈশ্বৰৰ উপস্থিতি অনুভৱ কৰিব পাৰিব। যেই কৰ্ত্তব্য চিনিব, সেই সুবিমল শান্তি নামি আহিব। মছিঅৰ পণ্টমাৰ্ছি। মই ঠগ নহওঁ; প্ৰবঞ্চক নহওঁ; অতি সৰল মানুহ। আজি আপোনাৰ চকুত মই বহুতো তললৈ নামি গৈছোঁ যদিও নিজৰ চকুত মই ক্ৰমান্বয়ে ওপৰলৈ উঠি গৈ আছোঁ। মই কাৰাদণ্ড দণ্ডিত ঘৃণ্য দস্যু হলেও বিবেকৰ আজ্ঞাধীন। মই মোৰ কথা ৰাখিব পাৰিলোঁ, ইয়াতকৈ মোৰ আৰু সন্তোষৰ কথা কি হব পাৰে! মছিঅৰ পণ্টমাৰ্ছি! এই বুঢ়া মূৰৰ ওপৰেদি জীৱনৰ বহুতো ধুমুহা পাৰ হৈ গৈছে, মই সেইবোৰ" বুঢ়া অলপ থমকি ৰল। সেপ ঢুকি লৈ আকৌ কলে—"যাৰ মূৰৰ ওপৰত বিপদৰ এনে গধুৰ শিল পৰোঁ পৰোঁ হৈ আছে আনক অতৰ্কিত ভাৱে সেই বিপদৰ ভাগী কৰিবলৈ তাৰ কোনো অধিকাৰ নাই। ফেকল্‌ভেণ্টে মোক তাৰ নাম ধাৰে দিব পাৰে, কিন্তু সেই নাম ধাৰ কৰিবলৈ মোৰ কি স্বত্ব আছে? নামেই মানুহ, মানুহেই নাম। মিছানামৰ সচাঁৰকাঠি লৈ সতৰ্কিত শঙ্কিত ভাৱে সমাজৰ তলা মেলি সৰল নিৰ্ম্মল মানৱৰ লগত দিন কটোৱাতকৈ আৰু ঘৃণনীয় কথা কি হব পাৰে? তেজ মঙহকো মিছা কৰি ভেশচন কৰাতকৈ আৰু কি লাজৰ কথা আছে? তাতকৈ নিজে নিজে আচুৰি-বাকুহি বুকু ফালি নিজৰ তেজ নিজে পি থকাই বহুত বহুত ভাল। সেইহে মই স্বইচ্ছাৰে আহিছোঁ আপোনাক মোৰ পৰিচয় দিবলৈ।" বুঢ়াই বৰ কষ্টেৰে উশাহ টানিলে। উশাহৰ গতি থিৰ হোৱাৰ পাছত আকৌ



আৰম্ভ কৰিলে "প্ৰথমতে পেটৰ পোৱণিত তত নেপাই ৰুটি চুৰ কৰিছিলোঁ। জীয়াই থাকিবলৈ বুলি। আজি কিন্তু জীয়াই থাকিবলৈ নাম চুৰ নকৰোঁ।" "জীয়াই থাকিবলৈ? জীয়াই থাকিবলৈ সেইটো নামৰ দৰ্কাৰ নাই।" বুজিছোঁ, বুজিছোঁ" বুলি বুঢ়াই তেওঁৰ দোঁখাই পৰামূৰটো ঢুপিয়াই ঢুপিয়াই বলিয়াৰ দৰে তলংভটং কৰি ঘূৰাবলৈ ধৰিলে। অলপ পৰ নিমাত নিতাল হৈ থাকি মেৰিয়াছৰ কাষচাপি মাত দিলে "মই একো নকলোঁ, ভাল কথা, মই জঁ ভেলজঁ নহৈ মছিঅ'ৰ ফেকল্‌ভেণ্ট হৈয়েই থাকিলোঁ; মই আপোনালোকৰ ঘৰৰে এটা হৈ পৰিলোঁ। নাচে-ভোজে গানে-ভাৱনায় মই সদায় আপোনালোকৰ লগত। পাছত, পাছত? এদিন হঠাৎ পুলিছে আহি টেটুত টেপা মাৰি ধৰি লৈ গল; তেতিয়া?" "তেনে কথা কিয় কয়?" "নহয়, মই কৈ ভালেই কৰিলোঁ। আপোনাৰ সুখ হক। আপোনালোক অমিয়া-পুৰীত থক। এটা ঘৃণিত নগণ্যপ্ৰাণীৰ আত্মপ্ৰকাশৰ কথা ভাবি মনত দুখ নিদিব। এটা পাষণ্ড মই, আপোনাৰ আগত ঠিয় হবৰো যোগ্য নহওঁ।" মেৰিয়াছ থিয় হৈ ভেলজঁৰ ফালে হাত আগবঢ়াই দিলে; কিন্তু ভেলজঁৰ হাত আগবাঢ়ি নাহিল। মেৰিয়াছে নিজেই ভেলজঁৰ হাতখন দাঙি ললে। ভেলজঁৰ হাত তেতিয়া শিল যেন চেচাঁ। হাতখন দাঙি লৈ মেৰিয়াছে কলে, "ককাদেউতাৰ বহুতো বন্ধু আছে, মই আপোনাৰ দোষ ক্ষমা কৰাম।" "কোনো দৰ্কাৰ নাই। মই আজিৰ পৰা মৰা। সেয়ে যথেষ্ট। মৰামানুহক পুলিছে ধৰিবও নোৱাৰে শাস্তিও দিব নোৱাৰে। মৰামানুহ নীৰলে গেলি-পচি যাব। ক্ষমা আৰু মৃত্যু একে কথা।" বুঢ়াই মেৰিয়াছৰ হাতৰ পৰা নিজৰ হাতখন এৰুৱাই আনি ধীৰ-গম্ভীৰ ভাৱে কৈ গল, "কৰ্ত্তব্য, কৰ্ত্তব্যই মোৰ প্ৰধান বন্ধু। কৰ্ত্তব্যই মোৰ শেষ আশ্ৰয়। মোক এটি ক্ষমা লাগে; সেই ক্ষমা মোৰ বিবেকৰ ওচৰত।" এনেতে কোঠাৰ দুৱাৰ মেল্ খালে। কজেটৰ সৰু মূৰটিয়ে দুৱাৰৰ মাজেদি ভুমুকি মাৰিলে। তাইৰ চুঁলিতাৰ ধুনীয়াকৈ আউলি-জাউলি হৈ আছিল।

চকুযুৰি তেতিয়াও টোপনিৰ ভৰত উখহা। চৰায়ে বাহৰ পৰা মূৰ উলিওৱাদি দুৱাৰৰ মাজেদি মূৰ উলিয়াই কজেটে হাঁহি হাঁহি মাত দিলে। হাঁহিটি নতুনকৈ ফুলি অহা এপাহি গোলাপ ফুলৰ পৰাহে যেন আহিছিল। "মই বাজি ৰাখিম তোমালোকে ৰাজনীতিৰ কথা পাতিছা। মোৰ ওচৰলৈ নগৈ ইয়াত এইদৰে ৰাজনীতিৰ কথা-পতা তোমালোকৰ বৰ ডাঙৰ অপৰাধ।" জঁ ভেলজঁ শিয়ৰি উঠিল। মেৰিয়াছে থোকা-থুকিকৈ মাত দিলে, "কজেট"। আৰু একো কব নোৱাৰিলে। মেৰিয়াছ আৰু ভেলজঁৰ মুখ শুকাই আহিল, যেন দুয়ো সচাকৈয়ে কিবা এটি ডাঙৰ জগৰৰ জগৰীয়া। কজেটে চোৰ ধৰা পেলালে। চকুত স্বৰ্গৰ জেউতি লৈ বিজয়দৰ্পে কবলৈ ধৰিলে, "মই তোমালোকক হাতে হাতে ধৰা পেলাইছোঁ, পিতাই "বিবেকে কৰ্ত্তব্য কৰিছে" বুলি কোৱা মই তেও শুনিলোঁহে। সেইবোৰ ৰাজনীতিৰ কথা। সেইবোৰ কথা মই ইয়াত পাতিবলৈ নিদিওঁ। বিয়াৰ পাছদিনাই ৰাজনীতিৰ কথা উলিওঁৱা কোনো মানুহৰ উচিত নহয়।" মেৰিয়াছে উত্তৰ দিলে "নহয়, কজেট! আমি কাৰবাৰৰ কথা পাতিছোঁ। আমি তোমাৰ ধনখিনিনো কি কাৰবাৰত লগাব পাৰোঁ তাকেহে পৰামৰ্শ কৰিছোঁ।" "তোমালোকে মোক ভিতৰলৈ নেমাতিলা। মই গলে বেয়া পাৱা যেন দেখিছোঁ। তেও মই যাম।" ভেলঁজই এটা কথাও নকলে। কজেটে ভেলজঁৰ ফালে চাই কবলৈ ধৰিলে—"প্ৰথমতে পিতা। তুমি মোৰ কাষলৈ আহি মোক চুমা এটি দিয়াঁহি। তুমি মোৰ হৈ মাতিবা ছাৰি, মোক কথা একাষাৰো সোধা নাই। এনেকুৱা পিতানো কৰবাত থাকিব পাৰে নে? আহাঁ মোক ততালিকে চুমা দিয়াঁহি।" কজেট ভেলজঁৰ ফালে আগবাঢ়ি গল। ভেলজঁও এখোজ আগলৈ আহিল। কজেটে কপালখন আগবঢ়াই দিলে, ভেলজঁই কজেটক এটা চুমা দিলে। কজেটে পিছহুঁহকি মাত দিলে—"পিতা। তোমাৰ গা ইমান চেচা! হাতখন বিষাইছিল? হাত ভাল হল।"

"ৰাতি টোপনি অহা নাই?" "আহিছিল।" "মনত বেজাৰ কৰিছা?"



"নাই কৰা।" "দিয়াঁ, মোক আকৌ চুমা দিয়াঁ। দিয়াঁ। তোমাৰ গা মূৰ ভালে থাকিলে, তুমি ভালকৈ শুলে খালে, ৰঙ মনে থাকিলে মই তোমাক কেতিয়াও খং নকৰোঁ।" ভেলজঁই আকৌ কজেটৰ কপালত চেনেহৰ নিৰ্মালি চুমাৰ ফোট থাপি দিলে। কজেটৰ কপালখনি স্বৰ্গীয় জ্যোতিৰে জ্যোতিৰ্ম্ময় হৈ আছিল। "হাঁহাঁ, পিতা!" জঁ ভেলজই আদেশ পালন কৰিলে, কিন্তু সেই হাঁহি মানুহৰ হাঁহি যেন নেলাগিল। "মই এতিয়া ইয়াতে থাকিম।" মেৰিয়াছে মাত লগালে "নহয় আমাৰ অলপ কাম আছে।" "বাৰু, মই গুচি যাম। তুমি একেবাৰে বাঘৰ দৰে গুজৰি উঠিছা। পিতা, তুমি মোৰ হকে একো নেমাতা। তুমি, পিতা আৰু তুমি দুয়ো চোৰ। ৰ'বাঁ, মই ককাদেউতাক লগাই দিওঁগৈ।" কজেট কোঠাৰ বাহিৰ ওলাল। কিন্তু মুহূৰ্ত্তৰ পাছতে আকৌ তাইৰ গোলাপ পাহিৰ নিচিনা সুন্দৰ মুখখনিয়ে দুৱাৰৰ মাজেদি বিজুলী মাৰিলে। তাই কৈ গল, "মোৰ হলে খঙ উঠিছে!" দুৱাৰ বন্ধ হল। মেৰিয়াছে নিজে নিজে কৈ গল "কজেট, যেতিয়া তুমি শুনিবা!" কথাষাৰ কাণত পৰা মাত্ৰকে ভেলঁজ চক খাই উঠিল। মেৰিয়াছৰ কাষ চাপি কবলৈ ধৰিলে "সচা, সচা, সচা! আপুনিটো কজেটক কবই। এটা কাম কৰিবলৈ এটা মানুহৰ গাত যথেষ্ট বল থাকিব পাৰে, কিন্তু সেই বুলি আন এটা কাম কৰিবলৈকো যে বল থাকিব এনে নহয়। মেৰিয়াছ! মই আপোনাক খাটিলোঁ, শপত খক-এইবোৰ কথা কজেটৰ কাণত নেপেলাব। ফাটেকিয়াল! ফাটেকিয়াল কি? আপুনিতো তাইক বুজাই কব লাগিব! উস! তাহানি তাই এদিন এজাক ফাটেকিয়াল দেখিছিল। তাই ভয়ত,—হে প্ৰভু?" দুইহাতে মুখ ঢাকি ভেলজঁ অথিৰ অবিৰ হৈ চকি এখনত বহি পৰিল। কান্দোনৰ শব্দ শুনা নগল যদিও, তেওঁৰ বাউসী দুটা উঠা নমা কৰাৰ পৰা বুজিব পৰা গল যে তেওঁ কান্দিছে। অবাক চকু পানীয়ে হিয়া ভাঙি দিয়ে। মেৰিয়াছে মাথোন শুনিলে ভেলজই কান্দি-কান্দি কৈছে, "অঃ প্ৰভু, মোক এতিয়াই মাৰি নিয়াঁ।" মেৰিয়াছে ওচৰ চাপি মাত দিলে-"আপুনি চিন্তা নকৰিব,

মই কজেটক একো নকওঁ। কিন্তু সেই যৌতুক ধনৰ কথা নোকোৱাকৈ নোৱাৰিম। এই ধন আপোনাৰ এলেকাত গচ্ছিৎ আছিল। আপোনাক তাৰ বাবে নিশ্চয় কিবা এটা দিব লাগিব। আপুনিয়ে কক, কিমান দিব লাগিব। বেছিকৈ কবলৈ একো ভয় নকৰিব।" ভেলজঁই যাবলৈ উঠি ধীৰে ধীৰে মাত দিলে "অশেষ ধন্যবাদ! মোক একো নেলাগে। কিন্তু মই আৰু কজেটক দেখা কৰা বোধ কৰো উচিত নহব। আপুনি বেয়া নেপালে মই তাইক চাবলৈ মাজে মাজে আহিব খোজোঁ। মোৰ হেপাহ, তাইক মই একো একোবাৰ চকু-ফুৰাই চাই যাম। কজেটক চাবলৈ ইচ্ছা নকৰা হলে মই আত্ম প্ৰকাশ নকৰিলোঁহেতেন, পলাই গুচি গলোঁ-হেতেন। কিন্তু য'ত কজেট আছে, ময়ো ত'তে থাকি তাইক চাই থাকিবলৈ আশা কৰিহে সকলো কথা কৈ দিলোঁহি। আপুনি অনুমতি দিলে মই আহিম; আহি তাইক চাই যামহি। তাইৰ লগত মই বেছি পৰ নেথাকোঁ। মছিয়ৰ মেৰিয়াছ! মোৰ বৰ ইচ্ছা, বৰ হেঁপাহ, তাইক অকণমান চাই যামহি। আপুনি যেতিয়াই যিমান দিনৰ মূৰত আহিবলৈ দিয়ে মই তেতিয়াই সিমান দিনৰ মূৰতেই আহিম—তথাপি তাইক চাবলৈ পালেই মোৰ হিয়া জুৰাই যাব।" "আপনি নিতৌ-গধূলি গধূলি আহিব পাৰে। কজেটেও আপোনাৰ নিমিত্তে বাট চাই থাকিব।" "আপোনাৰ কৰুণা।" মেৰিয়াছে ভেলজঁক নমস্কাৰ জনালে। সুখ নিৰাশাৰ পাছে পাছে দুৱাৰ মুখ পালেহি। দুৱাৰ-দলিত দুয়ো ফটাফটি হল। আকুল চিন্তাই মেৰিয়াছৰ মন আন্ধাৰ কৰি পেলালে। ভেলজঁৰ গচ্ছিত সম্পত্তি ঘূৰাই দিয়া আৰু আত্ম-কাহিনী প্ৰকাশ কৰাৰ মহত্ত্বই মেৰিয়াছৰ মনৰ অন্ধকাৰ পাতলাই দিলে যদিও নিমিষৰ পাছতে সেই এন্ধাৰ আকৌ গহীন হৈ পৰিল। মেৰিয়াছৰ স্মৃতি ছেদেলি ভেদেলি হৈ থাকিলেও কিছুমান ভগা ছিগা কাহিনী তাৰ মনত সুন্দৰ কৈ জোৰা লাগি আহিবলৈ ধৰিলে। ভেলজঁ যে যুদ্ধ ক্ষেত্ৰলৈ গৈছিল, সেই বিষয়ে তাৰ মনত অকণো সন্দেহ নাথাকিল। কিন্তু কিয় গৈছিল? প্ৰশ্নটো উঠাৰ লগে লগে তাৰ উত্তৰো আহি পৰিল—জাভেয়াৰ। যুদ্ধ ক্ষেত্ৰৰ মাজেদি



মদৰ দোকানলৈ ভেলঁজ সোমাই যোৱা তাৰ জ্বল্ জ্বল্ পট্ পট্ কৰে মনত পৰিল। তাৰ-পাছত সেই ফালেদি গুলিৰ শব্দ হোৱাও সি শুনিবলৈ পাইছিল। মেৰিয়াছৰ ধাৰণা হল—পলৰীয়া কয়দীৰ এই চিৰ-শত্ৰু জাভেয়াৰৰ ওপৰত প্ৰতিহিংসা সাধিবলৈকে জভেঁলজ যুদ্ধ ক্ষেত্ৰলৈ গৈছিল। জাভেয়াৰক ভেলজঁয়ে বধ-কৰিলে। কিন্তু এই বুঢ়াই ইমানদিন কজেটক কেনেকৈ লৈ ফুৰিছিল? এই ছাগলী পোৱালীটোক কিয় ভাল পাইছিল? এনে হিংসুক জন্তু এটাই নিছলা প্ৰাণী এটাক এনে ভাৱে গাত টোকৰ এটা পৰিবলৈ নিদিয়াকৈ লৈ ফুৰাৱাটো বৰআচৰিত। আৰু নবছৰকৈ সেই দেবী-প্ৰতিমাটোৱে এই অসুৰৰ কোলাতে আশ্ৰয়লৈ বহি আহিছিল। কজেটৰ শৈশৱ আৰু যৌৱন এই মানুহটোৰ স্নেহেইযে ৰক্ষা কৰি আহিছে। তথাপি কজেটৰ গাত আচৰিত কোনো চিন্ গোন্ধ যে নাই। জঁ ভেলজই কজেটৰ কাৰণে বহুতো কৰিলে। তাইৰ কোমল মনত তেৱেঁই শিক্ষাৰ সাঁচ বহুৱাই আহিছে। কিন্তু এনে ভীষণ শিল্পীৰ হাতৰ পৰা এনে সুকোমল শিল্প উদ্ভব হোৱা যে বৰ-অসম্ভৱ। ঈশ্বৰৰ বিচিত্ৰ লীলা। তেওঁ মনমোহা কজেট-প্ৰতিমা গঢ়ি ভেলজঁৰ দৰে আচৰিত খনিকৰক সামৰণি হাত বুলাবলৈ লগাই দিয়াটো তেওঁৰেই এটা ইচ্ছা মাত্ৰ। মেৰিয়াছে কজেটক পূজা কৰিছিল পাবলৈ বুলি; তাৰ পূজা সাৰ্থক হল, সি কজেটক পালে। কজেট সুনিৰ্ম্মল সুপৱিত্ৰ। তাক আৰু কি লাগিছে! জ ভেলজঁৰ কথাত সিহঁতৰ কাঁহি পাতেও গা নেকাটে। ভেলজঁই নিজে কৈ গল 'মই কজেটৰ কি? দহবছৰৰ আগতে মই তাইৰ অস্তিত্বও গম পোৱা নাছিলোঁ।" ই, সচা কথা। তেন্তে ভাবনা কিহৰ? এইদৰে মেৰিয়াছে বহুতো ভাঙিলে পাতিলে, তথাপি তাৰ মনত সান্ত্বনা নহ'ল। তাৰ দেহলাও কজেট। সেই কজেটৰ অভিভাৰক ভেলঁজ। ভেলজঁ এটা কয়দী। ভেলজঁৰ যে সমাজ সোপানৰ অতি নিম্নস্তৰতো ঠাই নাই। মেৰিয়াছৰ মনত বৰ আঘাত লাগিল। এই ঘটনাৰ পাছদিনা গধূলি ভেলঁজ কজেটক দেখা কৰিবলৈ আহিল। ভেলঁজ ভিতৰ নোসোমাই বহিৰ চৰাতে ৰৈ থাকিল।

কজেটক বাহিৰলৈকে মাতি পঠিয়ালে। কজেট ওলাই আহিল। ভেলজঁক বাহিৰত বৈ থকা দেখি ততালিকে মাত দিলে "পিতা। এইবোৰ তোমাৰ কি কাম? তোমাৰ পৰা অন্ততঃ মই এনে ব্যৱহাৰ আশা কৰা নাছিলোঁ। তুমি ভিতৰলৈ নগৈ ইয়াত বহিলা কিয়?" "ইয়াতে বহিলোঁ।" "আগলৈ এনে কৰিলে তোমাৰ লগত ভালকৈয়ে এখন দ্বন্দ্ব হব। সাৱধান, আগলৈ এনে নকৰিবাঁ। আহাঁ, এতিয়া মোক চুমা দিয়াহি।" চুমা লবলৈ বুলি তাই গাল আগবঢ়াই দিলে। ভেলজঁই লৰচৰকে নকৰিলে। "পিতা, ইয়াৰ মানে কি? মই তোমাক কি কৰিলোঁ? খঙ মাৰ নিওৱাঁ যদি নিওৱাঁ এতিয়া! উঠাঁ, ভিতৰলৈ উঠাঁ।" "নহয়! মই নেযাওঁ।" কেলেই নেযাবাঁ?" "কজেট, মাদাম তুমি জানা মোৰ সকলো কাম আচৰিত।" "মাডাম্? কৈছা কি তুমি?" ভেলজঁই সেই হিয়াভঙা হাঁহি মাৰি কলে "তুমি মাডাম হবলৈ বিচাৰিছিলাঁ, এতিয়া মাডাম হৈছাঁ।" "তোমাৰ ওচৰত নহয়, পিতা!" "মোক পিতা নুবুলিবা।" "কি?" "মোক মছিঅ'ৰ-জঁ বা অকল জঁ বুলি মাতিবা, যেনেকৈ তোমাৰ ভাল লাগে।" "তুমি আৰু মোৰ পিতা নোহোৱাঁ? মই তোমাৰ কজেট নহওঁ? তুমি মছিঅ'ৰ জঁ? কিয়? এইবোৰ বকিছা কি? হ'ল কি তোমাৰ? চাওঁচোন, তুমি মোৰ চকুৰে চকুৰে চাই থাকাঁ। তুমি আমাৰ ঘৰত নেথাকাঁ, আমাৰ ঘৰলৈ নাহাঁ; মই তোমাক কি জগৰ লগালোঁ? কোৱাঁ মই কি কৰিলোঁ? নিশ্চয় কিবা এটা হৈছে।" "একো হোৱা নাই।" "তেনেহলে?" "সচৰাচৰ যেনে হয়।" "তুমি নাম সলালা কিয়?" "তুমি যে তোমাৰ নাম সলাইছা?" ভেলজঁই আকৌ সেই বিকট হাঁহি মাৰি কলে "তুমি মাডাম্ পন্টমাৰ্ছি আৰু মই মছিঅ'ৰ জঁ।" "মই এইবোৰ একো বুজি পোৱা নাই। জানো, কি বলিয়ালি বকিছা। তুমি মোক বৰ বেজাৰ দিছাঁ। তুমি ইমান ভাল মানুহটোৱে এনেকৈ দুষ্টালি কৰা বৰ অন্যায় হৈছে।" ভেলজঁই সিমানতো কোনো উত্তৰ নিদিয়া দেখি, কজেটে ঘপ কৰে উঠি দুই হাতে ভেলজঁৰ হাতদুখন দাঙি লৈ



তাইৰ ডিঙিত লগাই দি ভেলজঁৰ থুতৰিটোত টেপামাৰি ধৰি কলে—"মোৰ ওপৰত খং নকৰিবাঁ।" ভেলজঁই হাত দুখন এক্ৰাই আনি উত্তৰ দিলে, "তোমাক আৰু পিতাৰাৰ আৱশ্যক নাই। তোমাৰ মেৰিয়াছ আছে।"" "মই সুখী হোৱা দেখি তোমাৰ বেয়া লাগিছে, নহয় নে?" সৰলতাই কেতিয়াবা অজানিত ভাৱে মানুহৰ হিয়া ভেদি যায়। কথাষাৰ কজেটৰ কাৰণে নিছেই সামান্য আৰু সৰল; কিন্তু ভেলজঁৰ কাৰণে ই অতি ভীষণ। কথাষাৰ শুনা মাত্ৰে ভেলজঁৰ মুখ কলা পৰি আহিল। বাক্‌শক্তি লোপ হৈ পৰিল। কিছুমান পৰৰ পাছত বৰ বল দি আধাফুটা মাতেৰে কবলৈ ধৰিলে, "তাইৰ সুখকেই মোৰ জীৱনৰ ব্ৰত কৰিছিলোঁ, এতিয়া তাই সুখী ঈশ্বৰ! মোক এতিয়া প্ৰস্থানৰ আদেশ কৰাঁ। কজেট! তই সুখী, এতিয়া আৰু মোৰ কোনো কাম নাই।" কথাষাৰ শুনা মাত্ৰে কজেটে আনন্দত আপোন-পাহৰা হৈ ভেলজঁৰ ডিঙিত জপিয়াই পৰিল—"পিতা! তুমি মোক "তই" বুলিছা!" ভেলজঁয়ো বৰ নোৱাৰিলে। বৰ বলেৰে তাইক বুকুত সাবটি ধৰিলে তেওঁ যেন তাইক ঘুৰাই লৈ যাব খুজিছে। "পিতা, এৰা, এতিয়াহে ভাল লাগিছে। তুমি বৰ ভাল নহয় নে?" এই খন্তেকীয়া উত্তেজনাই ভেলজঁৰ মনত দুখ দিবলৈ ধৰিলে, আৰু অধিক মাত্ৰালৈ যোৱাৰ ভয়ত ভেলজঁ যাবলৈ ওলাল। কজেটে সুধিলে "কিয়? ইমান সোনকালে?" "মই যাওঁ, মাডাম। তোমাক ওপৰত বিচাৰ কৰিব পাৰে।" ভেলজঁ আৰু একো নকৈ ওলাই গুচি গল। কজেটে এনে অপ্ৰত্যাশিত বিদায় দেখি ভেবা লাগি চাই থাকিল। ইয়াৰ পাছত কেবা সপ্তাহো পাৰ হৈ গল। কজেটে নতুন জীৱন আৰম্ভ কৰিলে। ভেলজঁই কজেটক চাবলৈ সদায় আহে। সদায় দুইৰো কথা-বতৰা হয়। কিন্তু এতিয়া তেওঁলোকৰ মাজত 'মাডাম্' আৰু মছিঅ'ৰ জঁ, বুলিয়েই সম্বোধন হয়। কজেটে নতুন জীৱনৰ সোণালী ৰদত দিনক দিনে ৰাঙচালী হৈ আহিল। লগে লগে ভেলজঁৰ প্ৰতি আগৰ সেই তপত আস্থাও অলপ অলপকৈ

চেঁচা পৰি আহিল। তথাপি তাইৰ স্নেহ-প্ৰীতি শ্ৰদ্ধা-ভক্তি অকণো হ্ৰাস হোৱা নাই। এদিন তাই কথাত কথা ওলাই কলে "তুমি মোৰ পিতা আছিলা। পাছত পিতা গুচি দদাইদেউ হলা। তাৰ পাছত দদাইদেৱো নোহোৱা হলা। হলাগৈ মছিঅ'ৰ ফকলভেণ্ট— এতিয়া আকৌ হৈছা জঁ। তুমিনো তেনে কি? মই এইবোৰ ভাল নেপাওঁ। তোমাক ইমান ভাল বুলি নজনাহেতেন মোৰ তোমালৈ ভয় লাগিলহেতেন।" ভেলজঁই একো উত্তৰ নিদিলে। আকৌ এদিন কথা কওঁতে হঠাৎ কজেটে ভেলজঁক "পিতা" বুলিলে। "পিতা" সম্বোধন শুনি ভেলজঁৰ হিয়া নাচি উঠিল; কিন্তু তেওঁ মাত দিলে, "জঁ বোলা!" কজেটে ঢেক্ ঢেক্ কৰে হাঁহি উত্তৰ দিলে— "সঁচা, আৰু পিতা নোবোলোঁ।" "বঢ়িয়া" বুলি ভেলজঁই মুখখন ঢাকি পেলালে। তেতিয়া ভেলজঁৰ চকুৰেদি দুখনি বাৰিষাৰ ভৰা নৈ বৈ আহিছিল—ভেলজঁই কোনো কোনো দিনা যাবৰ সময়ত "থাকিবা,যাওঁ" বুলি কৈ উঠি যায়। "থাকিবাঁ, কজেট' বুলিও নকয়; অথচ "থাকিবাঁ, মাডাম্" বুলি কবলৈকো সাহ নকৰে। তেতিয়া কজেটৰ হিয়া আনন্দত নাচি উঠে। কোনো কোনো দিন ভেলজঁ নহাকৈ থাকিলে, কজেটে মানুহ পঠিয়াই খবৰ লয়। গা ভালে থাকিলে শপত শাতি দি মতাই পঠিয়ায়। দিনৰ পাছত দিন পুৰণা হৈ আহিল। ভেলজঁয়ো তেওঁৰ আহ-যাহ কমাই আনিলে। কিন্তু কমালে বুলি কজেটৰ আগতহে। কজেটে নেদেখাকৈ দিনে নিশা হলে জিলনৰ-মেও ভৰনৰ কাষলৈ আহি ভেলজঁই আঁতৰৰে পৰা কজেটক চাই যায়হি। তাতেই তেওঁ শান্তি পালে। কিন্তু সেই শান্তিৰ বাবে উৎকৃষ্ট পৰিশ্ৰমেৰে মনক বুজনি দিব লগাত পৰিছিল। কজেটে ভেলজঁৰ পৰিবৰ্ত্তন দেখি মনে মনে বৰ আঘাত পালে। কজেট যোৱাৰে পৰা ভেলজঁৰ শোৱা খোৱা দিনক দিনে কমি আহিছিল। লগতে স্বাস্থ্যও হানি হৈ আহিল। শেহত এনে হলগৈ যে ৰাতি মনে মনে গৈ কজেট থকা ঘৰটোকে চাই আহি পোৱা সেই সুখ ফেৰাৰ পৰাও তেওঁ বঞ্চিত হৈ পৰিল। প্ৰথমদিনা বাটকুৰি বাবলৈ শক্তি



নোহোৱা হল; তাৰ পাছত ঘৰৰ পৰা বাহিৰ হব নোৱৰাত পৰিল। শেহত বিছনাৰ পৰা উঠিবলৈকে গাত থৰ নাইকিয়া হল। ভেলজঁৰ অৱস্থা দেখি তেওঁৰ ঘৰৰ দাৰোৱানটোৰ ঘৈণীয়েকে এদিনাখন গিৰিয়েকক কলে "বুঢ়া মানুহজনৰ অৱস্থা বৰ কাহিল। তেওঁ আৰু বেছিদিন নিজীয়ে। তেওঁৰ মনত কিবা এটা ছোৎ লাগিল। মই ভাবোঁতে জীয়েকৰ দৰাটো বৰ ভাল নহল হবলা, সেয়ে বুঢ়াক খুলি খুলি খাইছে।' এই বুঢ়ীয়েই বৰ্ত্তমান ভেলজঁৰ বিশাল সংসাৰৰ একমাত্ৰ প্ৰাণী। বুঢ়াক তায়ে ৰান্ধি বাঢ়ি দি আলপৈচান ধৰে। আন এদিন গধূলি ভেলজঁই কিলাকুটিৰ ওপৰত ভিৰ দিও কোনোমতে উঠিব বহিব নোৱৰাত পৰিল। বহুত পৰ যুজি-বাগি তেওঁ কোনোমতে বিছনাৰ পৰা উঠি অ'ত ত'ত ধৰি কজেটৰ কাপোৰকানি কেডোখৰো আনি তেওঁৰ বিছনাৰ ওপৰত পেলালেহি! বিশ্বপৰ ঘৰৰ পৰা অনা মমডানি দুদাল মেজৰ ওপৰত থলেহি। এইবোৰ অনা মেলা কৰোঁতে খোজে পতি বহি বহি জিৰণি লব লগাত পৰিছিল। কপালৰ পৰা জৰ্ জৰ্ কৰে ঘাম বৈ আহিল। মুখত মৰণৰ অলৌকিক্ ৰেখা জিলিকি উঠিল। ৰাতি হৈ আহিল। তেওঁ মমবাতি জ্বলাই লৈ মেজৰ কাষচাপি কিবা এটা লিখিবলৈ বুলি কাগজ-কলম গোটাবলৈ ললে। কাগজ-কলম গোটাওঁতেই তেওঁ অচেতন হৈ পৰি গল। যেতিয়া চেতনা আহিল তেতিয়া তেওঁ বৰ পিয়াহ লগা যেন পালে। ওচৰতে থকা পানীৰ কলহটো দাঙি পানী খাবলৈ বিচাৰিলে। কিন্তু কলহটো দাঙ নেখালে। নিৰুপায় হৈ আঠু কাঢ়ি কলহটোৰ মুখত মুখ দি এঢোক পানী খালে। পানীঢোক খাই লৈ তেওঁ বিছনাত বহি বৰ হেপাহেৰে কজেটৰ কাপোৰকানি খিনি চাবলৈ ধৰিলে। তাৰ পাছত কাগজ-কলম লৈ তেওঁ লিখিবলৈ ধৰিলে। ভালকৈ লিখিব নোৱাৰিলে। কলম ধৰোঁতে হাতখন কঁপি উঠিল। তেওঁ লিখিলে "কজেট! মোৰ আশীৰ্ব্বাদ দিছোঁ। তোমাৰ ঘৰলৈ মই নোযোৱাৰ কাৰণ আন একো নাই। মেৰিয়াছে মোক এই ঠাই এৰি যাবলৈ বুজনি দি ভালেই কৰিছিল। কিন্তু তেওঁৰ অলপ ভুল হৈছিল।

তেওঁ মোক ভুল বুজিছিল। তেওঁ বৰ ভাল মানুহ। মই মৰিলে তেওঁক তুমি প্ৰাণভৰি ভাল পাবা। মছিঅ'ৰ পন্টমাৰ্ছিয়ে মোৰ সাদৰী ছোৱালীটীক ভাল পায়, ঈশ্বৰে তেওঁৰ মঙ্গল কৰক। কজেট তুমি চিঠিখন পাবা। ইয়াতে সকলো কথা কৈ যাম। তুমি মোৰ আখৰ দেখিবলৈ পাবা। যদি এতিয়াও মোৰ স্মৰণশক্তি অটুট আছে, যদি মই লেখাত ভুল কৰা নাই, তেন্তে বিশ্বাস কৰাঁ, সেই ধন তোমাৰ। কথাটো এই, বগা জাংফাই নৰৱেৰ পৰা আহে; ক'লা জাংফাই ইংলণ্ডৰ পৰা আহে, জাৰ্ম্মানীয়ে ক'লা পোৱাল পঠিয়ায়। এটি দুই ইঞ্চিমান বহল মুখেৰে হাতুঁৰি আৰু এটা মম লগাব পৰা সৰু চাকি থাকিব লাগে, তাৰেই নকল জাংফাই তৈয়াৰ কৰিব পাৰিবা। স্পেইনে বহুত জাংফাই কিনে—" আৰু লিখিব নোৱাৰিলে। হাতৰ পৰা কলম পৰি গল। হৃদয়ভেদী নিৰাশাৰ দীৰ্ঘশ্বাস ওলাই আহিল। তেওঁ দুই হাতৰ মুঠিৰ ওপৰত মূৰটো থৈ মনৰ ভিতৰতে চিঞৰি গল। এনে অস্পষ্ট চিঞৰ ঈশ্বৰৰ বাহিৰে আনে নুশুনে। "আহ্! শেষ! অন্ত! তাইক আৰু দেখিবলৈ নেপাওঁ। তাই মোৰ আন্ধাৰ আকাশত বিজুলীৰ হাঁহি! আজি মাৰ গল। আজিৰ পৰা আৰু মই—প্ৰভু!—মই একেবাৰে অকলশৰীয়া। মই আৰু তাইক চিৰদিনলৈ দেখিবলৈ নেপাওঁ।" এনেতে কোনোবাই দুৱাৰত ঢকিয়াবলৈ ধৰিলে।

---

## পঞ্চবিংশ অধ্যায়

সেই দিনাই গধূলি পৰত মেৰিয়াছে খাই-বৈ উঠিছে মাথোন; এনেতে লগুৱা এটা আহি তেওঁৰ হাতত চিঠি এখন দি কলে—"চিঠি দিয়া মানুহজন বাহিৰত বৈ আছে।" মেৰিয়াছে চিঠিখন লৈয়ে চিঠিখনৰ ধপাতৰ গোন্ধত ণাকমুখ সিঙতাই পেলালে। গোন্ধতকৈ আৰু আন কোনো বস্তুৱে পুৰণা স্মৃতি বেছিকৈ উজ্জ্বল কৰি তুলিব নোৱাৰে। তৎক্ষণাত চিঠিখনৰ গোন্ধে মেৰিয়াছৰ চকুৰ আগত জনড্ৰেটৰ পৈশাচিক দৃশ্যপট দাঙি ধৰিলে। সি লৰালৰিকৈ চিঠিখন মেলি পঢ়িবলৈ ললে। সেই একে আখৰ, সেই একেধৰণৰে শব্দ-যোজনা। মেৰিয়াছৰ মন আনন্দত নাচিবলৈ ধৰিলে। এই টেনাৰ্ডিয়েই তাৰ পিতৃৰ জীৱনৰক্ষক। এই মানুহজনকে সি বিচাৰি চলাপাত কৰিছিল; তাক বিচাৰি নেপাই সি কিমান দিন হা-হুমুনিয়াহ কাঢ়িছিল। সি চিঠিখন পঢ়ি গল "মছিঅ'ৰ লা বেৰণ, মোৰ সুবুদ্ধি হোৱা হলে, ঈশ্বৰৰ কৃপাত মই আজি বেৰণ টেনাৰ্ড হলোঁহেতেন। সি হব লগা নাই গতিকে আজি মোৰ আছে কেৱল টেনাৰ্ড নামটোহে। কিন্তু গৌৰৱময় জীৱনৰ এই ভগ্নাৱশেষেই যদি আপোনাৰ ওচৰত মোৰ হকে কিবা অনুগ্ৰহ কিনিব পাৰে তেনেহলেও মই কৃতাৰ্থ হম। আপোনাৰ অনুগ্ৰহ বিনাপ্ৰতিদানে নেথাকে। মানুহ এজনৰ গুপ্ত কাহিনী মোৰ জনা আছে; সেই গুপ্তকাহিনী আপোনাৰ ওচৰত দাঙি ধৰি মই আপোনাৰ উপকাৰ কৰিব খোজোঁ। আপোনাৰ ঘৰত বৰ্ত্তমান এজন অযোগ্য মানুহে প্ৰবেশ কৰিবৰ অধিকাৰ লৈছে। তেওঁ আপোনাৰ দৰে উচ্চবংশজাত ভদ্ৰলোকৰ ঘৰলৈ অহা যোৱা কৰিবৰ সম্পূৰ্ণ অযোগ্য। তেওঁক মই ধৰা পেলাই দিবৰ ইচ্ছা কৰোঁ; পাপৰ সংসৰ্গত থাকিলে পৱিত্ৰ বস্তুও অচিৰে কলুষিত হৈ পৰে। মছিঅ'ৰ লা বেৰণৰ আদেশ অপেক্ষা কৰি মই বাহিৰত বৈ থাকিলো। নমস্কাৰক, টেনাড।"

নামটো জাল নাম নহলেও, চমুকৈ লিখা। চিঠিত যিহকে থক লাগে মেৰিয়াছে টেনাৰ্ডিয়েক লগ পাবই লাগিব। চিঠি পঢ়ি অঁতায়ে ওচৰতে ৰৈ থকা লগুৱাটোক আদেশ কৰিলে "তেওঁক ভিতৰলৈ বাট দেখুৱাই লৈ আহ!" মেৰিয়াছৰ মনত অপাৰ আনন্দ। মানুহটো সোমাই আহিল। মেৰিয়াছ আশাত নিৰাশা হৈ পৰিল। যিটো মানুহ আহিব বুলি ভাবিছিল এইটো যে সেইটো মানুহ নহয়। ইয়াৰ দেখোন চৰিত্ৰ আকৃতি প্ৰকৃতি, একেবাৰেই অপৰিচিত। মেৰিয়াছৰ মনত বৰ বেজাৰ লাগিল। মেৰিয়াছে সুধিলে—"কি লাগে?" "মছিঅ'ৰ লা বেৰণে মোৰ কথা শুনিবলৈ মোক মতাই পঠাইছিল। আমেৰিকাত পানামাৰ ওচৰত লা জয়া নামেৰে এখন গাঁও আছে। গাঁওখনত ঘৰ মুঠে একেটা। ঘৰটো দীঘলে পুতলে ৫০০ ফুট। ঘৰটোত দুৱাৰ খিৰিকি একো নাই। বেৰত মাথোন কিছুমান সৰু সৰু বিন্ধা আছে। তাত ৮০০ মানুহে একেলগে বাস কৰে। ঘৰটোৰ ভিতৰত খাৰ-বাৰুদ, হিলৈ বন্দুক সকলো আছে। ৰাতি হলে বেৰৰ বিন্ধাইদি খাঁজি থোৱা হিলৈয়ে বাহিৰলৈ মুখ উলিয়াই ঘৰটো পহৰা দি থাকে। ঘৰটো এনেকুৱা কিয়? কাৰণ দেশখন বৰ জয়াৰ। চাৰিওপিনে হনুমান, সিহঁতে মানুহ খায়। তথাপি মানুহ তালৈ যায়—কাৰণ তাত বহুত পৰিমাণে সোণ পোৱা যায়"—"তোমাৰ ঘাই কথা কোৱা।" "মই তালৈ যাব খোজোঁ। পুৰণা সভ্যতাৰ ওপৰত মোৰ ঘৃণা জন্মছে কিছুমান দিন সেই জন্তুবোৰৰ লগত খেলি চাওঁ বুলিলোঁ।" "তাৰ পাছত?" "মই লা-জয়াত গৈ বসতি কৰিম। আমি সংখ্যাত ৩টা। মোৰ পৰিবাৰ, মই আৰু এটি সুন্দৰী ছোৱালী। বাটৰ খৰচা পাতি বহুতো লাগে। মোৰ ধন নাই।" "মোৰ কি হল?" মানুহটোৱে হাঁহি হাঁহি উত্তৰ দিলে—"মছিঅ'ৰ লা বেৰণে মোৰ চিঠি পঢ়িবলৈ সময় নেপালে।" "সোনকালে কোৱা, তোমাৰ কি কব লগা আছে।" পৰিবাৰ আৰু জীয়েকৰ কথা কোৱাত মেৰিয়াছৰ মন আকৌ সন্দেহত দোঁ খাই আহিল। "সোনকালেই কওঁ। মই এটা গুপ্ত কথা কবলৈ



আহিছোঁ।" "মোৰ লগত সেই কথাৰ সম্পৰ্ক আছে?" "অলপ।" "কি?" "মছি'অৰ লা বেৰণ। আপোনাৰ ঘৰত এটা ডকাইত আৰু নৰঘাতী সোমাইছেহি।" মেৰিয়াছ চক্ খাই উঠিল। "মোৰ ঘৰত? অসম্ভৱ।" "হয় আপোনাৰ ঘৰতে। এটা ডকাইত আৰু নৰঘাতী। মই পুৰণা পাহৰি যোৱা আইন মাৰ্জ্জনীয় কোনো ঘটনাৰ কথা কবলৈ অহা নাই। এতিয়াও কোনেও গম নোপোৱা সিদিনা খনৰ কথা মাথোন কবলৈ আহিছোঁ। মানুহটোৱে জাল নামেৰে চিনাকি দি আপোনাৰ বিশ্বাসভাজন হৈ উঠিছে। মই আপোনাক তাৰ নাম কম—সেইবাৰে মোক কোনো মূল্য দিব নেলাগে।" "কৈ যোৱা, মই শুনি আছোঁ।" "তাৰ নাম জঁ ভেলজঁ।" "মই জানো।" "বিনামূল্যে আপোনাক এইষাৰো কওঁ যে এসময়ত সি ফাটেক খাটিছিল।" "মই জানো।" মেৰিয়াছৰ ওপৰত মানুহটোৰ অলপ খং উঠিল। সি উগ্ৰভাৱে কবলৈ ধৰিলে—"আপুনি জানিব পাৰে; মই নুই নকৰোঁ। তথাপি আপোনাতকৈ মই বেছি জানো। মোৰ যি জনা আছে তাক ময়েহে জানো। আৰু মই যি জানো সি মাডাম লা বেৰণৰ সৌভাগ্যৰ লগত একে ডোলেৰে গঁথা কথা। ই এক অসাধাৰণ কাহিনী। মই এই কাহিনী বিক্ৰি কৰিম। আপোনাক জয়ে জয়ে যাচিলোঁ, কিনে যদি কিনক। অতি সস্তা। ২০ হেজাৰ ফ্ৰাঁ মাত্ৰ।" "তই যি জান ময়ো জানো। তোৰ পৰা মোৰ জানিবলগীয়া একো নাই।" "তথাপি আজি মই লঘোনে থাকিব নোৱাৰোঁ, ই অসাধাৰণ গুপুত কাহিনী, বিশ্বাস কৰক। মছিঅ'ৰ মোৰ কথা শুনক—দিয়ক ২০ হেজাৰ।" "তোৰ অসাধাৰণ গুপুত কাহিনী মোৰ জনা আছে। জঁ ভেলজঁৰ নাম মই যেনেকৈ জানো তোৰ নামো মই তেনেকৈয়ে জানো।" "মোৰ নাম জনাটো একো টান কথা নহয়; মই চিঠিতে লেখি দিছোঁ, টেণাৰ্ড।" "টেণাৰ্ড নহয়, টেণাৰ্ডিয়ে।" কেটেলা পহু বিপদত পৰিলে তাৰ কাঁইটবোৰ থিয় হৈ উঠে, জিলিয়ে মৰ-ভাও জোৰে। মানুহটোৱে আন উপায় নেপাই হাঁহিবলৈ ধৰিলে। মেৰিয়াছে কলে—"তয়েই

সেই জনড্ৰেট ফাবান্টো, জেলক্লো, আৰু মাডাম্ বেলিজার্ড। বহুৰূপী। তোৰ এসময়ত মফেয়াৰ মেলত এটা হোটেল আছিল। তেতিয়া তোৰ নাম আছিল টেণার্ডিয়ে।" "মই অস্বীকাৰ নকৰোঁ।" "তই এটা পাষণ্ড। ল এই ধন। যা গুচি যা।" মেৰিয়াছে মানুহটোলৈ এখন নোট দলিমাৰি পঠিয়ালে। ৫০০ ফ্ৰাঁ মাথোন। এই বুলি মানুহটোৱে ততাতৈয়াকৈ তাৰ মিছা ডাড়ি গোফ খহাই আপোন ৰূপত মেৰিয়াছৰ আগত থিয় দিলে। মানুহটো সচাঁকৈয়ে টেণার্ডিয়ে। টেণার্ডিয়েই কজেট মেৰিয়াছৰ বিয়াৰ দিনা বিবাহ যাত্ৰাত কজেট আৰু ভেলজঁক দেখা পাই ভেলজঁৰ অনুসন্ধান কৰিবলৈ ধৰিলে।

জীয়েক এজলমাই চোৰাংচোৱা হৈ টেণার্ডিয়েক কজেটৰ ভু-ভা সোপাকে আনি যোগান ধৰিলে। সি নিজেও আন আন ঠাইৰ পৰা ভেলজঁৰ আতিগুৰি বিচাৰি আনিলে। ফলত ভেলজঁৰ জীৱনী গোটেইখন টেণার্ডিয়েৰ হাতৰ তলুৱাত হল। খালৰ ভিতৰত কান্ধত মৰা মানুহ এটা লৈ অহা মানুহটোও যে ভেলজঁ সেই কথাও তাৰ কাণত পৰিল। মেৰিয়াছে মাত লগালে, "টেণার্ডিয়ে! মই তোমাৰ নাম তুমি নোকোৱাকৈয়ে কৈ দিলোঁ। এতিয়া কোৱাঁচোন, তুমি কি গুপুত কাহিনী লৈ মোৰ গুৰিলৈ আহিছা। মোৰো জনা আছে। তুমি কৈছা জঁ ভেলজঁ ডকাইত আৰু নৰঘাতী। ডকাইত, কিয়নো ভেলজঁই মছিঅ'ৰ মেড্‌লেনক ঠগি ধনসম্পত্তি কাঢ়ি লৈছিল, আৰু নৰঘাতী ইন্সপেক্টৰ জাভেয়াৰক হত্যা কৰাৰ কাৰণে। এয়ে নহয় নে?" "মই আপোনাৰ কথা বুজিব পৰা নাই।" "তেন্তে শুনা। ১৮২২ খৃষ্টাব্দত প' দি কেলেছত মছিঅ'ৰ মেডলেন নামেৰে এজন মানুহ আছিল। তেওঁ এসময়ত কিবা দোষত ছৰ্কাৰৰ ঘৰৰ পৰা শাস্তি পাইছিল। কিছুমান দিনৰ পাছত তেওঁ আগৰ ঘাই নাম সলাই মছিঅ'ৰ মেড্‌লেন নাম লৈ নকল জাংফাইৰ কাৰবাৰ কৰিবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে তেওঁ সেই কাৰবাৰত বিপুল ধন উপাৰ্জ্জন কৰিলে। চাৰিও-পিনে তেওঁৰ নাম বৈ-বৈ গল। মানুহজন বৰ দয়ালু আৰু ধাৰ্ম্মিক।



সম্পত্তি হোৱাৰ লগে লগে দুখীয়াক পুতৌ কৰা, নিৰাশ্ৰয়ক আশ্ৰয় দিয়া, ক্ষুধাতুৰক অন্ন দিয়া তেওঁৰ জীৱনৰ দৈনিক ব্ৰত হৈ উঠিল। তেওঁ বেমাৰীৰ কাৰণে শুশ্ৰুষালয় পাতিলে, নগৰৰ লৰা-লুৰিৰ কাৰণে পঢ়াশালি পাতিলে, মাউৰা, বিধৱাৰ পোহপালৰ দিহা কৰিলে। এইদৰে অনেক সজকাজেৰে তেওঁ অলপ দিনৰ ভিতৰতে নগৰৰ ভাগ্য-বিধতা হৈ উঠিল। বহুতদিন ফাটেক খাটি ওলাই অহা কয়দী এটাই এই মানুহজনৰ পুৰণিকলীয়া কিবা এটা গুৰুতৰ দোষৰ গম পাইছিল। সি ছেগ বুজি কথাযাৰ পুলিছক লগাই দিলে। পুলিছে মছিঅ'ৰ মেডলেনক ধৰি নিলে। সেই সুবিধাতে বেঙ্কৰ পৰা তেওঁৰ নামৰ আধাকোটি ফ্ৰাঁ ধন জালছহি কৰি সেই ফাটেকিয়ালটোৱে উলিয়াই লৈ পলাই গুচি গল। সেই ফাটেকিয়ালটোৱেই হৈছে এই জঁ ভেলজঁ। মই বেঙ্কৰ খাজাঞ্চীৰ পৰা সন্তেদ লৈছোঁ। আৰু যে হত্যাকৰাৰ কথা, সেই কথা মোৰ বাহিৰে আন কোনেও নাজানে। জাভেয়াৰক জঁ ভেলজঁই হত্যাকৰা মই ভালকৈ জানো। মই তেতিয়া যুদ্ধক্ষেত্ৰত।" বিজয়ৰ হাঁহি মাৰে টেনার্ডিয়ে কলে "মছিঅ'ৰ লা বেৰণ আপুনি ভুল কৰিছে।" "কি?" "মই যেয়ে নহওঁ মানুহক অন্যায়কৈ দোষাৰোপ কৰাৰ মই পক্ষপাতী হব নোৱাৰোঁ। জঁ ভেলজঁই মছিঅ'ৰ মেড্‌লেনকো ঠগা নাই, জাভেয়াৰকো হত্যা কৰা নাই।" "কেনেকৈ?" "জঁ ভেলজঁই মেডলেনক ডকাইতি কৰা নাই, কাৰণ জঁ ভেলজঁ নিজেই মছিঅ'ৰ মেডলেন।" "কি বলিয়ালি বকিছা?" "আৰু জাভেয়াৰকো হত্যা কৰা নাই; জাভেয়াৰে আত্মহত্যা কৰিলে।" মেৰিয়াছে চিঞৰি উঠিল "প্ৰমাণ কৰাঁ, প্ৰমাণ কৰাঁ।" "পুলিছ ইন্সপেক্টৰ জাভেয়াৰক পঁ অ চেঞ্চত নাও এখনৰ তলত পানীত পৰি থকা পোৱা গৈছিল" "প্ৰমাণ কৰাঁ" টেনার্ডিয়েই তাৰ ছোলাৰ জেপৰ পৰা এজাপ পুৰণা কাগজ উলিয়াই কবলৈ ধৰিলে "মছিঅ'ৰ লা বেৰণ! মই আপোনাৰ হৈ ভেলজঁৰ সকলো তলা-নলা লবলৈ বাধ্য হৈছিলোঁ। মই কওঁ জঁ ভেলজঁ আৰু মেডলেন একেজন মানুহ, আৰু জাভেয়াৰৰ হত্যাকাৰী

জাভেয়াৰ নিজেই। তাৰ প্ৰমাণ চক”—এই বুলি টেনাৰ্ডিয়েই কাগজৰ জাপৰ পৰা দুখন কাগজ উলিয়াই লৈ মেৰিয়াছৰ ফালে বঢ়াই দিলে। এখন ১৮২৩ খৃষ্টাব্দৰ ২৫ জানুৱাৰী “ড্ৰপ ব্লেঙ্ক।” এই কাগজ খনৰ ১২৮ পৃষ্ঠাত জঁ ভেলজঁ আৰু মছিঅ'ৰ মেডলেন্ একেজন মানুহ বুলি প্ৰমাণ কৰা আছে। আনখন কাগজ, ১৮৩২ খৃষ্টাব্দৰ ১৫ জুনৰ “মনিটৰ।” তাত জাভেয়াৰ যুদ্ধক্ষেত্ৰত বন্দীহোৱা অৱস্থাৰ পৰা পানীত পৰি মৰালৈকে সকলো ঘটনাৰ পুংখানুপুংখৰূপে বিৱৰণ দিয়া আছে। এই বিৱৰণত ভেলজঁই সুবিধা পায়ো জাভেয়াৰক হত্যা নকৰি মুক্তি দিয়া ঘটনা জাভেয়াৰে নিজ হাতে পুলিছ প্ৰিফেক্টৰ কাষলৈ লিখা চিঠিয়ে প্ৰমাণ কৰি দিছে। মেৰিয়াছে কাগজ লুটিয়াই বগৰাই চাই অবাক হৈ পৰিল। তাৰ সকলো সন্দেহ দূৰ হল। কলঙ্কৰ ঘন ডাৱৰৰ ঢাকনি গুচাই ভেলজঁ নিমিষতে মেৰিয়াছৰ চকুত মহানৰ পাছত মহান হৈ উঠিল। সি আনন্দত উত্ৰাৱল হৈ চিঞঁৰি চিঞঁৰি কবলৈ ধৰিলে “কিয়! এওঁ ইমান মহৎ! ইমান উচ্চ! এই সকলোবোৰ সম্পত্তি তেওঁৰ নিজৰ হাড়ক মাটি তেজক পানী কৰি উপাৰ্জ্জন কৰা! এৱেঁই সেই নগৰৰ লক্ষ প্ৰজাৰ ভাগ্য-বিধতা মেড্লেন। জাভেয়াৰৰ মুক্তি-দাতা! তেওঁ বীৰ! তেওঁ দেৱতা!” “বীৰো নহয়, দেৱতাও নহয়। সি এটা ডকাইত আৰু নৰঘাতী” “কিয়! সেই ৪০ বছৰৰ আগতে চুৰ কৰাৰ কথা কৈছা? এনে এটা জীৱন জুৰি বৈযোৱা অনুতাপ, আত্মত্যাগ আৰু ধৰ্ম্ম কৰ্ম্ময়ো তাৰ প্ৰায়শ্চিত্ত কৰা নাইনে?” “মই কওঁ জঁ ভেলজঁ ডকাইত আৰু নৰঘাতক। সেই কথা মই এশবাৰ কম। পুৰণা ৰুটি চুৰ কথা বাদ দিয়ক, সেইদোষ ভেলজঁৰ নহয়। এনে নতুন ঘটনা আছে যি ঘটনাৰ কথা কোনেও একো নাজানে। মাভাম্ ল বেৰণৰ সম্পত্তিৰ লগত এই ঘটনাৰ ঘনিষ্ঠ সম্পৰ্ক। সুচতুৰ ভেলজঁই এই সম্পত্তি দানস্বৰূপে দি সন্ত-শিষ্ট সাজি এক সম্ভ্ৰান্ত পৰিবাৰত প্ৰবেশ কৰিছে। উদ্দেশ্য অতীত জীৱনৰ ওপৰত বৰ্ত্তমান জীৱনৰ সমাধি দি ভবিষ্যতলৈ সি এখনি অকলঙ্ক সংসাৰ গঢ়িব।” “মিছা কথা।”



“মছিঅৰ লা বেৰণ, শুনক। ইচ্ছা হলে আপুনি তাৰ বাবে মোক যথেষ্ট ৰূপে অনুগৃহীত কৰিব পাৰে। মই ভেলজঁৰ ওচৰত অনুগ্ৰহ বিচাৰি নগলোঁ। কাৰণ তাৰ যথাসৰ্ব্বস্ব আপোনাৰ হাতত এৰিদিছে। অতি সুন্দৰ কোশল। মই তাক কিবা বিচাৰিলে সি শুদা হাত দেখুৱাব। সেইহে মই আপোনাৰ কাষলৈ আহিলোঁ। মোক লা জয়ালৈ যাবলৈ বাটখৰচা লাগে। মছিঅ'ৰ লা বেৰণ! আজি এবছৰেই হয়। ১৮৩২ খৃষ্টাব্দৰ ৬ জুনৰ কথা। সেইদিনা নগৰত ৰাজবিদ্ৰোহ। পেৰীৰ ঘাই খালটো গৈ য'ত চীন নৈত পৰিছে, সেইখিনিতে খালৰ মাজত এটা মানুহে আশ্ৰয় লব লগাত পৰিছিল”। মেৰিয়াছৰ গা কঁপি উঠিল। সি চকিখন টেনাৰ্ডিয়েৰ কাষলৈ চপাই নি বৰ আস্তব্যস্তকৈ শুনিবলৈ ললে। দুৰ্ভাগ্যৰ ফেৰত এই মানুহটোৱে সেইখালত পলাই থাকিব লগাত পৰিছিল। সি কোনো ৰাজদ্ৰোহী বা চোৰ ডকাইত নাছিল। কিন্তু কাৰণ-বশতঃ সি সেই খালটোকে তাৰ ঘৰবুলি বাস কৰিবলৈ বাধ্য হৈছিল। তাৰ হাতত খালৰ জপনাখনৰ ছাবি এটাও আছিল। জুন মাহৰ ৬ তাৰিখৰ-হয় ৬ তাৰিখৰ দিনা গধূলি ৮ বজাৰ সময়ত মানুহটোৱে আন কোনোবা মানুহ এটাই তাৰ গুৰিলৈকে আন্ধাৰত খালৰ মাজেদি খপিয়াই খপিয়াই অহা যেন গম পালে। মানুহটো য'ত ঠিয় হৈ অছিল, সেইখিনিতে ওপৰৰ পৰা অলপমান পোহৰ পৰিছিল। আন মানুহটো আহি কাষ চাপিলত খালবাসীয়ে দেখিলে, মানুহটোৰ কান্ধত এটা শৱ। এই মানুহটোৱে শৱটো নৈত পেলাই দিবলৈ লৈ গৈছিল। সি মানুহটোক নিশ্চয় ধনৰ লোভত হত্যা কৰিছিল। মৰা শৱটো তেনেকৈ কান্ধত লৈ আন্ধাৰত বাটবুলোঁতে সি যে খালৰ মাজত দ গাঁতবোৰত পৰি নমৰিল সেইটো তাৰ বৰ ভাগ্য”। মেৰিয়াছ আৰু ওচৰ চাপি আহিল। টেনাৰ্ডিয়েই কৈ গল। “মছিঅৰ লা বেৰণ! খাল ৰাজ আলি নহয় নহয়! দুটা মানুহ ওচৰা-ওচৰিকৈ অহা যোৱা কৰাৰ ঠাই তাত নাই। গতিকে খালবাসী আৰু ঘাতকৰ ভেটা-ভেটি হল। ঘাতকে খালবাসীক দেখিয়ে

মাত লগালে "দেখিছাঁ মোৰ কান্ধত কি? মোক খালৰ দুৱাৰখন মেলি দিয়াঁ; তোমাৰ হাতত ছাবি আছে।" ঘাতকৰ গাত অসীম বল, খালবাসীয়ে অমান্তি হবলৈ উপায় নেপালে। কিন্তু কথা-বতৰা কৈ থাকোঁতেই সি মৰা মানুহটো ভালকৈ চাই ললে। মানুহটো হৃষ্ট-পুষ্ট ডেকা, দেখন ভদ্র মানুহৰ, সাজ পাৰ পৰিপাটি; গোটেই গা তেজেৰে বাগুলি। ইটো-সিটোকৈ কথা পাতি থাকোতেই খালবাসীয়ে মৰা মানুহটো পাছত চিনাক্ত কৰিবলৈ বুলি, ঘাতকৰ অজ্ঞাত সাৰে মৰাশটোৰ চোলাৰ কাপোৰ এডোখৰ ফালি লৈ জেপত ভৰাই থলে। তাৰ পাছতে সি দুৱাৰ মেলি দিলে। ঘাতকে মৰাশৰ লৈ খালৰ বাহিৰ ওলাল। খালবাসীয়েও মৰাশটো পানীত পেলাই দিয়ালৈ বাট নেচাই দুৱাৰ মাৰি নিজৰ গন্তব্য স্থানলৈ চাপলি ধৰিলে। এই মৰাশৰ নিয়া ঘাতকেই হৈছে জঁ ভেলজঁ আৰু সেই খালবাসী মানুহটো এই আপোনাৰ আগত কথাকৈ থকা মই। সেই ছোলাৰ কাপোৰ ডোখৰ এয়া চ'ক; মই লৈ ফুৰাইছোঁ" এই বুলি টেনাৰ্ডিয়ে তাৰ চোলাৰ জেপৰ পৰা ক'লা কাপোৰ এডোখৰ উলিয়াই মেৰিয়াছৰ আগত দাঙি ধৰিলে। মেৰিয়াছৰ উশাহনিশাহ বন্ধ হৈ অহাৰ দৰে হল। সি থৰক-বৰককৈ উঠি ওচৰৰ আলমাৰিটোত হাত দিলে। তাৰ মুখ শেতা, চকু তেতিয়া কাপোৰ ডোখৰৰ ওপৰত স্থিৰভাৱে আবদ্ধ। টেনাৰ্ডিয়েই কৈ গল —"মছিঅ'ৰ লা বেৰণ! মই, মই ডাঠি কব পাৰোঁ ভেলজঁই হত্যা কৰা মানুহটো নিশ্চয় বৰ ধনী আছিল।" মেৰিয়াছে আলমাৰিৰ পৰা এটা তেজৰ ডাগলগা ক'লা ৰঙৰ পোচাক টান মাৰি আনি মাটিত পেলাই দি চিঞৰ মাৰি উঠিল "চুপ, চুপ, চুপ! ময়ে সেই ধনী ডেকা। এইটোৱেই সেই চোলাটো চা।" এই বুলি মেৰিয়াছে ফটা কাপোৰ ডোখৰ চোলাটোৰ ফটা ডোখৰত লগাই দিলে। কাপোৰ ডোখৰ কাপখাই পৰিল। টেনাৰ্ডিয়ে বজ্ৰাহতৰ দৰে থৰ,মৰ, খালে। মেৰিয়াছ বলিয়াৰ দৰে জপিয়াই উঠিল। তাৰ মুখ খঙত জুই যেন হল; জেপত হাত ভৰাই পাঁচশ আৰু হেজাৰ টকীয়া নোট কিছুমান উলিয়াই



টেনাৰ্ডিয়েৰ মুখলৈ দলিয়াই দি গৰ্জ্জি উঠিল—"পাষণ্ড! নৰাধম! তয়েহে ঘাই চোৰ, ডকাইত, ঠগ, প্ৰবঞ্চক আৰু হত্যাকাৰী। মই তোক ভালকৈ চিনি পাওঁ। জনড্ৰেট হৈ কি কৰিছিলি মনত আছে? মই তোক জেললৈ পঠিয়াব পাৰিলোঁহেতেন। এই ল আৰু এহেজাৰ।" মেৰিয়াছে আৰু এখন হেজাৰ ফ্ৰাঁৰ নোট টেনাৰ্ডিয়েৰ গালৈ দলিয়াই দিলে। "জনড্ৰেট! টেনাৰ্ডিয়ে! নৰাধম! এয়ে তোৰ শিক্ষা হক। কুনাম কুখ্যাতিৰ বেপাৰী। তোক আজি ৰাটাৰলুৱে ৰক্ষা কৰিলে; এই ল আৰু ৫ শ।" টেনাৰ্ডিয়ে নোটখিনি জেপত ভৰাই মাত দিলে "ৰাটাৰ লু!" "ৰাটাৰ লু! তই তাত এজন কৰ্ণেলৰ জীৱন ৰক্ষা কৰিছিলি।" "অ, এজন জেনেৰেলৰ! হয়!" "জেনেৰেল নহয়, কৰ্ণেল। জেনেৰেল হোৱা হলে "ছু" এটাও নেপালিহেতেন। এতিয়া ইয়াৰ পৰা বাহিৰ হ। আৰু ল এই এক হেজাৰ ফ্ৰাঁ। জীয়েৰক লৈ কাইলৈ আমেৰিকালৈ গুচি যাগৈ। জানো মই, তোৰ ঘৈণীয়েৰ মৰিল। ঠগ প্ৰবঞ্চক ফাঁকি দিবলৈ আহিছ! যেতিয়া আমেৰিকা পাবিগৈ আৰু বিশ হেজাৰ ফ্ৰাঁ দিম। যা য'তে ইচ্ছা, ত'তে মৰগৈ। ইয়াত আৰু নেথাকিবি"। টেনাৰ্ডিয়েই মূৰ দোৱাঁই নমস্কাৰ কৰি গুচি গল। সি ঘটনাটো একো গম ধৰিব নোৱাৰিলে। তথাপি ধনৰ ভৰে তাৰ সকলো চিন্তা-ভাবনা তল পেলালে। সি ৰঙমনেৰে তাৰ ঘৰ সোমালগৈ। এই ঘটনাৰ দুদিনৰ পাছতে, সি জীয়েকক লৈ আমেৰিকা পালেগৈ। কিন্তু তাৰ নৈতিক অধঃপতন তেতিয়া একেবাৰেই শুধৰনিৰ বহুত আঁতৰ হৈ পৰিছিল। সি য়ুৰোপত যি আছিল আমেৰিকাতো সেয়ে থাকিল। আমেৰিকাত তাৰ কাৰবাৰ হল দাস কিনা-বেচা। টেনাৰ্ডিয়ে যোৱা মাত্ৰকে মেৰিয়াছে একেলৰে কজেটৰ কাষ পালেগৈ। সি আতুৰ হৈ কবলৈ ধৰিলে—"কজেট, কজেট, বেগাই আহাঁ। হেই গাড়োৱান! গাড়ী আন গাড়ী আন! কজেট, আহাঁ! হে প্ৰভু! তেঁৱে মোৰ জীৱন ৰক্ষা কৰিছিল! কজেট! বেলি নকৰা, লৰি-আহা!" কজেট অৱাক। তাই ভাবিলে মেৰিয়াছ বলিয়া হল। কজেট আচৰিত

হৈ মেৰিয়াছৰ কাষ পালেহি। মেৰিয়াছে ভালকৈ উশাহ লবলৈ বুকত হাত দিলে আৰু কবলৈ ধৰিলে—“কজেট, মই মহাপাপী! মহাপাপী! মোৰ সমান পাপী নাই।” ভেলজঁৰ অতুলনীয় মহত্বই মেৰিয়াছক বিস্মিত কৰি তুলিছিল। সি কথা বিচাৰি নেপালে। কেৱল কিবা কওঁ কওঁকৈ কজেটৰ মুখলৈ চাই থাকিল। গাড়োৱানে গাড়ী আনি দুৱাৰমুখ পোৱালেহি। মেৰিয়াছে কজেটক গাড়ীত তুলি দি নিজেও উঠি পৰিল। কজেটে একো তত ধৰিব নোৱাৰিলে। গাড়ীত উঠি মেৰিয়াছে গাড়োৱানক আদেশ দিলে, “৭নং ৰুদি হোম আৰ্ম্ম।” “অ’ আমি পিতাক চাবলৈ ওলাইছোঁ? মোৰ বৰ ৰঙ লাগিছে।” “কজেট পিতাৰ! তোমাৰ পিতাৰ!! তেওঁ আজীৱনলৈ পিতাৰ! তুমি কৈছিলা নহয়, মই গেভৰোকৰ হাতত দি পঠিওৱা চিঠি তুমি পোৱা নাছিলা। সেই চিঠিখন নিশ্চয় তেওঁৰ হাতত পৰিছিল। সেই কাৰণেই তেওঁ মোক ৰক্ষা কৰিবলৈ বুলি যুদ্ধক্ষেত্ৰলৈ লৰি আহিছিল। যুদ্ধক্ষেত্ৰৰ শৱৰ দ’মৰ মাজৰ পৰা তোমাক দিবলৈ মোক বুটলি লৈ গৈছিল। জানানে কেনেকৈ? আন্ধাৰত গেলা বোকাৰ খালৰ মাজেদি কান্ধত তুলি সেই খালৰ আঁৰে আঁৰে একোটা দ গাত—হাতীয়ে মাউতে থাউনি নোপোৱা—ভাবি চোৱাঁ—সেই খালৰ মাজেদি তেওঁ মোক লৈ গৈছিল—কান্ধত—কান্ধত তুলি। আমি এতিয়া তেওঁক আমাৰ ঘৰলৈ লৈ আহোঁগৈ। তেওঁ নাহোঁ বুলিলে নুশুনো। তেওঁক গৈয়ে লগ পালেই হয়। তেওঁক পূজা কৰি মই মোৰ জীৱন কটাম। নিশ্চয় কজেট! নিশ্চয় গেভৰোকে চিঠিখন তেওঁৰ হাতত দিলে, কোনো সন্দেহ নাই।” গাড়ী ভেলজঁৰ দুৱাৰমুখ পালেহি। দুয়ো গাড়ীৰ পৰা নামি ভেলজঁৰ দুৱাৰত টকিয়াবলৈ ধৰিলে। ভেলজঁই দুৱাৰত টকিৱা শুনি শেহাই শেহাই মাত দিলে—“ভিতৰলৈ সোমাই আহাঁ।” দুৱাৰ মেলি কজেট মেৰিয়াছ দুয়ো ভিতৰ সোমাল। কজেটে একেলৰে ভেলজঁৰ কাষ পালেগৈ। মেৰিয়াছ একাষে থিয় হৈ ৰ’ল। কজেটক



দেখা পাই ভেঁলজই মাত লগালে—“কজেট! তুমি!” তেতিয়া তেওঁৰ অৱশ হাতদু’খন চকিৰপৰা ওলমি পৰিছিল। আবেগৰ জুমুৰিত উশাহ নোপোৱা কজেটে ভেঁলজৰ বুকত মূৰ সুমুৱাই মাত দিলে—“পিতা!” ৰঙত ওপচা হিয়াৰে ভেলজঁই থোকাথুকিকৈ কলে “কজেট! তুমি, মাডাম্—তুমিনে? ধন্য প্ৰভু!” মেৰিয়াছৰ চকু চলচলীয়া হৈ আহিল। তেওঁ ফেকুৰিবলৈ ধৰিলে। বৰ বলেৰে মাত দিলে—“দেউতা।” “আৰু তুমিও আহিছাঁ? বৰ ভাল কৰিলাঁ। মোক ক্ষমা কৰিবাঁ।”

মেৰিয়াছে কবলৈ কথা বিচাৰি নেপালে। কজেটে তাইৰ গাৰ কাপোৰখন আৰু টুপীটো বিছনাৰ ওপৰত ততাতৈয়াকৈ পেলাই থৈ ভেলজঁৰ ভৰিৰ গুৰিত আঠু কাঢ়ি বুঢ়াৰ পকা চুলি কেডালত বৰ আল-ফুলকৈ আঙুলি বুলাই দি কপালত চুমা খালে। ভেলজঁই অকণো আপত্তি নকৰিলে। তেওঁ লাহে লাহে কৈ গল—” মানুহৰ কিমান ভুল হয়! মই ভাবিছিলোঁ মই আৰু কজেটক দেখিবলৈ নাপাওঁ। মছিঅৰ পণ্টমাৰ্ছি চ’ক আপোনালোক ঘৰ সোমোৱাৰ আগমুহূৰ্ত্ততে মই ভাবিছিলোঁ—সকলো শেষ! সেয়া! তাইৰ অকণমানি ছোলাটি—তাকে চায়ে মন পতিয়াইছিলোঁ—বোলোঁ মই আৰু কজেটক ক’ত দেখিবলৈ পাম। করুণাময়ৰ করুণা! মই তাইক আকৌ দেখিবলৈ পালোঁ। কজেট, মেৰিয়াছ বৰ সুন্দৰ, নহয় নে? মছিঅঁৰ পণ্টমাৰ্ছি, মোক তাইক “কজেট” বুলি মাতিবলৈ দিয়ক। অলপমান সময় মাথোন।” “পিতা, তোমাৰ এইবোৰ কি দস্তুৰ! তুমি বৰ কাঠচিতীয়া! তুমি ইমানদিন মোক চাবলৈ নোযোৱাকৈ আছিলা কিয়? কলৈ গৈছিলা? মই দিনে দিনে মানুহ পঠিয়াওঁ, সিহঁতে উভতি গৈ কয়—তুমি ঘৰত নাই। অ, পিতা, তুমি বৰ দুষ্ট। তোমাৰ গা অসুখ; অথচ আমাক তাৰ ভু দিয়া নাই। মেৰিয়াছ! চোৱাঁচোন তেওঁৰ হাতখন কিমান চেচা।” “এতিয়া তুমি খবৰ পালা নহয়! মেৰিয়াছ

পল্টমাৰ্ছি। মোক ক্ষমা কৰিব।” মেৰিয়াছৰ হিয়াত আবেগৰ বানপানী উচলি আহিছিল। ভেলজঁৰ কথা শুনি তেওঁ কবলৈ ধৰিলে—“শুনিছা, কজেট! তেওঁ মোক ক্ষমা খুজিছে? জানানে কজেট! তেওঁ মোৰ হকে কি কৰিছিল? তোমাক আনি মোক উপহাৰ দিছিল? আৰু তাৰ পাছত নিজক নিজে বলি দিলে! কজেট! এওঁৰ চৰণত মোৰ জীৱনব্যাপী শুশ্ৰূষাও অতি তুচ্ছ বিনিময়। সেই যুদ্ধক্ষেত্ৰ! সেই খাল। সেই বোকা পানী! কাৰ কাৰণে? কেৱল তোমাৰ আৰু মোৰ কাৰণে, কজেট! তেওঁৰ হৃদয় প্ৰশান্ত; প্ৰেম অনন্ত; বীৰত্ব অতুলনীয়, আৰু জীৱন নিষ্কলঙ্ক! তেওঁ মানুহ নহয়, তেওঁ দেৱতা। কজেট তেওঁ দেৱতা!” ভেলজঁই লাহে লাহে মাত লগালে “এনে কথা নকব।” শ্ৰদ্ধা আবেগত উটি ভাহি যোৱা মেৰিয়াছে চিঞৰি উঠিল, ‘কেলেই নকম! আপুনি এইবোৰ কথা মোক কোৱা নাছিল কিয়? মানুহৰ জীৱন ৰক্ষা কৰিব, অথচ নিজক নিজে লুকুৱাই ৰাখিব! আত্মকাহিনী প্ৰকাশ কৰাৰ ছল কৰি নিজক নিজে ঘৃনণীয় আৰু কলুষিত কৰিব।” “মই যি সঁচা তাকেহে কৈছিলোঁ!” “কেতিয়াও নহয়: একেবাৰে মিছা। আপুনিয়েই মছিঅ’ৰ মেডলেন, আপুনিয়েই জাভেয়াৰৰ মুক্তিদাতা: আপুনিয়েই মোৰ জীৱনদান দিওঁতা। মোক সেইবোৰ কথা আপুনি কোৱা নাছিল কিয়?” “কোৱা নাছিলোঁ কিয়? কোৱা হলে মেৰিয়াছ, তুমি মোক তোমাৰ ঘৰত থাকিবলৈ বাধ্য কৰিলাহেতেন।” “এতিয়া হবলা ইয়াতে থাকিব পাৰিম বুলি আশা কৰিছে! সেইটি নহৈছে! আমি আপোনাক লৈ যাবলৈ আহিছোঁ। ইয়াত আৰু-এদিনো থাকিব নোৱাৰে।” “মই ইয়াত আৰু এদিনো নেথাকো। কিন্তু সেই বুলি যে তোমাৰ ঘৰত গৈ থাকিম তেনেও নেভাবিবা।” “মানে? আপুনি আশা নকৰিব, আমি আপোনাক আৰু ঐদহে-বৈদহে ঘূৰি ফুৰিবলৈ এৰি দিম।” “এইবাৰ আৰু নেৰেঁা। বাহিৰত গাড়ী বৈ আছে। তোমাক



আজি লৈ যামেই যাম। ভালেৰে নগলে মই বলেৰে টানি লৈ যাম।” কজেটে হাঁহি হাঁহি কথাকেষাৰ কৈ বুঢ়াক দাঙ্ কোলাকৈ লবলৈ ওলাল। বুঢ়াৰ গাত ধৰি আকৌ কবলৈ ধৰিলে—“তোমাৰ বিছনা পাতি সকলো ঠিক কৰি থৈছোঁ। আমাৰ ফুলনি খন এতিয়া কি চাবা! তাত কতনো জেটুলি-পকা হৈছে! তুমি জেটুলি-পকা খাবাঁগৈ। সেইবোৰ মোৰ গছ। মই তাত নিতৌ পানী দিওঁ। এতিয়াৰ পৰা আৰু আমি “মাডাম” “মছিয়ৰ”—এইবোৰ সম্বন্ধ নকৰেঁা, মই সেইবোৰ বৰ বেয়া পাওঁ। নেপাওঁ নে বাৰু মেৰিয়াছ? তুমি আমাৰ ঘৰলৈ গলে ককা দেউতাই কিমান ৰঙ পাব! তুমিও ফুলনিত কিবাকিবি ৰুবা। চাম, কাৰ বস্তু কিমান ভাল হয়। আৰু মই, তুমি যিহকে কৰিবলৈ কোৱঁা, তাকে কৰিম। তুমি কিন্তু মোৰ কথা শুনিব লাগিব।” জঁ ভেলজঁই অবাক হৈ শুনি গল। তেওঁ তাইৰ কথালৈ কাণ দিয়াতকৈ তাইৰ মৌসনা মাতটিহে শুনিবলৈ ধৰিলে। আনন্দত তেওঁৰ চকুৰেদি এধাৰি চকুলো বৈ আহিল। এই চকুলো আত্মাৰ ক’লা পোৱালৰ হাৰ। তেওঁ নিজকনিজে কৈ গল, “ঈশ্বৰৰ অসীম কৰুণা। তাই অন্তিমকালত দেখা দিলেহি। সচা তাইৰ লগত থাকিবলৈ বৰ ভাল লাগিলহেতেন। তাইক লগত লৈ ফুৰিলোঁহেতেন; দুয়ো ফুলনিত ফুল ৰুলোঁহেতেন। মই তাইৰ জেটুলি পকা খাই সলনিত মাৰি তাইক মোৰ গোলাপ ছিঙিবলৈ দিলোঁহেতেন। কিমান ভাল লাগিলহেতেন। কিন্তু—।” বুঢ়াই এই বুলি হিয়া-ভেদী হুমুনিয়াহ কাঢ়িলে। কজেটৰ ফালে চাই ডাঙৰকৈ মাত দিলে “কি হব?” কজেটে বুঢ়াৰ হাত দুখন সাবট মাৰি ধৰি সুধিলে “পিতা, তোমাৰ হাতকেখন বৰ বেছিকৈ চেচা হৈ আহিছে। তোমাৰ কি হৈছে, পিতা!” “একো হোৱা নাই। মই ভালেই আছোঁ, মাথোন—।” “মাথোন কি?” “মই অলপতে মৰিম।” মেৰিয়াছ আৰু কজেট দুয়ো উচপ্ খাই উঠাদি উঠিল। “মৰিব?” “এৰা। কিন্তু সি

একো কথাৰ কথা নহয়।" এই বুলি বুঢ়াই হাঁহি হাঁহি কৈ গল—"কজেট কথা কোৱা, মই তোমাৰ কথা শুনি শুনি—" কজেট চিঞৰি উঠিল—"পিতা? নহয় তুমি মৰিব নোৱাৰাঁ; মই মৰিবলৈ নিদিওঁ।" "বাৰু; তুমি মোক মৰিবলৈ হাক দিয়াঁ। কোনে জানে, মই শুনিবও পাৰোঁ। তুমি আহি নৌ পাওঁতেই মই মৰিছিলোঁ; কিন্তু তুমি আহি মোক ধৰি ৰাখিলাঁহি।" মেৰিয়াছে কলে, "আপোনাৰ গাত এতিয়াও বল শক্তি আছে; এনে অৱস্থাত মানুহ নমৰে। আজীৱন দুখতে গৈছে; আৰু আপোনাৰ দুখ হবলৈ নিদিওঁ। মই আপোনাক আঠু কাঢ়ি ক্ষমা খুজিছোঁ এতিয়া আপুনি আমাৰ ঘৰলৈ বলক। আমি দুয়ো দিনে ৰাতিয়ে আপোনাৰ সুখৰ কাৰণে যত্ন কৰিম।" ভেলজঁই আগৰদৰে হাঁহি হাঁহি কবলৈ ধৰিলে, "মছিঅ'ৰ পণ্টমাৰ্ছি! মোক তোমালোকৰ ঘৰলৈ লৈ গলেই জানো মই যি আছিলো সেইটো নোহোৱাহ'ম। ঈশ্বৰেও নিশ্চয় সকলো কথা তোমাৰ মোৰ দৰেই ভাবি চাইছিল। তেওঁ ভাল নেদেখিলে। গতিকে মোৰ উচিত এতিয়া ইয়াৰ পৰা গুচি যোৱা। অনাহকত বেজাৰ নকৰিবা। এতিয়া সকলো অসম্ভৱ। সকলো শেষ হৈ আহিল। কজেট; মেৰিয়াছ, কেনে মৰমিয়াল! তুমি মোৰ লগতকৈ তেওঁৰ লগত বেছি সুখত আছা, নহয়নে বাৰু?"

এনেতে দুৱাৰ মেলি ডাক্তৰ এজন সোমাই আহিল। ডাক্তৰ আহি ভেলজঁৰ নাড়ী পৰীক্ষা কৰিলে। ভেলজঁই অনিমেষ নেত্ৰে কজেটৰ মুখলৈ চাবলৈ ধৰিলে। কজেটৰ ৰূপহী মুখখনিয়ে ভেলজঁৰ মুখখন উজ্জ্বল কৰি তুলিলে। নাৰী পৰীক্ষা শেষ হল। ডাক্তৰে মেৰিয়াছৰ মুখলৈ চাই মূৰ জোকাৰি ফুচ্ ফুচাই কলে, "অসময়।" ভেলজঁই মাত লগালে "মৰিবলৈ একো বেজাৰ নাই। কিন্তু জীয়াই থাকিবলৈ নেপোৱাটোহে বৰ ভীষণ কথা!" এইবুলি ভেলজঁই চকিৰপৰা একেচাবেই উঠি থিয় হল আৰু ধীৰ গম্ভীৰ খোজেৰে



দেৱালৰ কাষলৈ গৈ দেৱালত আঁৰি থোৱা ক্ৰুছবিদ্ধ যীশুৰ মূৰ্ত্তিটো আনি মেজৰ ওপৰত থৈ মাত দিলে, "এই মহাবীৰ মোৰ সন্মুখত।" ভেলজঁ উঠি গৈছিল বৰ সবল দেহেৰে, কিন্তু যেতিয়া ঘূৰি আহি বহি পৰিল, তেতিয়া তেওঁ একেবাৰে দুৰ্ব্বল হৈ গল। বহি যোৱাৰ লগে লগে তেওঁৰ বুকৰ গতি পৰিবৰ্ত্তন হৈ আহিল; মূৰ ঘূৰিবলৈ ধৰিলে মৰণ মদিৰাৰ ৰাগিয়েহে যেন তেওঁক অৱশ কৰি আনিলে। তেওঁ উঠি যাওঁতে ডাক্তৰ আৰু মেৰিয়াছে তেওঁক ধৰিবলৈ গৈছিল; কিন্তু তেওঁ সিহঁত দুইকো হেলাৰঙে ঠেলা মাৰি পঠিয়ালে। জীৱন মৰণৰ মহা সংগ্ৰামৰ শেষ অভিযানত লুপ্ত-প্ৰায় শক্তি সদায় এইদৰে ক্ষন্তেকলৈ ঘূৰি আহে। বুঢ়াৰ অবস্থা দেখি কজেটে বুঢ়াৰ বাউসিত ধৰি উচুপি উচুপি কান্দি উঠিল। তাই কথা কবলৈ বিচাৰিলে; কিন্তু জিভা লুটি নেখালে। ভেলজঁই লাহেকৈ কজেটৰ হাত এখন দাঙি লৈ হাততে চুমা দি কবলৈ ধৰিলে "তোমালোক দুয়োটা বৰ যোৰ হৈছা। মছিঅ'ৰ পণ্টমাৰ্ছি! তুমি কজেটৰ যৌতুক ধনত আজিও হাত দিয়া নাই; মোৰ—মোৰ বৰ দুখ; বৰ অশান্তি। সেইধন যথাৰ্থতেই কজেটৰ—তোমাৰ জীৱন সঙ্গিনীৰ। মই কওঁ শুনা। মোৰ বৰ আনন্দ, তোমালোকক সেই কথা কবলৈ পালোঁ। ক'লা জাংফাই ইংলণ্ডৰ পৰা আহে আৰু বগা জাংফাই নৰৱেৰ পৰা আহে। মই নকল জাংফাই তৈয়াৰ কৰিছিলোঁ। সেই জাংফাই বৰ সস্তা, অথচ দেখিবলৈকো বেছি ভাল। সেই কাৰবাৰত কিমান ধন উপাৰ্জ্জন কৰিব পাৰি তোমালোকে বুজি পাইছা। সেইহে কওঁ—কজেটৰ যৌতুক কজেটৰ নিজা সম্পত্তি।" ভেলজঁৰ কথা শেষ হওঁতে—নহওঁতেই তেওঁৰ ঘৰৰ দাৰোৱানটোৰ ঘৈণীয়েকে দুৱাৰ মেলি ভিতৰলৈ ভুমুকিয়াই পঠিয়ালে। ডাক্তৰে তাইক তাৰপৰা গুচি যাবলৈ ইঙ্গিত কৰিলে। তাই গুচি গল। যাবৰ সময়ত বিৰিয়াই বিৰিয়াই ভেলজঁক কৈ গল—"হেৰা তোমাক পুৰোহিত এজন নেলাগেনে?" ভেলজঁই শিতানৰ ফালে আঙুলিয়াই উত্তৰ দিলে, "মোৰ পুৰোহিত

বৈ আছেহি।” সেই সময়ত তেওঁৰ শিতানত তেওঁ কাৰবাক ঠিয় হৈ থকা যেন দেখা পাইছিল। ভেলজঁৰ মৰণ-শয্যাৰ কাষত তেওঁৰ ত্ৰাণকৰ্ত্তা বিশ্বপ মেৰিয়েলৰ পুণ্যাত্মা আহি সেই সময়ত বৈ থকাতো একো আচৰিত নহয়। কজেটে গাৰু এটা আনি লাহেকৈ ভেলজঁৰ কান্ধৰ তলত সুমুৱাই দিলে। ভেলজঁই কৈ গল, “মছিঅ’ৰ পণ্টমাৰ্ছি! সন্দেহ নকৰিবা। সেই ৬ লাখ ফ্ৰাঁ কজেটৰ সম্পত্তি। মই জাংফাইৰ কাৰবাৰত বহুত লাভ পাইছিলোঁ, বাৰ্লিনৰ জহুৰি হতেওঁ মোৰ লগত ফেৰ মাৰিব নোৱাৰিছিল।” শোকৰ উতুলি-মুতুলিত অৱাক হৈ হা-হুতাশ কাঢ়ি কজেট মেৰিয়াছ দুয়ো হাতত ধৰাধৰিকৈ ভেলজঁৰ আগত ঠিয় হৈ থাকিল। কবলৈ একো বিচাৰি নেপালে। ইফালে মুহূৰ্ত্তে মুহূৰ্ত্তে ভেলজঁ কোনোবা এখন অচিন অন্ধকাৰ ৰাজ্যৰ ওচৰ চাপি যাবলৈ ধৰিলে। উশাহ নিশাহ ঘন হৈ আহিল। ডিঙিত কফৰ ঘেৰ-ঘেৰনি উঠিল। চকুৰ মণিত নেদেখা দেখাৰ নতুন পোহৰ স্পষ্ট হৈ জিলিকি পৰিল। মুখ বগা পৰি আহিল। কিন্তু তাত এটি পৰম শান্তিৰ মিচিকিয়া হাঁহিয়ে শোভা দিবলৈ ধৰিলে। তেওঁ, কজেট আৰু মেৰিয়াছক ইঙ্গিত দি কাষলৈ মাতি আনিলে। এয়ে তেওঁৰ শেষ দণ্ডৰ শেষ পল। তেও মেৰিয়াছ আৰু কজেটক সম্বোধন কৰি কথা কবলৈ ধৰিলে। কিন্তু তেওঁৰ মাত অতি সৰু হৈ ওলাইছিল। যেন তেওঁবিলাকৰ মাজত এখন বৰ ওখ দেৱালহে থিয় হৈ আছে। তেওঁ কলে—“আহাঁ; দুয়ো মোৰ কাষলৈ আহাঁ। তোমালোকক মই অন্তৰেৰে সৈতে ভাল পাওঁ। সাদৰী কজেট মোৰ, তুমিও মোক ভালপোৱা। মই ভালকৈ জানো এই নিছলা বুঢ়াক তুমি বৰ মৰম কৰিছিলা। আহাঁ, তুমি মোৰ কান্ধৰ তলত গাৰুটি সুমুৱাই দিলা। তোমাৰ মোলৈ কিমান মৰম! মই—মৰাৰ পাছত তুমি অকণি কান্দিবা নহয়নে বাৰু? কিন্তু বৰকৈ নেকান্দিবা; মই তোমাক বৰকৈ কন্দা ভাল নেপাম। দুখ কাক বোলে তুমি জানিব নেলাগে, এয়ে মোৰ ইচ্ছা। কজেট! পোনা



মোৰ, তুমি এখন গাড়ী কিনিবা। গান ভাৱনা চাবাগৈ। ঘৰত মানুহ দুনুহক ভোজ দিবা; সদায় ৰঙমনেৰে থাকিবা। মই তোমালৈ অলপ আগতে লিখিছিলোঁ, তুমি মোৰ চিঠিখন পাবা। মই তোমাক সেই মমদানি দুডাল দি গলোঁ। সেই দুডাল ৰূপৰ। কিন্তু মোৰ কাৰণে সিহঁত সোণ কি, হীৰাৰ! তাত মম জ্বলালে সেই মম দেৱতাৰ আগত দিয়া মন্ত্ৰ-শুদ্ধ বন্তি হৈ পৰে। মই কব নোৱাৰোঁ, যি মহাত্মাই মোক সেই মমদানী দুডাল দিছিল তেওঁ আজি মোৰ ওপৰত কিমান সন্তুষ্ট। কিন্তু মই যি পাৰিলোঁ কৰিলোঁ। সোণহঁত, নেপাহৰিবা—মই দুখীয়া—ছালছিগা ভিকহু। মোক তোমালোকো মানুহৰ চকুত নপৰা চুক এটাত নি পুতি থৈ দিবা। তাত আন একো নকৰিবা। মাথোন শিল এছটা পুতি ঠাই ডোখৰ চিন্ লগাই থবা। শিলছটাত নামধাম একো নিলিখিবা। কজেটে গৈ মাজে মাজে চাই আহিলেই মই পৰম সন্তোষ লাভ কৰিম। মছিঅ’ৰ পণ্টমাৰ্ছি। সচা কথা কওঁ, তোমাক মই প্ৰথমতে বৰ ভাল নেপাইছিলোঁ। মোক ক্ষমা কৰিবা। এতিয়া কজেট আৰু তুমি মোৰ মনত এক। তুমি কজেটক সুখী কৰিছা; মই তাৰ বাবে তোমাৰ ওচৰত বৰ কৃতজ্ঞ। মছিঅ’ৰ পণ্টমাৰ্ছি, যদি তুমি জানিলাহেতেন তাইৰ গাল দুখনি গোলাপ পাহিৰ নিচিনা হৈ উঠিলেই মোৰ আনন্দৰ পাৰ নোহোৱা হৈছিল, আৰু তাইৰ শেতা মুখ দেখিলেই মোৰ হিয়া ফাটি গৈছিল, তেনেহলে তুমি বুজিব পাৰিলাহেতেন কজেট মোৰ কি। মেজৰ খোলনিত পাঁচশ ফ্ৰাঁৰ নোট এখন আছে। সেই ধন দুখীয়াক দান কৰিবা। কজেট! বিছনাৰ ওপৰত সৌ তোমাৰ সাজটো দেখিছানে? চিন্ ধৰিব পাৰিছা? আঃ! মাথোন দহ বছৰৰ কথা। সময় কিমান সোনকালে পাৰ হৈ যায়। আমি বৰ সুখী আছিলোঁ, আজি সকলো শেষ হৈ গল। কজেট্ মফেয়াৰ মেল তোমাৰ মনত পৰেনে? তুমি হাবিৰ মাজত আছিলা; বৰ ভয় কৰিছিলা। মই গৈ তোমাৰ বাল্টিটো লোৱা মনত পৰেনে? সেয়ে জীৱনত

প্ৰথমবাৰ মই তোমাৰ ধুনীয়া অকণমানি হাতদুখনি ছুবলৈ পাইছিলোঁ। তেতিয়া বৰ জাৰ। কাম কৰি কৰি তোমাৰ হাত দুখন ৰঙা হৈ পৰিছিল। এতিয়া কেনে ঢকঢক্ কৰে বগা! অ' সেই ডাঙৰ পুতলাটি মনত আছেনে? তুমি পুতলাটোক কেথেৰিন নাম দিছিলা। কন্‌ভেণ্টলৈ যাওঁতে লগত লৈ যাবলৈ পাহৰি তুমি কান্দিছিলা। মোৰ আই! তুমি কতদিন মোক ধেমেলীয়া কথা কৈ হুহুঁৱাইছিলা? তুমি সৰুতে বৰ ৰঙিয়াল আছিলা। কতনো ধেমালি কৰিছিলা। সৰু সৰু ফুলৰ কলি ছিঙি কাণত কেৰু পিন্ধিছিলা। এইবোৰ আজি অতীত কাহিনী। টেনাৰ্ডিয়েহঁত বৰ নিৰ্দ্দয় আছিল। কিন্তু আমি সিহঁতক ক্ষমা কৰিব লাগিব। কজেট, আজি তোমাক তোমাৰ মাৰাৰ নাম কবৰ দিন—তেওঁৰ নাম ফটিন্। মনত ৰাখিছা?—ফটিন! যেতিয়াই এই নামটি স্মৰণ কৰা তেতিয়াই আঠু লবা। তেওঁ বৰ কষ্ট সহিব লগাত পৰিছিল। তেওঁ তোমাক নিজৰ জীৱনতকৈও অধিক স্নেহ কৰিছিল। আজি তুমি যিমান সুখ পাইছা তেওঁ এদিন ঠিক্ সিমান দুখ পাইছিল। সেয়ে ঈশ্বৰৰ বিতৰণ। মই আহিলোঁ। তোমালোকে যেন আজীৱন ইটিয়ে সিটিক ভাল পোৱা। কজেট! মোৰ পোনা কজেট! মই তোমাক সদায় চাবলৈ নোযোৱা মোৰ দোষ নহয়। মোৰ হিয়া ভাগি গৈছিল। মই তোমাৰ ঘৰৰ গুৰিলৈকে যাওঁ; বলিয়াৰ দৰে টুপি লাঠি এৰি ঢাপলি ধৰোঁ-মোৰ সোণহত। মোৰ চকুৰে একো নেদেখা হৈ আহিছে। কবলগীয়া বহুতো আছিল, একো কথা নাই। মাজে মাজে তোমালোকে মোক সুঁৱৰিবা। মই দেখোন চকুৰ আগত কিবা এটা নতুন পোহৰ দেখিছোঁ। আহাঁ, মোৰ কাষ চাপি আহাঁ! মই হাঁহি হাঁহি চকু জপাওঁ। তোমালোকৰ মূৰৰ ওপৰত মোৰ হাত দুখনি থবলৈ দিয়া।" কজেট আৰু মেৰিয়াছে ভেলজঁৰ হাত মূৰত লৈ দুয়ো দুকালে আঠু কাঢ়ি বহি গল। দুয়ো উচুপিবলৈ ধৰিলে। শোকৰ খুন্দাত সিহঁতৰ হিয়া ভাগি ছিগি গল। ক্ষন্তেকৰ পাছত সেই মহান হাত দুখন সিহঁতৰ মূৰৰ পৰা লৰচৰ্ নকৰাত পৰিল,



সিহঁতৰ গৰাকীজন মাথোন বহি থকা চকিখনৰ পৰা একাষৰীয়া হৈ অলপ হলি গল। মেজৰ ওপৰত জ্বলি থকা মমৰ পোহৰত তেওঁৰ মুখখন উজ্জ্বল হৈ উঠিছিল। মুখখন লাহেকৈ ওপৰলৈ দাঙি দি কজেট মেৰিয়াছে তেওঁৰ হাত দুখন চুমাৰে ঢাকি পেলালে, চকুৰ পানীৰে ধুই দিলে। তেওঁ অকণো কাতিকুটা নকৰিলে—কাৰণ তেতিয়া তেওঁ তেওঁত নাছিল। ৰাতিটো বৰ ঘোপমৰা আন্ধাৰ, আকাশত এটি-তৰাও নাই। কোনো মহান দেৱদূতে যে সেই আন্ধাৰৰ ওৰণিত মুখ ঢাকি এই আত্মাটিৰ কাৰণে তেতিয়া পৃথিবীত ৰৈ আছিলহি তাত কোনো সন্দেহ নাই।

পিৰ লা চেইজ'ত দীন দুখীৰ কাৰণে ৰখা সমাধিক্ষেত্ৰখনৰ আওহতীয়া চুক এটাত ভগাদেৱাল এখনৰ কাষতে উইলো গছ এজোপা আছে। এই গছ জোপাৰ তলতে এছটা শিল পোতা আছে। দেখিলে মনত হয় শিলছটা কোনো সমাধিৰ চিন্। চাৰিওকাষে ঘাঁহ বন গজি শিলছটা ঢাকি পেলাইছে। আনবোৰ শিলৰ দৰে সেই শিলছটাৰ ওপৰতো সেলুৱাই বন্ধ গৈছে; সময়ৰ সহচৰ বতাহ বৰষুণৰ হাতত পৰি ক'লা হৈ গৈছে। ওচৰত কেনিও বাটপথ নাই। মানুহ-দুনুহে শিলছটা কাষলৈ গৈ চাব নোখোজে। ঘাঁহবোৰ বৰ ওখ, গলে ঘাঁহৰ ওপৰত পৰি থকা নিয়ৰৰ পানীয়ে আঠুলৈকে কাপোৰ-কানি তিয়াই জুৰুলি-জুপুৰি কৰে। ৰ'দ হলে শিলছটাৰ ওপৰত কাৰ্শলা সাপে গা ৰদায়হি। আশে-পাশে জিলি আৰু হেতুলুকাৰ মাত। শিলছটা কোনো চকুত লগা বস্তু নহয়। ইয়াক কাটি এটাই মিহি বা সমান কৰিবলৈ যত্ন লোৱা হোৱা নাছিল। দীঘলে পুতলে শিলছটা মানুহ এটা ঢাকিব পৰা। শিলছটাত কোনো নাম-ধাম পঢ়িব নোৱাৰি। বহুত বছৰৰ আগতে কোনোবাই তাত পেন্সিলেৰে লিখি ৰাখিছিল। কিন্তু সেই লিখাবোৰ ধূলি বৰষুণে একেবাৰে চিন্ ধৰিব নোৱাৰা কৰিলে। আজি হয়তো তাৰ চিন্-চাবো নাই। তাত লিখা আছিল:—

"শান্তিৰ নিদ্ৰাত সুপ্ত ইয়াতে এজন,
অতি আচৰিত যাৰ আছিল জীৱন
দুখতে জনম, দেহি দুখতে মৰণ,
নহল এদিনো তাৰ ভাগ্য সুপ্ৰসন্ন।
অৱসান হল লীলা-খেলা জীৱনৰ,
নাছিল সকাম আৰু সংসাৰ-সুখৰ।
দিন যায়, নিশা আহে, কালৰ ৰথৰ ;
জটিল সৰল কৰি ললে অৱসৰ।"

—ঃ সমাপ্ত ঃ—